# দেশে দেশে

টাইলেণ্ড
কেম্বোডিয়া
লাওছ
মালয়ছিয়া
সিঙ্গাপুৰ

MEKONG NOI DEKHILO : a travelogue of South-East Asia written by Hem Barua and published by Sahitya Prakash, Gauhati, Assam.

1st. Print—1967,
2nd Print—1968

॥ প্ৰকাশক ॥

সাহিত্য প্ৰকাশ
আসাম ট্ৰিবিউন
গুৱাহাটী-৩

॥ প্ৰথম প্ৰকাশ ॥
নবেম্বৰ ১৯৬৭
॥ দ্বিতীয় প্ৰকাশ ॥
নৱেম্বৰ ১৯৬৮

॥ বেটুপাত ॥
ত্ৰৈলোক্য দত্ত
গুৱাহাটী

মূল্য ॥ চাৰি টকা মাত্ৰ ॥

# জিলিকণি

ভাৰত-পাকিস্থান সম্বন্ধ আৰু কাশ্মীৰ সমস্যাৰ বিষয়ে বিদেশৰ ৰাষ্ট্ৰ-নায়কসকলক সাক্ষাত কৰি আমাৰ দেশৰ দৃষ্টিভঙ্গী ব্যাখ্যা কৰাৰ উদ্দেশ্যেৰে সংসদৰ কেইবাটাও প্ৰতিনিধিৰ দল বিদেশলৈ প্ৰেৰণ কৰা হৈছিল। এটাৰ পিছত এটাকৈ এনে ধৰণৰ তিনিটা প্ৰতিনিধি দলত অন্তৰ্ভুক্ত হোৱাৰ সৌভাগ্য মোৰ ঘটিছিল। কিন্তু এইবোৰৰ এটাতো অন্তৰ্ভুক্ত হবলৈ ইচ্ছা কৰা নাছিলোঁ। অনিচ্ছাৰ বিশেষ কোনো কাৰণ নাছিল। মন যোৱা নাছিল, সেয়ে। মন নগলে কোনো কামকে মই নকৰোঁ।

অৱশেষত দক্ষিণ-পূব এছিয়ালৈ যোৱাৰ আহ্বান আহিল। একে কোবে মন উৰা মাৰি সেইখিনি পালেগৈ। এই আহ্বান প্ৰত্যাখ্যান কৰাৰ সাহস মোৰ নহ'ল। বহুত দিনৰে পৰা দক্ষিণ-পূব এছিয়া মোৰ কাৰণে স্বপ্ন হৈ আছিল। এই স্বপ্ন বাস্তৱলৈ ৰূপান্তৰিত হব-এইষাৰ কথা চিন্তা কৰি মন-ময়ূৰী চালি ধৰি উঠিল।

মানুহে দেশ ভ্ৰমণ কৰে কিয়? এই প্ৰশ্নটোৰ উত্তৰ মই আন এটা প্ৰশ্নৰে দিব খুজিছোঁ। মানুহে কিতাপ পঢ়ে কিয়? কথা শিকাৰ উদ্দেশ্যেৰে, নহয় জানো? দেশ-ভ্ৰমণ আৰু কিতাপ-অধ্যয়ন, দুয়োটা সমজাতীয় বস্তু। দুয়োটা বস্তুৱে মানুহৰ মনৰ দিগন্ত বিস্তৃত কৰে। কিতাপৰ পাতত মানুহৰ ছবি পোৱা যায়। দেশ ভ্ৰমণত আচল মানুহ, তেজ-মঙহৰ মানুহৰ লগত সম্বন্ধ স্থাপন হয়। তেজ-মঙহৰ মানুহ কিতাপৰ ছবিৰ মানুহতকৈ বহুত সঁচা।

দক্ষিণ-পূব এছিয়াৰ পাঁচখন দেশ ভ্ৰমণ কৰিলোঁ। টাইলেণ্ড, কেম্বোডিয়া, লাওছ, মালয়ছিয়া আৰু সিঙ্গাপুৰ। এইবোৰ আমাৰ ওচৰচুবুৰীয়া দেশ। এই ওচৰচুবুৰীয়া দেশবোৰৰ কথা নজনাটো অন্যায়ৰ কথা, বিশেষকৈ অসমীয়া মানুহৰ কাৰণে। অসমৰ বুৰঞ্জী আৰু সংস্কৃতিৰ বিষয়ে ভালকৈ জানিবলৈ হলে দক্ষিণ-পূব এছিয়াৰ এই দেশসমূহৰ লগতে, বাইকৈ টাইলেণ্ড আৰু লাওছৰ লগতে, সম্বন্ধ স্থাপন কৰিব পাৰিলে ভাল। মোৰ হাতত ক্ষমতা থকা হলে এতিয়াই চাৰি-পাঁচ গৰাকীমান আমাৰ অসমীয়া ল'ৰা-ছোৱালী চৰকাৰী ধনেৰে এইবোৰ দেশৰ বুৰঞ্জী আৰু সংস্কৃতি অধ্যয়ন কৰিবলৈ প্ৰেৰণ কৰিলোহেঁতেন। হাতত ক্ষমতাও নাই, সুবিধাও নাই—এইখিনিতেই বিপদ।

আমাৰ ভাৰতীয় মানুহৰ নীচাম্বিকা মনোভাবৰ কথা সিমানেই ভাবোঁ, সিমানেই স্তম্ভিত হৈ যাওঁ। আমাৰ চকু কেৱল ইউৰোপ আৰু আমেৰিকাৰ ওপৰত। ইংলণ্ড, আমেৰিকা, ফ্ৰান্স, জাৰ্ম্মেনী আৰু ছোভিয়েট ৰুছিয়া, ইহঁতকৈ পৃথিৱীখন যে আৰু বহল, সেই বিষয়ে উপলব্ধি কৰিবলৈ আমি যত্ন নকৰোঁ। নিজকে আমি ডাঙৰ দেশৰ মানুহ বুলি ভাবোঁ। সেইবাবে এই ওচৰচুবুৰীয়া সৰু দেশবোৰৰ কথা চিন্তা কৰিবলৈ আমাৰ আহৰি নাই। এই উচ্চাম্বিকা মনোভাব আমাৰ নীচাম্বিকা মনোভাবৰ সহজাত প্ৰকাশ। সমগ্ৰ এছিয়াৰ ভিতৰত আমাতকৈ সম্ভৱতঃ অধিক পাশ্চাত্যধৰ্ম্মী জাতি আৰু

দ্বিতীয় নাই। আনাৰ বৈদেশিক নীতি পৰস্পৰ-বিৰোধী শক্তি গোষ্ঠী দুটাতে আৱদ্ধ। আন্তৰ্জাতিক ক্ষেত্ৰত এই সৰু সৰু ৰাষ্ট্ৰসমূহৰ যি অৱদান, সেই অৱদানৰ বিষয়ে বিস্মৃত হোৱাটো অন্যায় কথা।

দক্ষিণ-পূব এছিয়াৰ দেশসমূহ নবীন। এইবোৰ দেশৰ প.। জানিব লগা, শিকিব লগা বহুতো কথা আছে। গোটেই ভ্ৰমণটোৰ ভিতৰত দুজন অসমীয়া মানুহ লগ পাইছিলোঁ। এজন লাওচৰ ৰাজধানী ভিয়েনটিয়ানত—জ্যোতিৰ্ম্ময় বৰুৱা। সেই সময়ত এখেত ভাৰতীয় ৰাষ্ট্ৰদূতাবাসত প্ৰথম চেক্ৰেটৰী আছিল। মানুহজনৰ সৎসাহস আৰু কৰ্ম্মপ্ৰেৰণাৰ কথা লাওচৰ ভালেমান মানুহৰ মুখত শুনিছোঁ। আনজনক লগ পাইছিলোঁ সিঙ্গাপুৰত। বাৰিষ্টাৰ। নাম কৃষ্ণকমল বেজবৰুৱা। বিচক্ষণ বুদ্ধিৰ অসমীয়া। সিঙ্গাপুৰত মানুহজনে যথেষ্ট কৃতিত্বৰে আত্ম-প্ৰতিষ্ঠা কৰিছে। এখেতৰ ঘৰত কেইটামান অসমীয়া গীত শুনিলোঁ, টেইপ্ ৰেকৰ্ড কৰি অসমৰ পৰা আনি থৈছে। এদিন টেঙা আঞ্জাৰে ভাতো খালোঁ।

"মেকং নৈ দেখিলোঁ", এই কিতাপখন বৰ কষ্টেৰে লেখিছোঁ। সময়ৰ নাটনি। সময়ৰ নাটনিৰ সৈতে সংগ্ৰাম কৰি, নিতৌ নিশা ২½ বজালৈকে উজাগৰে থাকি—দুদিন নিশা ৩½ বজালৈকে বহি—কিতাপখন লেখিলোঁ। ইমান কষ্টকৈ কিতাপ লেখিব লাগে কিয় ? নেলেখিলেও দেখোন হয়। ৰাজনীতি কৰা মানুহৰ কাৰণে কিতাপ লেখাটো একপ্ৰকাৰ বিলাসিতা। জীৱনত যি কোনো সুযোগ-সুবিধা নেপালে, জিৰণি কি বস্তু যি নেজানিলে, তেনে মানুহে যিমান সোনকালে কিতাপ লেখা অভ্যাসটো বৰ্জন কৰিব পাৰে, সিমান ভাল। মনতে বহুবাৰ ভাবিছোঁ, কাৰ্য্যত কিন্তু আজিও পৰিণত কৰিব পৰা নাই।

কিতাপখন লেখাত অণু বৰুৱাই বহুত সহায় কৰি দিছে। তেওঁৰ ওচৰত মই কৃতজ্ঞ। এবাৰ লেখাৰ পিছত কিছুদিন পেলাই থৈ নতুনকৈ আকৌ লেখিব পৰা হলে কিতাপখন ভাল বস্তু হ'লহেঁতেন। এতিয়া কি হৈছে কব নোৱাৰোঁ। মোৰ ডাঙৰ ল'ৰাটোৱে এয়া কৈছে : "দেউতা, তুমি মৰাৰ পিচত মানুহে কব—এই মানুহটোৱে অসমীয়া ভ্ৰমণ-কাহিনীক এটা নতুন দৃষ্টিভঙ্গী দিলে।" সঁচাই কব জানো ? মোৰ ল'ৰাইতে মোৰ বিষয়ে যি ইচ্ছা যায়, তাকেই কয়। সিহঁতক মঁয়ো এই বিষয়ে পূৰ্ণ স্বাধীনতা দিছোঁ। আন নহলেও সিহঁতৰ চিন্তাৰ স্বাধীনতা বাঢ়িব। সেয়ে যথেষ্ট।

এইখন কিতাপ নেলেখিলোহেঁতেন। সাহিত্য প্ৰকাশৰ (আসাম ট্ৰিবিউন, গুৱাহাটী) শশী শৰ্ম্মাক এখন কিতাপ দিম বুলি কৈছিলোঁ। মানুহজনৰ মৰমতে লেখিলোঁ। সাহিত্য প্ৰকাশে কিতাপখনৰ প্ৰকাশৰ দায়িত্ব লোৱাৰ কাৰণে মই কৃতজ্ঞ।

সব শেষত পাঠক-পাঠিকাসকললৈ শৰাইত তুলি কিতাপখন আগবঢ়ালোঁ। তেখেত-সকলে কিতাপখন পঢ়ি ভাল পালে, ভাল পাম। নেপালে নিজৰ অক্ষমতাক গৰিহণা দিয়াৰ বাহিৰে মোৰ আন একো উপায় নাই।

নতুন দিল্লী হেম বৰুৱা

ডিচেম্বৰ : ১৯৬৬

# আৰম্ভণিতে লেখকৰ

সাহিত্যৰ আন বিভাগসমূহৰ দৰে ভ্ৰমণ-সাহিত্যৰ বিশেষ এক অৱিহণা আছে। দৃষ্টিৰ অগোচৰৰ বস্তুক জানিবলৈ আৰু বুজিবলৈ মানুহৰ মনত সদায়েই এক সুপ্ত অনুৰাগ বিদ্যমান। এইটো হৈছে মনস্তাত্বিক কথা। সেইকাৰণে আজি এনেবিধ সাহিত্যৰ জনপ্ৰিয়তা বিশ্বৰ সাহিত্য-জগতত বৃদ্ধি পাইছে। নিউয়ৰ্ক চহৰত তাহানি এই লেখকৰ সৈতে হোৱা সাক্ষাৎপ্ৰসঙ্গ এটাত বিশ্ববিশ্ৰুত ঔপন্যাসিক পাৰ্লবাকে এইষাৰ বাস্তৱ কথাৰ ইঙ্গিত দিছিল।

স্বাধীনতাৰ পৰিপ্ৰেক্ষিতত বিদেশ ভ্ৰমণৰ সা-সুবিধা বাঢ়িছে যদিও, সকলোৰে পক্ষে বিদেশ ভ্ৰমণৰ সুবিধা পোৱাটো সম্ভৱপৰ কথা নহয়। স্বাধীনতাৰ পূৰ্ব্ববৰ্ত্তী কালছোৱাত ধনীৰ সন্তানেহে এই সুবিধা পাইছিল। দুখীয়াৰ সন্তানে পোৱা নাছিল। ব্যক্তিগতভাৱে অৰ্থৰ অভাৱ হোৱা হেতুকে অসমৰ প্ৰখ্যাত পণ্ডিত ব্যক্তি ডঃ বাণীকান্ত কাকতিদেৱেও আনকি এই সুবিধা পোৱা নাছিল। আজি বিদেশ ভ্ৰমণ কৰাটো সহজ কথা হৈ পৰিছে। সেই বুলি বিদেশ-ভ্ৰমণকাৰীৰ যে নিজৰ ভাষা-সাহিত্যৰ প্ৰতি একো দায়িত্ব নাই, সেইষাৰ কথা কব খোজা নাই। আজিলৈকে আমাৰ যিমানে বিদেশ ভ্ৰমণ কৰিলে, তাৰ এভাগেও ভ্ৰমণ-সাহিত্যৰ সোৱাদ অসমীয়া পঢ়ুৱৈ সমাজক দিয়া হ'লে আমাৰ ভাষা-সাহিত্যৰ কিমানখিনি উন্নতি হলহেঁতেন, সেই বিষয়ে কল্পনা কৰিব নোৱাৰি।

আমাৰ অসমীয়া সাহিত্যত ইটো নাই, সিটো নাই বুলি হামবাও কাঢ়ি থকাতকৈ যিটো বস্তুৰ প্ৰকৃততে অভাৱ, সেইটো বস্তুৰ অভাৱ পূৰণ কৰিবলৈ যত্নপৰ হোৱাটোহে গঠনমূলক দৃষ্টিভঙ্গী হব। গঠনমূলক দৃষ্টিভঙ্গীয়েহে দেশ এখনক আগবঢ়াই নিব পাৰে। সেইবুলি সমালোচনা সাহিত্যৰ যে প্ৰয়োজন নাই, সেইষাৰ কথা ক'ব খোজা নাই। এনে সমালোচনা সাহিত্যই সৃষ্টিৰ বাট মুকলি কৰিব লাগিব, ধ্বংসৰ নহয়।

বৰ্ত্তমান আমাৰ সাহিত্যৰ যুগটো হৈছে সৃষ্টিমূলক প্ৰচেষ্টাৰ যুগ। যাৰ স্বকীয় প্ৰতিভা আছে, সেই সকলৰ কথা সুকীয়া। সেইবুলি প্ৰতিভাশালী সকলৰ ক্ষেত্ৰতো যে প্ৰচেষ্টাৰ প্ৰয়োজন নাই, সেইষাৰ কথা ক'ব খোজা নাই। "মেকং নৈ দেখিলোঁ" ভ্ৰমণ-কাহিনী সাধাৰণ এক প্ৰচেষ্টা। ইয়াত প্ৰতিভাৰ সাঁচ নাই। তথাপি পঢ়ুৱৈ সমাজে কিতাপখন মৰমৰ চকুৰে চোৱাৰ কাৰণে সেইসকলৰ ওচৰত মই কৃতজ্ঞতাৰ পাশত বন্দী হৈ ৰলোঁ। আমাৰ ৰাইজে কিতাপখন মৰমৰ চকুৰে নোচোৱা হলে ইমান সোনকালে ইয়াৰ দ্বিতীয় তাঙৰণ সম্ভৱপৰ নহলহেঁতেন। ছপাৰ দায়িত্ব লোৱাৰ উপৰিও বিজ্ঞাপন আদিৰে কিতাপখন জনপ্ৰিয় কৰি তোলাৰ কাৰণে সাহিত্য প্ৰকাশৰ (আসাম ট্ৰিবিউন, গুৱাহাটী) গুৰিধৰোঁতা সকলৰ ওচৰত মই ঋণী। আমাৰ পঢ়ুৱৈ আৰু প্ৰকাশক উভয়ৰে ভগৱানে কল্যাণ কৰক। প্ৰথম তাঙৰণৰ দৰে দ্বিতীয় তাঙৰণেও ৰাইজৰ মৰম-চেনেহ পাব বুলি আশা কৰি সামৰিলোঁ।

গুৱাহাটী,
৫ জুন : ৬৮

দিল্লীত তেতিয়া বৰ জাৰ। বেলিটো নিতৌ ওলায়। তথাপি জাৰৰ প্ৰকোপ নকমে। দক্ষিণ-পূব এছিয়াৰ দেশ কেইখনমান ভ্ৰমণ কৰিবলৈ ওলালোঁ। মোৰ সৰু ল'ৰাটোৱে কলে ঃ "দেউতা, গৰম কাপোৰ নহলেও হব। এইবোৰ বিষুবৰেখাৰ দাঁতিকাষৰীয়া দেশ। জাৰৰ দিনতো সেইবোৰত গৰম।" টাই-লেণ্ডৰ ৰাজধানী বেঙ্কক চহৰত উপনীত হৈ বুজিলোঁ, সি ঠিকেই কৈছিল। চহৰত তেতিয়াও বিজুলী বিছনি চলিছে।

দিল্লীৰ এনে এটা জাৰৰ দিনা পুৱা আমি বেঙ্কককলৈ বুলি যাত্ৰা কৰিছিলোঁ। পুৱাৰ উজ্জ্বল ৰ'দ পৰি নিশাৰ নিয়ৰত তেল-পিচলাৰ দৰে হৈ থকা দিল্লীৰ আলি-পদূলিবোৰ জক্‌মকাই আছিল। তেতিয়াও আলিবাটলৈ মানুহ তেনেকৈ ওলোৱা নাই। আলিৰ কাষৰ বৰ্নানিত বনৰীয়া চৰাই দুই এটাই পোক-পৰুৱা বিচাৰি ফুৰিছে। ৰাতি কোনোবা হাবিৰ গছৰ ডালত নীৰৱে সিহঁত শুই আছিল। উষা কিৰণৰ প্ৰথম শিহৰণ উঠাৰ লগে লগেই আলিবাটত সিহঁত আহি দিনটোৰ কাৰণে জীবন সংগ্ৰাম আৰম্ভ কৰিছে। চৰকাৰী প্ৰতিনিধি স্বৰূপে বিদেশ ভ্ৰমণত সংগ্ৰাম নাই—ভাল গৃহস্থৰ ঘৰত আলহীয়ে জানো কিবা আহুকাল পায়? বিদেশ ভ্ৰমণত কি যে অপূৰ্ব শিহৰণ আছে, কল্পনা কৰা টান। এনে এটা স্নিগ্ধ দিল্লীৰ পুৱাত বিদেশ ভ্ৰমণৰ উদ্দেশ্যৰে পালাম বিমান বন্দৰলৈ যাত্ৰা কৰিছিলোঁ। যাত্ৰাৰ পথত এনেদৰে জাকে জাকে চৰাই দেখি কবিতা এফাকি মনত পৰিছিল।

"পুৱাৰ পোহৰ দেখি বনৰ চৰায়ে তোলে
ডালে ডালে সুৰৰ লহৰ;
আজিৰ পথীৰ হায় ডিঙিত কান্দিব খোজে
সোঁৱৰণী কত প্ৰভাতৰ।"

কোনো প্ৰভাতৰ সোঁৱৰণীয়ে মোৰ মন জাতিস্কাৰ কৰা নাছিল। দক্ষিণ-পূব এছিয়াৰ বিষয়ে আজি বহুদিন ধৰি অন্তৰত এক স্বপ্ন সাঁচি থৈছিলোঁ। এক ৰঙীন স্বপ্ন। ৰবি-ৰশ্মিৰ প্ৰথম কিৰণে মৃদু জ্যোতিৰে আকাশ উদ্ভাসিত কৰাৰ দৰে এই ৰঙীন স্বপ্নই মোৰ মন-আকাশ উজলাই তুলিছিল।

পালাম বিমান বন্দৰৰ পৰা বেঙ্ককলৈ বুলি আমি উৰিবলৈ ধৰিলোঁ। স্নিগ্ধ পুৱা। নীল আকাশৰ বুকুত ক'ৰবাত একো চপৰা পাতলীয়া ডাৱৰ। নবেম্বৰ মাহৰ আকাশ। নবেম্বৰ মাহত আকাশৰ যি ৰং আৰু ৰূপ, সেই ৰং আৰু ৰূপ আন কোনো মাহতে নাই।

প্লেনৰ খিড়কীৰে বাহিৰলৈ চোৱা নাছিলোঁ। চাবলৈ অৱসৰ পোৱা নাছিলোঁ। প্ৰতিনিধি দলটোত আমি মুঠ পাঁচ গৰাকী সদস্য। প্লেন উৰিছে। আমি আলোচনা আৰম্ভ কৰিলো। কাশ্মীৰ সমস্যা সম্বন্ধে আলোচনা কৰি-মেৰ মন আচ্ছন্ন কৰি থকা প্ৰশ্ন এটা উত্থাপন কৰিলোঁ। এই একেটা প্ৰশ্ন সংসদৰ মজিয়াতো এদিন উত্থাপন কৰিছিলোঁ। প্ৰধানমন্ত্ৰীৰ পৰা প্ৰশ্নটোৰ কোনো উচিত উত্তৰ পোৱা নাছিলোঁ।

প্লেনখন আমাৰ উৰিছে। ক'তো সাধাৰণ জোকাৰ এটাও নাই, কাৰো-বাৰ ঘৰৰ আগচোতালত বহি যেন কথাহে পাতিছোঁ। মোৰ প্ৰশ্নটো হৈছে এই : "কাশ্মীৰ ভাৰতৰ অবিচ্ছেদ্য অংশ বুলি আমি সদায়েই কওঁ। অবি-চ্ছেদ্য অংশই যদি হয়, তেন্তে কাশ্মীৰৰ ৰাজনৈতিক অৱস্থানৰ বিষয়ে নিউ-য়ৰ্ক, লণ্ডন, মস্কো, টোছখণ্ড ইত্যাদি সকলো ঠাইতে আলোচনা কৰি ফুৰোঁ কিয়?" প্ৰশ্নটো উত্থাপন কৰাৰ ঠিক পিছ মুহূৰ্ত্ততে কিছু সময়ৰ কাৰণে আমাৰ আলোচনাৰ যতি পৰিল। প্লেনখন উৰিছে। এনেতে প্লেনৰ পৰি-চাৰিকা ছোৱালী দুজনীয়ে আমাৰ আগে আগে কেইবিধমান চীজ্ দি গলহি। চুইডীজ চীজ্ এডোখৰ মুখত ভৰাই লৈ সুধিলোঁ : "কি হল? মোৰ প্ৰশ্নৰ উত্তৰ কোনেও নিদিয়ে নেকি?" এজন এজনকৈ তেওঁলোকে প্ৰশ্নটোৰ উত্তৰ দিলে। সমুচিত উত্তৰ কোনোজনৰ পৰাই নাহিল। নাহিল যদিও কোনো কথা নাই। আমাৰ ভ্ৰমণ-কালত কোনোবা দেশৰ ৰাষ্ট্ৰ-নায়কে এই প্ৰশ্নটো যদি কৰিলেহেঁতেন, তাৰ জোখাৰে উত্তৰ দিব পৰাকৈ উত্তৰ মোৰ মনত স্পষ্ট হৈ আছিল। প্লেনৰ উৰণ উপভোগ নকৰি অতবোৰ প্ৰশ্নৰে মনলৈ জঞ্জাল চপাই অনাটোৰ কি কাৰণ থাকিব পাৰে? সুখৰ কথা, আলোচনা প্ৰসঙ্গত কোনোখন ৰাষ্ট্ৰৰে কোনোজন ৰাষ্ট্ৰ-নায়ক এই প্ৰশ্নটো উত্থাপন কৰা নাছিল। ৰাজনৈতিক প্ৰশ্নৰ উপৰিও অৰ্থনৈতিক, সাংস্কৃতিক, সাহিত্য সম্বন্ধীয়া ইত্যাদি নানা ধৰণৰ প্ৰশ্নৰ আলোচনা হৈছিল। আনকি টাইলেণ্ডৰ ৰজাই বেঙ্কক সম্বন্ধে মোক ইংৰাজীত এটা কবিতা লেখিবলৈকো কৈছিল। তাত থাকোঁতেই এটা লেখিছিলোঁ। বস্তুটো কত হেৰুৱালোঁ, ক'ব নোৱাৰো। মোৰ মনত উগুল-থুগুল সৃষ্টি কৰা প্ৰশ্নটো কতো উত্থাপিত নহল।......

আমি যেতিয়া বেঙ্কক আহি পাওঁ, তেতিয়া আবেলি। "বেঙ্কক" শব্দৰ অৰ্থ হৈছে "পানীফুলৰ গাওঁ।" টাইসকলে ইয়াক "ক্ৰুং টেপ্" অৰ্থাৎ "পানীৰ চহৰ"ও বোলে। আমেৰিকাৰ লছ-এঞ্জেলছ্ চহৰৰ নাম যেনেকৈ অৰ্থপূৰ্ণ তেনেকৈ বেঙ্কক চহৰৰ নামো অৰ্থপূৰ্ণ। আমাক আদৰি-বলৈ বিমান-বন্দৰলৈ বহুত মানুহ আহিছিল। ৰাষ্ট্ৰদূতকে আৰম্ভ কৰি আমাৰ ৰাষ্ট্ৰদূতাবাসৰ প্ৰায় কৰ্মচাৰীৰ উপৰিও স্থানীয় বহুত মানুহ আহি-ছিল। বহুত ফুলৰ মালা। শস্যশ্যামলা টাইলেণ্ড ফুলৰ দেশ। আৰু টাই

মানুহবোৰ? শাৰীৰিক গঠন আৰু সৌষ্ঠৱৰ পিনৰ পৰা বহুতৰে মতে, টাই-সকল প্ৰাচ্যৰ সৰ্বসুন্দৰ মনুহ। গাৰ গঢ় যেনে ধুনীয়া, মুখৰ গঢ়ো তেনে ধৰণৰে আকৰ্ষণীয়। মাইকী মানুহবোৰ যেনে নিকা, দেখিবলৈকো তেনে ধুনীয়া। ধুনীয়া বস্তু দেখি কাৰ ভাল নেলাগে? আমাৰ লগৰে এজনে ক'লে ঃ "বৰ ধুনীয়া, নহয়? একো বটল যেন চেম্পেনহে।"

আমাৰ মণিপুৰৰ জীয়ৰীহঁতৰ দৰে প্ৰত্যেকগৰাকী টাই মহিলা নৃত্য-বিদ্যাত পাকৈত। ঘৰুৱা বনবাৰী কৰি যিকণ আজৰি সময় পায়, সেইকণ সময় টাইলেণ্ডৰ জীয়ৰীহঁতে নৃত্যবিদ্যা শিক্ষাত প্ৰয়োগ কৰে। আমাৰ যেনেকৈ প্ৰত্যেক গৰাকী অসমীয়া ছোৱালীয়ে তাঁত-সূত বব জনাটো অপৰিহাৰ্য্য, তেনেকৈ প্ৰত্যেক গৰাকী টাই গাভৰুৱে নৃত্যকলাৰ বিষয়ে জনাটো অপৰিহ ৰ্য্য। পাৰ্থক্য হৈছে এই খিনিতে—আজি তাঁত-সূত বব জনা অসমীয়া ছোৱালীৰ সংখ্যা কমি আহিছে। নৃত্যকলাৰ বিষয়ে বুৎপত্তি থকা টাই ছোৱালীৰ সংখ্যা কমা নাই। জীৱনটো হৈছে এক সমন্বয়, Synthesis, নিজৰ ঐতিহ্যৰ বিষয়ে বিস্মৃত নোহোৱাকৈ বৰ্ত্তমান যুগৰ জানো সমুচিত প্ৰতিনিধি হ'ব নোৱাৰি?

টাই ছোৱালীহঁতে নৃত্যকলাৰ বিষয়ে জানিব লাগে কিয়? ইয়াৰ অৰ্থ এটা মই বিচাৰি পাইছোঁ। তেনেই দুপতীয়াৰ পৰাই প্ৰত্যেকজনীৰ অন্তৰত সুকুমাৰ অনুভূতি জগাই তোলাটোৱেই হৈছে ঘাই উদ্দেশ্য। শিল্প-কলাৰ প্ৰতি অনুৰেগে মানৱ-অন্তৰৰ সূক্ষ্ম অনুভূতিসমূহ অধিকতৰভাৱে সূক্ষ্ম কৰি তোলে। বয়ন-শিল্পও এবিধ সুকুমাৰ শিল্প বস্তুহে। টাই গাভৰুহঁতৰ হাতবোৰ বৰ ধুনীয়া, আঙুলিবোৰ জোঙা, চপাকলি যেন।

"দহোটি আঙুলি চপাকলি যেন
পদুমৰ ঠাৰি দুখনি হাত।"

পৃথিৱীৰ উল্লেখযোগ্য চহৰসমূহৰ কথা স্মৰণ কৰা মাত্ৰকে কিছুমান বিশেষ বস্তুৰ কথা মনলৈ আহে। যেনে দিল্লী বুলিলে মনত পৰে লালকিল্লা আৰু কুটুবমিনাৰৰ কথা, এইবোৰৰ বুকুত লুপ্ত হৈ থকা শ শ বছৰৰ ইতি-হাসৰ কথা। সেইদৰে পেৰিছ বুলিলে মনত পৰে ইফেল্ টাৱাৰ আৰু লুভ্ৰ যাদুঘৰৰ কথা, ইয়াৰ আঁহে আঁহে স্পষ্ট হৈ থকা শিল্প-মাধুৰীৰ কথা। সেই-দৰে নিউয়ৰ্ক বুলিলে মনত পৰে আকাশস্পৰ্শী অট্টালিকাসমূহ আৰু স্বাধীনতাৰ স্তম্ভটোৰ কথা। আৰু এই একেদৰেই ৰোম বুলিলে চেণ্ট পীটাৰ্ছ গীৰ্জাটো আৰু মস্কো বুলিলে ক্ৰেমলীনৰ ছবি মনৰ দিগন্তত জল-মলাই উঠে। সৌভাগ্যবশতঃ এই সকলোবোৰ বস্তু নিজ চকুৰে দেখিছোঁ। এনে স্মৃতি-চিহ্নৰ নিদৰ্শণ বিচাৰি বেঙ্ককত মন থৌকিবাথৌ লাগিছিল।

কিয় কব নোৱাৰোঁ, টাইলেণ্ডখন মোৰ বৰ আপোন-আপোন যেন লাগিছিল। কেৱল প্ৰাকৃতিক সৌষ্ঠৱৰ পিনৰ পৰাই নহয়, ভাষা সংস্কৃতিৰ পিনৰ পৰাও টাইলেণ্ড আৰু অসম, দুয়োখন ঠাইৰ অভূতপূৰ্ব্ব সাদৃশ্য। আমাক আদৰণি জনোৱাৰ উদ্দেশ্যেৰে আমি গৈ পাবৰ দিনা সন্ধিয়া বেঙ্কক চহৰত এখন ৰাজহুৱা সভাৰ দিহা হৈছিল। বক্তৃতা প্ৰসঙ্গত মই কৈছিলোঁ ঃ

"আমাৰ পাঁচজন সদস্যৰ ভিতৰত ময়ে আপোনাসকলৰ তেনেই নিকটৱৰ্ত্তী। কেৱল ভৌগোলিক ওচৰত্বৰ কথা মই কোৱা নাই। ভাষা-সংস্কৃতিৰ পিনৰ পৰাও আমি ওচৰ। আপোনাসকলে পানীক "নাম" বোলে। আমাৰ প্ৰদেশত এতিয়াও "নাম" শব্দৰে আৰম্ভ হোৱা কেইবাখনো নৈ আছে। যেনে নাম-দাং, নাম-চাং ইত্যাদি। আপোনাসকলে পিঠিক "লাং" বোলে। আমাৰ ভাষাত এতিয়াও পিঠি দি পৰাক "লাংখাই পৰিল" বুলি কওঁ। ভাষা মোৰ টেইমছ নৈৰ পানী হৈ বৈছিল। টাইসকলে ইংৰাজী ভাষা বাঢ়িয়াকৈ বুজে। টাই ভাষাত কথা ক'ব পৰাহেঁতেন টেইমছ নৈৰ সলনি মেনাম নৈৰ নাম উল্লেখ কৰিলোহেঁতেন।

ওপৰত কোৱা কথা কেইষাৰ উচ্চাৰণ কৰাৰ লগে লগে শ্ৰোতাবৃন্দৰ চকু-মুখ উজ্বল হৈ পৰা লক্ষ্য কৰিছিলোঁ। বেঙ্ককস্থিত আমাৰ ৰাষ্ট্ৰদূতজনে ক'লে: "আপুনি অতি লাগতীয়াল কথা কেইষাৰ ক'লে, মানুহবোৰে খুব ভাল পাইছে। ধৰিব পাৰিছে নে?" মনতে ভাব হ'ল: "ধৰিব নোৱাৰাৰ কি কাৰণ থাকিব পাৰে? ওৰেটো জীৱন যি বক্তৃতাকে দিলে, তাৰ কাৰণে শ্ৰোতাৰ মুখলৈ চাই মনৰ প্ৰতিক্ৰিয়া ধৰিব নোৱাৰাৰ কি কাৰণ থাকিব পাৰে?...... সেই সভাত উপস্থিত থকা ৰাইজৰ মাজত নিমিষতে মই "জনপ্ৰিয়" হৈ পৰিলোঁ। আনকি এজনী ছোৱালীয়ে মোৰ হাতত ফুল এপাহ গুজি দি সুধি পেলালে: "আপুনি টাই মানুহ নেকি?" দুই এজনে আমাৰ অসমৰ টাই-বংশধৰ আহোমসকলৰ বিষয়েও সুধিছিল। এইখিনিতে অসম বুৰঞ্জীৰ জ্ঞানে মোক ভালকৈয়ে ৰক্ষা কৰিলে।

আন এটা পাৰ্টিত বেঙ্কক বিশ্ববিদ্যালয়ৰ লোক-সাহিত্যৰ অধ্যাপক এজনে—এওঁ ৰাজকোঁৱৰ—ডক্টৰ বিৰিঞ্চি বৰুৱাৰ কথা সুধিছিল। ডক্টৰ বৰুৱা স্বৰ্গগামী হৈছে বুলি শুনি মানুহজনে বৰ দুখ কৰিলে। তাহানি ৰবীন্দ্ৰ শতবাৰ্ষিক উৎসৱৰ পৰিপ্ৰেক্ষিতত দিল্লীত অনুষ্ঠিত হোৱা আন্তঃৰ্জাতিক আলোচনা চক্ৰত এই অধ্যাপকজনক লগ পাইছিলোঁ। অসমৰ তিনিজন প্ৰতিনিধিৰ ভিতৰত ময়ো আছিলোঁ। মানুহজনক মই পাহৰি গৈছিলোঁ। তেওঁ কিন্তু বেচ মনত ৰাখিছে। এই আলোচনা-চক্ৰখনত প্ৰতিনিধি স্বৰূপে অ'লডইছ্ হাক্সলীয়ে যোগ দিছিল। কথা-প্ৰসংগত টাই অধ্যাপক গৰাকীয়ে মোক সুধিছিল: "হাক্সলীক আপোনাৰ কিয় ভাল লাগে?" অ'লডইছ্ হাক্সলীৰ নিচিনা এজন সাগৰ-সদৃশ প্ৰতিভাৰ মানুহক "কিয় ভয় লাগে" একেষাৰ কথাৰে কোৱা টান। হাক্সলী এজন তীক্ষ্ন মেধাসম্পন্ন বুদ্ধিজীৱী। তেওঁ পৰ্বণি বস্তুক ন চকুৰে, দীপ্তমান দাৰ্শনিক চকুৰে ফঁহিয়াই চাব জানিছিল। বৰ্ত্তমান যুগৰ সাহিত্যত যে কৌতুক-বচনাৰ, বিদ্ৰূপৰ, চেটায়াৰৰ মৃত্যু ঘটিছে, এইষাৰ কথা হাক্সলীয়ে উপৰোক্ত আলোচনা-চক্ৰত অতি নিৰহনিপানীক ব্যাখ্যা কৰিছিল। কথা কেইষাৰ এতিয়াও মোৰ মনত আছে।

টাই অধ্যাপকজনৰ সৈতে কথা পাতি আছোঁ, এনেতে ক'ৰবাৰ পৰা প্ৰবল বতাহ এছাটি আহি উদ্যান-পাৰ্টিৰ বস্তুবোৰ থানবান কৰি পেলালে। গছৰ আগলৈকে তাঁৰ দিয়া নানা বৰণীয়া বিজুলী চাকিবোৰৰ উথলমাথল

লাগিল। তাত সমবেত হোৱা মানুহবোৰৰ মূৰৰ চুলি, কাপোৰ-কানি আউল-বাউল হ'ল। শাৰী পিন্ধি অহা ভাৰতীয় মহিলাসকলৰ আহুকাল অলপ বেচি হ'ল। দুই এজন পুৰুষে শাৰীৰ খহি পৰা আচলবোৰ কান্ধলৈ তুলি দি মহিলাসকলক সহায় কৰিবলৈ ধৰিলে- তথাপি উপায় নাই। প্ৰকৃতিয়ে সেও নেমানে। "কিনো হাঁয় ফাগুনৰ নিলাজ পবন" বুলি ক'লেও বিসংগতি। কাৰণ সেইটো পুহ মাহহে আছিল। . . .টাই অধ্যাপক জনৰ ওচৰতে এজন ডেকা ল'ৰা থিয় হৈ আছিল। ল'ৰাজনে ইমান মদ খাইছিল যে কেনেকৈ থিয় হৈ আছিল, সেইটোহে ভাবিব লগা কথা। থৰকবৰকৈ ল'ৰাজনে কৈ উঠিল: 'আপুনি ইমান দীঘল কৈ চুলি ৰাখিছে কিয়? মোৰ নিচিনাকৈ চুলি কাটিব।" ল'ৰাজনৰ চুলিত আমেৰিকান কুৰুকাট্ কথাই বতৰাই সকলোতে আমেৰিকাৰ প্ৰভাব সুস্পষ্ট। টাইলেণ্ড আমেৰিকাৰ বন্ধু ৰাষ্ট্ৰ। য'তে ত'তে কেৱল আমেৰিকান। টাইলেণ্ডৰ এইখিনিতে কেম্বোডিয়াৰ সৈতে পাৰ্থক্য। সাজ লগাৰ পিছত কোনো টাই মানুহ, বুঢ়াই হওক বা ডেকাই হওক, থিয়েৰে নেথাকে। প্ৰত্যেকেই এটুপি ধৰি "শ্বেত অশ্বৰ" পিঠিত উঠি চেকুৰ দিয়ে। বেংককৰ হোটেলবোৰৰ নিশাৰ দাৰোৱানবোৰ ভাৰতীয় মানুহ। দিন-ত্ৰহে টাই মানুহ। এইটো কথাই মোৰ দৃষ্টি বৰকৈ আকৰ্ষণ কৰিছিল। ইয়াৰ কাৰণ? সাজ লগাৰ পিছত কোনো টাই মানুহ থিয়েৰে থাকিব নোৱাৰা হয়।

টাইলেণ্ডত ভাৰতীয় মানুহ যথেষ্ট আছে, প্ৰায় পঞ্চাশ হেজাৰ। ইয়াৰে সৰহ ভাগ বেংকক চহৰত থাকে। ইয়াৰে কিছুমান ভাৰতীয় মানুহ বৰ চহকী --তেওঁলোকে বৰ বৰ ব্যৱসায় বাণিজ্য কৰে। কিছুমান সাধাৰণ স্তৰৰ মানুহো আছে। এইসকলে গখীৰ বেচে, ঘাঁহ কাটে, সাধাৰণ চাকৰি কৰি জীৱন নিৰ্বাহ কৰে। বেংকক চহৰত টাই ভাৰত ল'জ্ নামেৰে এটা টাই আৰু ভাৰতীয় মানুহৰ সমূহীয়া সাংস্কৃতিক অনুষ্ঠান আছে। ইয়ালৈ গৈছিলোঁ। ইয়াত যুটীয়া ভাবে আমাক আদৰণি জনোৱা হৈছিল- যোৱা মহ সমৰৰ সময়ত সিংগাপুৰ, বেংকক, এইবোৰ ঠাই নেতাজী সুভাষ বসুৰ কৰ্মস্থলী আছিল। উপৰোক্ত অনুষ্ঠানটোৰ ঘৰ দুৱাৰ, ঘাইকৈ লাইব্ৰেৰীটো বৰ মনোৰম। বহুত পুৰণি কিতাপো আছে। সেই আদৰণি সভাখনত আমি সাংস্কৃতিক আদান-প্ৰদানৰ বিষয়ে আলোচনা কৰিছিলোঁ। টাইলেণ্ডত ভাৰতীয় সাংস্কৃতিক প্ৰভাব সুস্পষ্ট। আনকি এওঁলোকে ব্যৱহাৰ কৰা লিপিও পালি লিপিৰ সৈতে বহুখিনি মিলে।

বেংকক চহৰৰ জনসংখ্যা প্ৰায় এক নিযুত। তাহানি আমেৰিকাত আমাৰ বাৰাণশী চহৰৰ জনসংখ্যাৰ বিষয়ে এজনে সুধিছিল। শুদ্ধকৈ ক'ব নোৱাৰি আহুকালত পৰিছিলোঁ। গতিকে পৃথিবীৰ দেশ আৰু চহৰবোৰৰ জনসংখ্যাৰ বিষয়ে কিছুদূৰ খবৰ ৰখাটো বেয়া নহয়। দক্ষিণ-পূব এছিয়াৰ সৰ্ববৃহৎ চহৰসমূহৰ ভিতৰত বেংকক লেখতলবলগীয়া। মেনাম নৈৰ মোহনাৰ প্ৰায় পঁচিশ মাইল ওপৰ ভাগলৈ নৈখনৰ বাওঁ পাৰত বেংকক চহৰ অৱস্থিত। চহৰৰ কেনো কোনো অঞ্চল ঘনকৈ জনবহুল। কোনো কোনো

অঞ্চলহে নির্জন, শান্ত, স্নিগ্ধ। চহৰৰ উত্তৰাঞ্চল আৰু পূৰ্বাঞ্চলৰ পিনে ঘাই উদ্যান আৰু অট্টালিকাসমূহ অৱস্থিত।

কেউপিনে সিঁচৰিত হৈ থকা বৌদ্ধ মন্দিৰ আৰু জলাশয়বোৰ হৈছে বেংকক চহৰৰ সবাতোকৈ বাছকবনীয়া বস্তু। কোনো কোনোৱে এই জলাশয়সমূহৰ কাৰণেই বেংকক চহৰক "প্ৰাচ্যৰ ভেনিচ" বুলি কয়। এই ক্ষেত্ৰত প্ৰকৃততে বেংকক চহৰক ভেনিচৰ সৈতে ৰিজাব পাৰি নে নোৱাৰি, সেই বিষয়ে মোৰ সন্দেহ। চহৰ আৰু চহৰীয়া প্ৰান্তৰ—অঞ্চলসমূহ বুতা তুলি থৈছে দুয়ো পাৰ সেউজীয়া ঘাঁহনিৰে সুশোভিত স্ৰোতৱতী এই জলাশয়বোৰে। এনেবোৰ জলাশয়ক টাই ভাষাত ক্লং বোলে—আমাৰ খাল। ক্লঙৰ লগত আমাৰ কলং নৈৰ কিবা সম্বন্ধ আছে যদিও নেজানোঁ। আমাৰ ভাষাতত্ত্বৰ পণ্ডিতসকলে এই বিষয়ে সিদ্ধান্ত কৰিব। ...... চহৰৰ কেউপিনে মনোৰম গছেৰে ভৰপূৰ বুলিভাঁৰোৰ। জয়েচ কিলমাৰ বোলা কবি এজনাই ক'বৰ দৰে ঃ

"I think that I shall never see
A poem lovely as a tree"

ব্যৱসায় অঞ্চলৰ কোলাহল আৰু জনতাৰ হেঁচা-ঠেলাৰ পৰা আঁতৰি এই অঞ্চলসমূহত প্ৰবেশ কৰিলে মনে যে কি এক অপূৰ্ব শান্তি পায়।

চীনা মানুহৰ সংখ্যা কিছুদূৰ বেছি যদিও টাইলেণ্ডত, বিশেষকৈ বেংকক চহৰত, প্ৰাচ্যৰ প্ৰায়বোৰ দেশৰে মানুহ আছে। চহৰৰ ব্যস্ত আলিপদূলিত যেনেকৈ টাই মানুহ লগ পোৱা যায়, তেনেকৈ চীনা মানুহ, ভাৰতীয় মানুহ, ব্ৰহ্মদেশীয় মানুহ, মালয়ছিয়া, লাওছ কেম্বোডিয়া ইত্যাদি দেশৰো মানুহ লগ পোৱা যায়। ভাষা, সাজসজ্জা, সকলোপিনৰ পৰা ইটো গোষ্ঠীৰ মানুহ সিটো গোষ্ঠীৰ বিৰ্জনিত সুকীয়া। জাকৰুৱাৰ মাজত কোনো গোষ্ঠীৰ মানুহ হেৰাই যোৱাৰ আশংকা নাই। ইয়াৰ উপৰিও চহৰত ভালেখিনি শ্বেতকায় মানুহ আছে যদিও ইয়াৰ সৰহ ভাগ ইংলণ্ড আৰু আমেৰিকাৰ মানুহ।

চহৰৰ কোলাহল পিছ পেলাই থৈ সৰু নাও এখনৰে এনে এটা খালেদি বা নৈৰ বুকুৰেদি যদি ওপাঙি অহা হয়, চকুৰ আগত ৰূপালী পৰ্দাৰ ছবিৰ দৰে নতুন এক দিগন্তৰ মুকলি হয়। মনটো অনিৰ্বচনীয় কিবা এক আনন্দত ভৰি পৰে। ইয়াত বহুতেই পানীৰ এডোখৰলৈকে আগুৰি থকাকৈ চাংঘৰ সাজি বাস কৰে। পানীৰ এডোখৰলৈকে বিস্তৃত হৈ থকা এইবোৰ কৃষকৰ চাংঘৰ। অতি নিকা, অতি বিতোপন। ........সোজনী তেজীবঙা গাভৰু। ঘৰৰ খিড়্কীকিৰে বাহিৰলৈ চাই চকু পিৰিকিয়াই হাঁহিছে। কিয় হাঁহিছে? আমালৈ চাই নে পানীলৈ চাই? কলৈ চাই হাঁহিছে? আমাক কেলৈ লাগিছে। তাই হাঁহিছে। সেয়ে আমাৰ কাৰণে যথেষ্ট। নিশা নৈশ-ক্লাবত লগ পোৱা ছোৱালীহঁতকৈ এইজনী ছোৱালী কিমান সৰল। কবিৰ ভাষাতে তাই "স্বভাৱসুন্দৰী।"

"তোমাৰ এই পলাশী ওঁঠৰ
আঁৰে আঁৰে
আছে জানো কিবা ভাষা?

কিবা ইতিহাস? মানুহৰ? প্ৰণয়ৰ?”

চাংঘৰৰ বাবান্দাৰ পৰা সোঁৱা সোঁ গৰাকী বুঢ়ী আইতাই আমালৈ তথা লাগি চাইছে? বুঢ়ীৰ চাল সোঁতোৰো-সোঁতোৰ—কিন্তু এয়া পকা থেকেৰাহে যেন। আইতাই আমাক জানো দূৰৱ এই পানীৰ মাজত মনিব পাৰিছে? মনিব পাৰিছে যদি আইতাই চাগৈ ভাবিছেঃ “এইবাহ নাতি ল'ৰা আহিল ক'ৰ পৰা?” আইতা বাৰু এনেকৈ জলকা লাগি আছে কেলৈ?

“এয়া আমাৰ আইতা, আশীবছৰীয়াঃ
মধ্যাহ্নৰ সূৰ্য্যৰ প্ৰখৰ তাপত,
নাইবা
ঘনঘোৰ বাৰিষাৰ প্ৰলয় দিনত,
জহকালি, জাৰকালি, সকলোকে
উপলুঙা কৰি
ঘূৰিফুৰা মৰাপাট বৰণীয়া চুলি।”

সৌজন ককাই আমালৈ চাই এচাৰি জোকাৰিছে, মুৰো দুপিয়াইছে। ওচৰতে সেইজাক নাতি-ল'ৰা, লৰবি-ধাপবি কোঢ়াল কৰি আছে। চহৰৰ কোলাহল পূৰ্ণ “ধূলি আৰু ধোঁৱাৰ চিম্ফনি” এৰি যেতিয়া এনে এক নিৰ্ম্মল পটভূমিত মন আৰু চকু বিচৰণ কৰিছিল, তেতিয়া নিজে লিখা কবিতা এফাকি আপোনা-আপুনি মনলৈ আহিছিল।

“ঘোলা কণীৰে সেকা
আমলেটৰ দৰে
ৰ'দে পোৰা নগ্ন এই পৃথিবীৰ গোন্ধ।”

কবিতাৰ পংক্তি ফাকিত নিৰ্লিপ্ত হৈ থকা বিদ্ৰূপাত্মক ধ্বনিয়ে মোৰ মন আচ্ছন্ন কৰিছিল। আমাৰ পৃথিবীখন সঁচাই “ৰ'দে পোৰা”। কিহৰ ৰ'দে পুৰিছে? তথাকথিত আধুনিক যুগৰ ৰ'দে। পৃথিবী আজি হিংসাত উন্মত্ত। এই “ৰ'দে পোৰা” পৃথিৱীখনৰ গোন্ধ “ঘোলা কণীৰ সেকা আমলেটৰ” দৰে অসহনীয়। আজিৰ তথাকথিত সভ্যতাৰ ৰিজনিত অনুন্নত অৱস্থাই শ্ৰেয়।.........

ছাত্ৰাৱস্থাত অ'লডইছ হাক্সলীৰ “ৱৰ্ডছৱৰ্থ ইন ডি ট্ৰপিক্স” বোলা ৰচনাখন পঢ়িছিলোঁ। তাত দাৰ্শনিকজনাই গ্ৰীষ্ম-প্ৰধান অঞ্চলসমূহৰ প্ৰকৃতিৰ ভয়াবহ-ভাৱ কথা লেখিছে। দক্ষিণ-পূৱ এছীয়া গ্ৰীষ্ম-প্ৰধান মণ্ডলৰ অন্তৰ্ভুক্ত। হাক্সলীৰ ৰচনাখন সুন্দৰ, মনোগ্ৰাহী। তথাপি গ্ৰীষ্ম-প্ৰধান প্ৰকৃতিৰো যে এক মাদকতা আছে সেইষাৰ কথা বুদ্ধিজীৱী এই দাৰ্শনিক গৰাকীয়ে উপলব্ধি কৰিব পৰা নাছিল। নৈৰ বুকুলৈ একেথৰে চাই থকা সেই “তেজীঋণ্ডা গাভৰু”জনীৰ ছবি ৱৰ্ডছৱৰ্থৰ দ্বাৰাই অংকিত হাইলেণ্ড লেছ গৰাকীৰ ছবিখনতকৈ অধিক আকৰ্ষণীয় নহয় জানো? এনে এক চিত্ৰ, নেদেখিলে কল্পনা কৰা টান। খিড়কীকৰে তাইৰ মুখখন দেখি ফ্ৰেমত বন্ধাই থোৱা ছবি যেন লাগিছিল।

"সিপাৰত বিস্ফোৰণ, শব্দ গধূলীৰ।
এই পাৰে
বাঁহ-বন ফ্ৰেমত অঁকা এজনী ছোৱালী।"

এনেদৰে ক্লঙৰ বুকুৰেদি ওপাঙি যাওঁতে কোনো সময়ত ঘন হাবিয়ে, কোনো সময়ত [illegible] গছ লতাৰ ঘন জোপোহাবোৰে দৃষ্টি আগুৰি ধৰে। [illegible] নাইটিংগেল্" বোলা কবিতাটোত বৰ্ণিত গছৰ পাত-বোৰ [illegible] উঠে, তাৰ মাজে মাজে হোৱা ফাঁক বোৰেদি [illegible] জোনৰ পোহৰ পৃথিৱীৰ বুকুত সৰকি পৰে, [illegible] এক মাদকতাৰ সৃষ্টি কৰে। সেইদৰে যেতিয়া ক্লঙৰ দাঁতিৰ [illegible] জোপোহাবোৰৰ মাজেদি দূৰণিৰ ব'দত তিৰ-তিৰাই [illegible] অলিন্দবোৰ বিণিকি বিণিকি চকুত পৰে, সেই দৃশ্যপটৰ [illegible] অপূৰ্ব। প্ৰকৃতিৰ নীৰৱতাই মন আচ্ছন্ন কৰি [illegible] এক ভাবৰ সংমোহন জগাই তোলে। বিণিকি বিণিকি দূৰণিত দেখা [illegible] দৃশ্যপটে ক'ৰবাৰ এক অবয়বহীন নীল দিগন্তলৈ [illegible] যায়। এফালে চহৰৰ উখল মাখল, আনফালে স্নিগ্ধ এই দৃশ্যপটৰ [illegible] প্ৰকৃতিয়ে আলফুলীয়াকৈ হাঁহিছে।

চহৰৰ মাজেদি থকা সৰুকাইৰ বৈ যোৱা কেইবাটাও ক্লং আছে। পণ্যবাহী নাৱৰ গতিচঞ্চল বাস্তৱতাৰে এইবোৰ এনেদৰে উশৃঙ্খল যে ক'তো লেশমানো [illegible] নাই। এইবোৰৰ বিভিন্নত লণ্ডন চহৰৰ বেষ্টমিনষ্টাৰ ব্ৰীজৰ দাঁতিকাষৰীয়া টেইমছ নৈৰ অঞ্চল ডোখৰৰ ব্যস্ততা নিষ্প্ৰভ হৈ যাব। প্ৰায়েই, ঘাইকৈ চহৰ অঞ্চলৰ ভিতৰত, ক্লঙৰ পাৰবোৰ শিলেৰে বন্ধোৱা দাঁতিৰ সোঁউভতীয়া ঘাইনিৰ কাষে কাষে লোৰ জেওৰা। সিমান বিস্তৃত নহয় যদিও বহুখিনি আমাৰ শ্ৰীনগৰৰ ডাল হ্ৰদৰ পাৰটোৰ লেখীয়া। বেংককত অৱস্থিত বিদেশী ৰাষ্ট্ৰ-দূতাবাসসমূহে এনে এটা ক্লঙৰ পাৰৰ মুকলি পথাৰত নিজৰ নিজৰ দেশৰ বস্তুৰ এখন মেলা পাতিছিল। মেলাত বস্তু বেচাও হৈছিল। সেই মেলাখনলৈ এদিন গৈছিলোঁ। এটা কথা দেখি ভাল লাগিছিল—ভাৰতীয় দোকানখনতে সবাতোকৈ অধিক মানুহৰ হেঁচা। আমাৰ ভাৰতীয় মহিলাসকলে খুব বস্তু বেচিছে। ঘামি গৈছে, মুখবোৰ ৰঙা পৰি গৈছে, কাৰো অকণ ভ্ৰূক্ষেপ নাই। শ্ৰান্তি নাই, ক্লান্তি নাই, অৱসাদ নাই।

বেংকক চহৰত হ্ৰদ এটাৰ পানীৰ মাজত ওপঙি থকা ৰেঁষ্টোৰা এটা আছে। ৰেঁষ্টোৰাটো এখন দুমহলীয়া জাহাজৰ লেখীয়া, নাম "কিমৰী লোভ'।" সৰু নাৱেৰে ৰেঁষ্টোৰাটোলৈ যাব লাগে। দুপৰীয়া এদিন আমি তাত আহাৰ কৰিছিলোঁ। হ্ৰদৰ নিৰ্ম্মল বতাহ, ৰেঁষ্টোৰাটোৰ অতি আধুনিক পৰিৱেশ আৰু ধোঁৱাই থকা টাই-আহাৰ, —অজীৰ্ণ ৰোগীৰো ভোক নলগাকৈ নেথাকে। দেশ-বিদেশৰ আহাৰৰ জুতি লবলৈ পোৱাটো অতি মাদকতাপূৰ্ণ অভিজ্ঞতা। এই পিনৰ পৰা মই সৌভাগ্যবান। টাইলেণ্ডত স্থায়ীভাৱে বসতি কৰা কেইজনমান ভাৰতীয় বন্ধুৱে ক'লে, ৰেঁষ্টোৰাটোৰ নামত ব্যৱহাৰ

কৰা শব্দ কেইটা আচলতে হৈছে "কিন্নৰী নাভি।" টাই মানুহৰ মুখত পৰি 'নাভি' শব্দটো 'নোভা' হৈছে—অলপ পাতলীয়াকৈ হলেও নামটোত কিছু-দূৰ যে ইংৰাজী উচ্চাৰণ-পদ্ধতিৰ পৰশ নপৰাকৈ আছে, সেইষাৰ কথাও নহয়। ......চহৰত এটা বিৰাট হোটেল আছে। তাতো খাইছিলোঁ। নাম "ইৰাৱন্।" আচলতে শব্দটো হৈছে "ঐৰাৱত"- দেৱৰাজ ইন্দ্ৰৰ হাতীটোৰ নামেৰেই নাম। বেংকক চহৰত আমি থকা হোটেলটোৰ নাম হৈছে "ৰাম"। উচ্চাৰণ কৰা হয়, ইংৰাজী পদ্ধতিৰে "ৰামা" বুলি, আমাৰ যেনেকৈ 'অশোক' হোটেলক 'অ'-শোকা' বোলা হয়, সেইদৰে। "ৰাম" হোটেলটোৰ সংশ্লিষ্ট কেইটামান ৰেষ্টোৰা আছে—এটাৰ নাম "ৰামায়ণ"। বৰ আচৰিত হলো। আন এটা ৰেষ্টোৰা দেখি। নাম 'চাংমাই"। আমাৰ আহোম স্বৰ্গদেউসকলে মনত পৰাৰ উপৰিও মোৰ বেজবৰুৱাৰ পিথু চাংমাইলৈকো মনত পৰিছিল কি যে এক অমৰ চৰিত্ৰ সাহিত্যৰথীয়ে আমাক দি গল। নামটোৰ কাৰণেই কেইবাদিনো "চাংমাই" ৰেষ্টোৰাত খাবলৈ গৈছিলোঁ। আমাৰ লগত কোনো জয়মতী নাছিল যদিও জয়মতীৰ প্ৰতি পিথু চাংমাইৰ যি তৎপৰতা আৰু আনুগত্য, সেই একে তৎপৰতা আৰু আনুগত্যৰে "চাংমাই" ৰেষ্টোৰাৰ পৰিচাৰিকাইঁতে আমাৰ সোধ-পোচ কৰিছিল। এইখিনিতে কৈ থওঁ, হ্ৰদৰ বুকুত ওপঙি থকা "কিন্নৰী নোভা" ৰেষ্টোৰাটো আমাৰ শ্ৰীনগৰৰ ডাল হ্ৰদৰ "হাউছ বট"-সমূহৰ সৈতে মিলে। একেদৰে মনোৰম।

বেংকক চহৰৰ যিফাললৈকে চোৱা নহওক লাগিলে, বৌদ্ধ মন্দিৰসমূহ চকুত নপৰাকৈ নেথাকে। এই মন্দিৰবোৰক "ৱাট্" বোলে। কাৰুকাৰ্য্যৰ পিনৰ পৰা মন্দিৰবোৰ অতি চমৎকাৰ মনোৰম সমভাবে খাজে খাজে চূড়া-বোৰ আকাশৰ সীমাৰ ফালে আগবাঢ়ি গৈছে। এনেদৰে আগবাঢ়ি যোৱা এই চূড়াঁবোৰ দেখি ৰবি ঠাকুৰৰ প্ৰতিক্ৰিয়া কেনে হলহেঁতেন কোৱাটো টান। ৰবি ঠাকুৰে নৈ আৰু আকাশ ভাল পাইছিল—"নদী আমি ভালোবাসি আৰ ভালোবাসি আকাশ"- -,ভাল নেপাইছিল পৰ্বত। ভাল নেপাইছিল এটা কথাৰ কাৰণে। পৰ্বতৰ শিখৰে আকাশৰ বুকু যেন চিৰাচিৰ কৰিবলৈ ওলাইছে, কাৱৰ কল্পনাত এনে ধৰণৰে প্ৰতিভাত হৈছিল। আকাশখন কম টেঙৰী নহয়। অনমনা প্ৰিয়াৰ দৰে শিখৰবোৰক অস্বীকাৰ কৰি আঁতৰি গৈছে। শিখৰ-বোৰেও যেন ব্যৰ্থ হৈ নিজৰ সীমাবদ্ধতাক অস্বীকাৰ কৰিব নোখোজাকৈ আছে। বৌদ্ধ মন্দিৰসমূহ নিৰীক্ষণ কৰিলে সঘনাই এটা ভাবেই মনলৈ আহে। প্ৰাচীন এই শিল্পী-কাৰিকৰসকল কেনে শিল্পীপ্ৰাণ আছিল। অন্তৰৰ সকলো অনুৰাগ-অনুভূতি উজাৰ কৰি দি "বুকু ঢালি" হাতুৰীৰে বাস্তৱত একোটা স্পন্দ কেনেকৈ এওঁলোকে জীৱন্ত কৰি তুলিছে।

দুপৰীয়াটো আছিল চক্‌চকীয়া। ৰ'দ কোমলো নহয়, চোকাও নহয়। বেংকক চহৰত অৱস্থিত প্ৰখ্যাত এমাৰেল্ড বৌদ্ধ- মন্দিৰটো এনে এটা দুপ-ৰীয়াত চাবলৈ গৈছিলোঁ। মূৰ্ত্তিটো সোণৰ, নানাবিধ মণিমুক্তা খচিত। মন্দিৰৰ দেৱালবোৰ সোণপানী চৰোৱা, নানাবিধ কাৰুকাৰ্য্যৰে উদ্ভাসিত। দেৱালৰ এঠাইত সমূহ ৰামায়ণ-কাহিনীৰ চিত্ৰাৱলী দেখিছিলোঁ। আমাৰ দক্ষিণ

ভাৰতত হোৱাৰ দৰে দক্ষিণ-পূব এছিয়াৰ এই অঞ্চলসমূহত ৰামায়ণ অতি জনপ্ৰিয়। ৰামায়ণক বিষয়বস্তু স্বৰূপে লৈ নৃত্য-গীত, অভিনয় আদিৰ উৎপত্তি হোৱাৰ উপৰিও চিত্ৰকলাৰ ক্ষেত্ৰতো ইয়াক মৰ্ম্মস্পৰ্শী কৰি তোলা হৈছে। মন্দিৰৰ দেৱালৰ এই ছবিবোৰ এফালৰ পৰা চাই যাওঁতে দেহা শ্ৰান্ত হৈ পৰিছিল। মন ভৰি পৰিছিল পুলকত।

বৌদ্ধ ৰাটবোৰ নিৰ্মাণ কৰোঁতে যিবোৰ ইটা বা শিল ব্যৱহাৰ কৰা হৈছে, সেইবোৰ নানাবৰণীয়া। চকুত ধৰা পৰা ঘাই ৰং কেইটা হৈছে ৰঙা আৰু সেউজীয়া, নীলা আৰু সুৰ্মাথৰা বৰণীয়া। এইবোৰৰ সমাৱেশেৰে যোঁতিয়া দেৱাল নিৰ্মাণ কৰা হয়, দেৱালবোৰ হৈ পৰে একোখন ছবি। নিকোলাছ ৰ'ৰীকৰ ছবিবোৰৰ কথা প্ৰায়েই ভাবোঁ, ৰঙৰ কি অপূৰ্ব সমাৱেশ। ৰঙৰ সানমিহলি প্ৰয়োগৰে প্ৰাচীন এই শিল্পী-কাৰিকৰসকলৰ সৌন্দৰ্য্য-প্ৰকাশ কৰা ক্ষমতা দেখিলে, সেইসকলৰ মন কেনেদৰে সূক্ষ্ম আৰু সৌষ্ঠৱ-শালী আছিল, সেই বিষয়ে নিশ্চিন্ত হব পাৰি।

মন্দিৰৰ এই মজিয়াবোৰ? চিকচিকাই থকা, চীনা মাটিৰে ম'জেইক্ কৰা একোখিলা বিস্তৃত তুলাপাতহে যেন। মিহি। নিমজ। মজিয়াবোৰ নিমজ হোৱাৰ কাৰণ এটা আছে। মন্দিৰৰ দুৱাৰদলিৰ পৰা বেদীৰ কাষলৈকে মানুহ আঠুৰে খোজ কাঢ়ি যায়। এইদৰে খোজ কাঢ়োঁতে কাঢ়োঁতে মজিয়া-বোৰ তেনেই নিমজ হৈ গৈছে। আঠুৰে খোজ কঢ়াত টাই পুৰুষ-মহিলা, উভয়েই বৰ পাকৈত। আঠুৰে ইমান খৰকৈ এওঁলোকে এনেকৈ খোজ কাঢ়ে যে নেদেখিলে অনুমান কৰাটো টান। ল'ৰা-ছোৱালীৰ পুতলা মটৰ-গাড়ী এখন চাবি দি নিমজ মজিয়াত এৰি দিলে যি দ্ৰুততাৰে আগবাঢ়ি যায়, সেই একে দ্ৰুততাৰে টাই মানুহে আঠুৰে আগবাঢ়ি যায়।

টাইলেণ্ড নৃপতিতন্ত্ৰ। ৰজাৰ সমুখত আৰু দেৱ-মন্দিৰত আঠুৰে খোজ কাঢ়োঁতে কাঢ়োঁতে মানুহ পাকৈত হৈ পৰিছে। এইটো অভ্যাস একালত আমাৰ দেশতো আছিল। কেবা বছৰৰ কাৰণে কাশী বিশ্ববিদ্যালয়ৰ "কোৰ্ট"ৰ এই সদস্য আছিলোঁ। কোৰ্টৰ সভা শেষ কৰি স্থানীয় নৃপতি এজনাৰ সৈতে কাশী চহৰত এদিন ফুৰিবলৈ গৈছিলোঁ। গাড়ীৰ বনেটত নৃপতি গৰাকীৰ স্বকীয় পতাকাখন উৰি আছিল। যিটো আলিয়েদি আমাৰ গাড়ী গৈছিল, সেইটো আলিৰ দাঁতিৰ মানুহবোৰক দেখিছিলোঁ শাৰী শাৰীকৈ আঠু লৈছে। এনে এটা পদ্ধতি গণতান্ত্ৰিক পটভূমিৰ বাবে আচহুৱা বস্তু যদিও ইংৰাজৰ আমোলত যে সৰু-বৰ পাঁচশখন তথাকথিত নৃপতি-ৰাজ্য আমাৰ দেশত আছিল, সেইবাৰ কথা সকলোৱেই জানে। এইবাৰ কথা মনত পৰাৰ লগে লগে বাটত নৃপতিৰ গাড়ী দেখি আঠুলোৱা মানুহ দেখি আচৰিত হবলৈ এৰিলোঁ। তথাপি কব লাগিব, মোৰ সমাজবাদী মনটোৱে উমি উমি বিদ্ৰোহ কৰি উঠিছিল। আমাৰ বৃটিশৰ আমোলৰ নৃপতি-ৰাজ্যৰ কথা মনত পৰা মুহূৰ্ত্তত চৰ্দাৰ পেটেলৰ কথা স্মৰণ হৈছিল। এই লোহ-মানৱজনাই বিনা ৰক্তপাতে কেনেকৈ আমাৰ দেশৰ নৃপতি-ৰাজ্যসমূহ নিৰ্ম্মূল কৰি, সেই

বোৰক গণতান্ত্ৰিক স্বাধীন ভাৰতৰ অন্তৰ্ভুক্ত কৰিছিল, সেইযাৰ কথা মনত পাৰিছিল। এই প্ৰথাটোৰ কাৰণে টাইলেণ্ডত আচৰিত হ'ব লগা একো নাই, কাৰণ তাত ই জাতীয় ঐতিহ্যই স্বীকৃতি দিয়া এক পদ্ধতি বিশেষহে।

টাইলেণ্ডৰ বৰ্ত্তমান নৃপতি গৰাকী নৱম ৰাম। ব্যক্তিগত নামটোৰ বাহিৰে ইয়াৰ নৃপতিসকলৰ ৰাষ্ট্ৰীয় স্থান এনেদৰে নিৰ্ণয় কৰা হয়। ৰাজ-প্ৰাসাদটোৰ নাম হৈছে ছিছট্ৰ'লডা প্ৰাসাদ - প্ৰায় ইংলণ্ডৰ বাকিংহাম প্ৰাসাদৰ আহিৰ্তি নিৰ্মিত। সাধাৰণতে নৃপতিজনাই সাক্ষাতৰ সুবিধা নিদিয়ে। এনে-দৰে সুবিধা পোৱাটো ভাগ্যৰ কথা বুলি বেংকক চহৰত বহুতেই আমাক কৈছিল। ৰজাৰ আগত আমিও আঠু লব লাগিব নেকি? আমিতো তেওঁৰ প্ৰজা নহয়। এইটো প্ৰশ্নই বাৰে বাৰে মোক বিব্ৰত কৰিছিল। ৰজাৰ গা-ৰখীয়া সামৰিক বিষয়া এজনে কলে: "নেলাগে। বিদেশীয়ে আঠু লব নেলাগে।" ৰজাৰ সৈতে সাক্ষাৎ প্ৰসংগত কি কি শিষ্টাচাৰমূলক ৰীতি-নীতি প্ৰয়োগ কৰিব লাগিব, সেই বিষয়ে মানুহজনে বিবৰি কলে।

ৰজাজন কোমল বয়সীয়া। ৰাণী গৰাকী ধুনীয়া। চক্‌চকাই থকা সোণৰ ৰাওলগোৱা গিলাছত আমি নেমু-টেঙাৰ পানী খালোঁ। ৰজাৰ সৈতে ধৰ্ম্মৰ সমতাৰ বিষয়ে আলোচনা কৰিলোঁ। নৃপতি গৰাকীয়ে কিতাপ-পত্ৰ বেচ পঢ়িছে। জ্ঞানী মানুহ। জ্ঞানী কাৰণেই সম্ভবতঃ মানুহজন শিষ্টাচাৰী, বিনয়ী। টাইলেণ্ডৰ সৈতে ভাৰতৰ সাংস্কৃতিক সম্বন্ধৰ বিষয়েও আলোচনা হ'ল। প্ৰত্যেকটো আলোচনাই অভূতপূৰ্বভাৱে তৃপ্তিদায়ক। ৰজাই মোক কৈছিল: "বেংকক সম্বন্ধে আপুনি ইংৰাজীত এটা কবিতা লেখিবচোন। আমি বিস্তৃতভাৱে প্ৰচাৰ দিম।" ... ...ৰজাৰ সৈতে আলোচনা কৰি ভাল লাগিছিল। আৰু ভাল লাগিছিল আমি যে আঠু লব লগা নহল, সেইটো কাৰণে। ৰজাৰ আগত বৰ বৰ বিষয়াসকলকো আনকি আঠু লৈহে আদেশ লোৱা দেখিছিলোঁ।

প্ৰতি বছৰে বেংকক চহৰত ডিচেম্বৰ মাহৰ পাঁচ তাৰিখে ৰজাৰ জন্ম-দিন ৰাজহুৱা উৎসৱ স্বৰূপে যাপন কৰা হয়। সেইদিনাই আমি দ্বিতীয়-বাৰৰ কাৰণে লাওছৰ পৰা বেংকক চহৰলৈ আহিছিলোঁ। ৰজাৰ জন্মদিন উৎসৱত যেন গোটেই জাতিটোৱেই মতলীয়া হৈ গৈছে, কিবা এক ভাবিব নোৱাৰা উলাহ-মালহ। কেউপিনে নানা ৰঙচঙীয়া বন্তিৰ জোৱাৰ, লানী লানী পোহৰ। চহৰত আজি যেন দীপাৱলী। তাহানি ব্ৰহ্মদেশলৈ যাওঁতে আমি ৰেংগুন চহৰত থকাৰ সময়তে দীপাৱলী। ব্ৰহ্মদেশৰ মানুহৰ কাৰণে দীপাৱলী উৎসৱ নাই। ৰেংগুন চহৰত থকা ভাৰতীয়সকলে দীপাৱলী পাতি-ছিল। আমাৰ দেশত সৰ্বোৎকৃষ্ট দীপাৱলী হয় বম্বে চহৰত। ৰেংগুন চহৰত হোৱা দীপাৱলীও বম্বে চহৰত হোৱা দীপাৱলীৰ মাদকতা নাই যদিও অনুষ্ঠিত হোৱা বন্তিৰ জ্যোতিৰেখাত মাদকতাও আছে, অনুৰাগো আছে। সহজতে একোকে পাহৰিব নোৱাৰি।

দুপৰীয়া এদিন টাই মন্ত্ৰী এজনাৰ আলহী স্বৰূপে বান-টাই নামৰ ৰেঁষ্টোৰা এটাত খাবলৈ গলোঁ। ঘৰটো টাই আৰ্হিত নিৰ্মিত যদিও সকলো প্ৰকাৰৰ আধুনিক সা সুবিধাৰে ৰেঁষ্টোৰাটো সুসজ্জিত। ৰেঁষ্টোৰাটো তিনি গৰাকী টাই ছোৱালীৰ সমূহীয়া প্ৰচেষ্টা। বৰ নিকা। ৰেঁষ্টোৰাৰ সোধ-পোচ কৰা ল'ৰাহঁতৰ সাজ-কাপোৰ সম্পূৰ্ণৰূপে প্ৰাচীন টাই আৰ্হিৰ, দেখি ভাল লাগে। ৰেঁষ্টোৰাটোৰ খোৱা ঘৰৰ মজিয়াখন এখন ৰঙা কাৰ্পেটেৰে আবৃত। আমাৰ কাৰণে মাইহাঙত বিধে বিধে আহাৰ আছিল। বাঁহ গাজেৰে ৰন্ধা মাংসৰ আঞ্জা আছিল প্ৰত্যেক বিধ আহাৰেই টাই ধৰণৰ। খোৱা বস্তুবোৰ আগে আগে দিওঁতে ৰেঁষ্টোৰাৰ ল'ৰাহঁতে আঠুলৈহে দিছিল। কেৱল আমাকেই নহয় আনবোৰ খাবৰীয়াৰে।

আৰু এদিনৰ কথা, টাইলেণ্ডৰ প্ৰধানমন্ত্ৰী, বৈদেশিক মন্ত্ৰী, এইসকল ৰাষ্ট্ৰ নেতাক সাক্ষাৎ কৰাৰ উপৰিও প্ৰিভি কাউন্সিলৰ সভাপতি ৰজকোঁৱৰ ধনী ক্ৰমানীন বিদ্যালভ ব্ৰুদভৰ মহোদয়ৰো লগ পাইছিলো। মানুহজন আশী বছৰীয়া বুঢ়া যদিও অত্যন্ত কৰ্মক্ষম। মানুহজনৰ আঠুলৈকে কিংখাপৰ এখন চুৰিয়া। পণ্ডিত মানুহ। মানুহজনে বৌদ্ধ ধৰ্ম সম্বন্ধে কেইবাখনো তত্বপূৰ্ণ পুস্তক প্ৰণয়ন কৰিছে। বুঢ়া ৰাজকোঁৱৰে আমাক পদুলিমুখৰ পৰা আদৰি নি ভিতৰত বহিবলৈ দিলে। বহিবলৈ দিলে তামুলী পীৰাত। পাৰ্থক্য এইখিনিতে যে ৰাজকোঁৱৰৰ প্ৰাসাদৰ তামুলী পীৰাৰ খুৰাবোৰ সোণপানী চৰোৱা, ওপৰত ভেলভেটৰ গাদী লগোৱা। আমাৰ অসমৰ তামুলী পীৰা দেখাতে আদিতে টাইসকলৰ বস্তু নেকি? আৰু এই আঠুলোৱা প্ৰথাটো? ৰাজকোঁৱৰৰ প্ৰাসাদৰ এজনী গাভৰু ছোৱালীয়ে আঠু লৈ আমাৰ আগে আগে- বিধে বিধে খোৱা বস্তু দাঙি ধৰিলে। ইটোৰ পিছত সিটোকৈ মোৰ মনত প্ৰশ্নৰ উদয় হল। এওঁ ৰাজকোঁৱৰৰ নাতি ছোৱালী নেকি? নাতি ছোৱালী যদি আঠু লৈছে কেলৈ? নাইবা ঘৰৰ বনকৰা ছোৱালী নেকি? ক'ৰবাত বনকৰা ছোৱালীনো ইমান ধুনীয়া থাকে নে?

আঠু লোৱাৰ কথাই আচল কথাৰ পৰা মোক আঁতৰাই আনিছে। বটৰ মজিয়াবোৰ যেনেকৈ মজাইক কৰা তেনেকৈয়ে দেৱালবোৰো মজাইক কৰা। এইবোৰত চীনা মাটিৰ লগতে নানা ৰঙীন আইনাও ব্যৱহাৰ কৰা হৈছে। সেইদৰে বটৰ উদ্যানবোৰো নানা বৰণীয়া ফুল, গছ, লতা আদিৰে জাতিষ্কৰ কৰি থোৱা হৈছে। উদ্যানৰ মাজে মাজে একোটা দৈত্যাকায় শিলৰ মূৰ্ত্তি, এইবোৰ হৈছে দ্বাৰপালক। মন্দিৰৰ এনে এক স্নিগ্ধ পৰিবেশৰ অন্তৰালত এনে একোটা ভয়ংকৰ মূৰ্ত্তি বৰ বিসদৃশ যেন লাগিছিল। এইখিনিতে এটা কথা মনত পৰিছে। তাহানি অসমৰ চহৰ এখনৰ ৰাজআলি এটাইদি বন্ধু এজনৰ সৈতে খোজ কাঢ়ি গৈ আছোঁ। তেতিয়া মই চফল ডেকা। এনেতে এখন মটৰ গাড়ী আমাৰ আগেদি আগবাঢ়ি গ'ল। চলাইছে খাকী সাজ পিন্ধা হুটঙা এজন পুলিচ বিষয়াই, কাষত বহি গৈছে এগৰাকী অতিপাত ধুনীয়া মহিলা। গোটেই দৃশ্যটো মোৰ বৰ বিসদৃশ যেন লাগিল। তেতিয়া ডেকা কালত যি বিসাদৃশ্যৰ ভাব মনলৈ আহিছিল, আজি বুঢ়া কালত মন্দিৰৰ

শৰীৰৰ, নিৰ্জন উদ্যানত এই দৈত্যাকায় মূৰ্ত্তিবোৰ দেখি সেই একে ভাবেই মনলৈ আহিছে। কোনো কোনো শিল্পী-সমালোচকৰ মতে সদৃশ আৰু বিসদৃশ বস্তুৰ সমাবেশৰ জৰীয়তে শিল্পগত ভাবসাম্যৰ সৃষ্টি হয়। উপৰন্তু এই দুয়ো ক্ষেত্ৰতে কিবা যে ভাবসাম্যৰ সৃষ্টি হৈছিল, সেইষাৰ কথা স্বীকাৰ কৰিবলৈ টান পাইছো।

সামাজিক পৰিস্কাৰ-পৰিচ্ছন্নতাৰ বিষয়ে টাইলেণ্ডৰ মানুহৰ জ্ঞান অপৰিসীম। এইখিনিতে টাই সমাজ আৰু আমাৰ সমাজৰ মাজত পাৰ্থক্য। সামাজিক পৰিস্কাৰ-পৰিচ্ছন্নতাৰ জ্ঞান আৰু ব্যক্তিগত পৰিস্কাৰ-পৰিচ্ছন্নতাৰ জ্ঞান, দুয়োটাৰ মাজত যথেষ্ট পাৰ্থক্য আছে। ব্যক্তিগত ভাবে ভাৰতীয় মানুহ পৰিস্কাৰ-পৰিচ্ছন্ন। সামাজিক ভাবে নহয়। ইউৰোপীয় মানুহ ব্যক্তিগত ভাবে পৰিস্কাৰ পৰিচ্ছন্ন নহলেও সামাজিক ভাবে পৰিস্কাৰ পৰিচ্ছন্ন। টাই-লেণ্ডৰ মানুহ এই ফালৰ পৰা ইউৰোপীয় মানুহৰ সৈতে বহুদূৰ মিলে। ব্যক্তিগত ভাবে এওঁলোক পৰিস্কাৰ-পৰিচ্ছন্ন, সামাজিক ভাবেও পৰিস্কাৰ-পৰিচ্ছন্ন। দুয়োটাৰ ভিতৰত এওঁলোকে সুন্দৰ এক সমন্বয় স্থাপন কৰিছে। আৰু আমাৰ? ভাৰতীয়ৰ ৰান্ধনী ঘৰ চকুত লগাকৈ পৰিস্কাৰ-পৰিচ্ছন্ন যদিও ভিতৰৰ জাবৰ-জোঁথৰবোৰ ৰাজআলিত নি জমাই থোৱা হয়। আনৰ কথা চিন্তা কৰিব নোৱাৰা মানুহৰ ধৰণ এইটোৱেই। সৰহ দূৰলৈ যাব নলাগে। গুৱাহাটীৰ আলি-পদূলিলৈ চকু দিলেই হব। পুৱা ওলাই গলেই আগনিশা কাৰ ঘৰত কি ৰান্ধিছিল, কি খাইছিল, অনায়াসে বুজিব পাৰি।

হাতত অলপ ধন গোট খালেই টাইলেণ্ডৰ মানুহে ৱট্ (মন্দিৰ) সাজে। এই ৱট্‌বোৰৰ চোতালবোৰ শিলৰ। মাজে মাজে সেউজীয়া ঘাঁহনি। তৰহে তৰহে ফুল। ওপৰত কৈ আহিছোঁ, মানুহৰ হাতত ধন হলেই মন্দিৰ সাজে। সেই কাৰণেই এইখন দেশত মঠ-মন্দিৰৰ এনে প্ৰাদুৰ্ভাৱ। ৰাজ পৰিয়ালৰ কোঁৱৰসকলে পিতৃ পুৰুষৰ স্মৃতিৰ উদ্দেশ্যাৰে মন্দিৰ সজাটো এটা নিয়ম। ইয়ো এটা মন্দিৰৰ প্ৰাদুৰ্ভাৱৰ মুখ্য কাৰণ। এইবোৰ মন্দিৰেই সবাতোকৈ বিতোপন। মন্দিৰ সামন্তবাদী সমাজৰ বস্তু। এইষাৰ বুৰঞ্জীসন্মত সত্য। যিকোনো দেশৰ ক্ষেত্ৰতে এইষাৰ কথা প্ৰয়োগ কৰিব পাৰি। আজি বহুদূৰ ৰজা বিষয়াৰ দিন উকলিছে যদিও প্ৰাচীন সামন্তবাদী মনোভাৱৰ যে অন্ত পৰিছে, সেইষাৰ কথা সঁচা নহয়। ভাৰতৰ ক্ষেত্ৰতো সঁচা নহয়, টাইলেণ্ডৰ ক্ষেত্ৰতো সঁচা নহয়।

বেঙ্ককক চহৰক সুন্দৰ পটভূমি প্ৰদান কৰা মেনাম নৈৰ কথা এতিয়া কওঁ। এই নৈখনৰ সম্পূৰ্ণ নাম হৈছে মে-নাম চাও ফায়ম্। এই শব্দ কেইটাৰ অৰ্থ হৈছে "নৈৰ কোঁৱৰ।" ডক্টৰ বাণীকান্ত কাকতিদেৱে দেখুৱাইছে—আদিতে ব্ৰহ্মপুত্ৰ নৈৰ নাম আছিল "নাম-দাও-ফি"। এই কেইটা টাই শব্দ। অৰ্থ হৈছে "দেৱা-দেৱতাৰ নৈ।" ব্ৰহ্মপুত্ৰ নাইবা ব্ৰহ্মপুত্ৰৰ শাখা-প্ৰশাখা দিচাং, দিখৌ, ধনশিৰি, মানাহ ইত্যাদিৰ কথা স্মৰণ নকৰাকৈ যেনেকৈ অসমৰ কথা ভাবিব নোৱাৰি, মেনাম নাইবা মেনাম নৈৰ শাখা-প্ৰশাখা মেপিং, মেৱং, মেয়ম ইত্যাদিৰ

কথা স্মৰণ নকৰাকৈ তেনেকৈ টাইলেণ্ডৰ কথা ভাবিব নোৱাৰি। ব্ৰহ্মপুত্ৰ নৈৰ অবিহনে গুৱাহাটীৰ হৃৎপিণ্ড যেনেকৈ স্তব্ধ হৈ যোৱাৰ আশংকা, তেনেকৈ মেনাম নৈৰ অবিহনে বেংকক চহৰৰ হৃৎপিণ্ড স্তব্ধ হৈ যোৱাৰ আশংকা। এতিয়া অৱশ্যে নহয়, আজি এশ বছৰ মানৰ পূৰ্বে মেনাম আৰু ইয়াক সংযোগ কৰা পানীৰ খালবোৰেই আছিল বেংকক চহৰৰ একমাত্ৰ সংযোগ-পথ। বৰ্ত্তমান বেংকক পাশ্চাত্যৰ আদৰ্শৰ এখন উন্নত, বাছকবনীয়া চহৰ। "প্ৰাচ্যৰ ভেনিছ"—এইবাৰ কথা তেতিয়াহে সমুচিত ভাবে প্ৰয়োগ কৰিব পৰা কথা আছিল।

নৈৰ এফালেকাৰৈকে বৈ অহা জল-স্ৰোতে দেশৰ মধ্য-অঞ্চলৰ পৰা বেংকক চহৰ-প্ৰান্তলৈ অসংখ্য নাও নিতৌ আহে আৰু যায়। মোগলৰ বিৰুদ্ধে যোনিবা লাচিতৰ শৰাইঘটীয়া নাৱৰ বাণ্ধহে। নাৱৰ এনে জাকজুৰা শোভা টেইমছ নাইবা পৃথিবীৰ আন নৈত খুব কমেইহে দেখিবলৈ পোৱা যায়।

"মাধৈ মালতী,
আমাৰ জীৱনৰ পানচৈ
খৰস্ৰোতা নদীৰ বুকুত থৰকবৰক,
যেন ৩৩ নাইকিয়া মাকো।"

টাইলেণ্ডৰ মধ্য অঞ্চলত প্ৰচুৰ পৰিমাণে ধান হয়।"চকুৰে নমনা সোণালী ধান।" এই ধানবোৰকে নাৱে কঢ়িয়াই আনে চহৰৰ ধান-কলবোৰলৈ। নৈৰ সোঁতত সেইদৰে টিক কাঠবোৰ ডোখৰ ডোখৰকৈ চহৰৰ কাঠ-কলবোৰলৈ উটুৱাই অনা হয়। টিক গছক টাই ভাষাত "থাইচাক্" বোলে। পাৰত থিয় হৈ এদিন নৈখনৰ আলেখ লেখ চাইছিলোঁ। এই নৈখন ন আৰু পুৰণিৰ এক অপূৰ্ব সমাবেশ। ময়ূৰে পখীৰ দৰে সজ্জিত চীন দেশীয় আৰ্হিৰ নাওবোৰ, আনফালে ভাপচালিত বৰ বৰ নাওবোৰ। ইয়াৰ মাজে মাজে দ্ৰুত গতিত চপল-তনু তৰুণীৰ দৰে অহাযোৱা কৰিছে সৰু সৰু পানচৈবোৰ। ব্ৰহ্মদেশত তাহানি এনে ধৰণৰ নাও দেখি আহিছোঁ। টাইলেণ্ডৰ এনে ধৰণৰ নাওবোৰ একে আৰ্হিৰ। দুয়োখন দেশতে এনে ধৰণৰ পানচৈক 'চম্পন" বোলে। চাই থাকিলে অন্ত নপৰে—কিয় বাৰু দিনে নিশাই ইমান অহা-যোৱা? এটা কথাই বৰকৈ মন মোহে। সেইটো হৈছে নাওবোৰৰ সাজ-সজ্জাত প্ৰকাশ পোৱা শিল্পী হাতৰ পৰিচয়। ......এইখিনিতে এষাৰ কথা কব খুজিছোঁ। টাইলেণ্ডত গৰুৱে নহয়, ম'হেৰেহে হাল বায়। ম'হৰ পিঠিত উঠি পথাৰত বনাইফুৰা ডেকা ল'ৰাহঁতক দেখি আমাৰ অতি অৰ্থপূৰ্ণ বিহু-নাম মোৰ মনত পৰিছিল।

"মাইকী ম'হৰ বেজাৰত মতা ম'হ বেচিলোঁ
লাখুটি তুলিলোঁ চাঙত;
তোমাৰ বেজাৰত ঘৰ-বাৰী এৰিলোঁ
সোমালোঁ চৰকাৰী কামত।"

পৃথিৱীৰ প্ৰায়বোৰ নদী-মাতৃক দেশৰ মানুহৰ দৰে পুৰণি কালত টাই মানুহেও নৈক উপাসনাৰ বস্তু বুলি গ্ৰহণ কৰিছিল। টাই ভাষাত "মে" শব্দৰ অৰ্থ হৈছে "মাতৃ", "নাম" শব্দৰ অৰ্থ হৈছে "পানী" । "মে" আৰু "নাম" শব্দ দুটাৰ সংযোজিত অৰ্থ হৈছে "মাতৃনদী"। প্ৰায়বোৰ প্ৰাচীন সভ্যতাতে নৈক "পিতৃ" বা "মাতৃ" আখ্যা দিয়া হৈছিল। এবাৰ ৰেলেৰে গুৱাহাটীৰ পৰা দিল্লীলৈ আহিছোঁ। গাড়ীখনত ভালেমান বিহাৰী যাত্ৰী আছিল। গাড়ীখন শৰাইঘাট দলঙত উঠাৰ লগে লগে মানুহখিনিয়ে চিঞৰি-বলৈ ধৰিলে ঃ "ব্ৰহ্মপুত্ৰ মাই কী জয়।" মোৰ বৰ হাঁহি উঠিছিল। চিঞৰি কবৰ মন গৈছিল ঃ "ব্ৰহ্মপুত্ৰ মাৰ নহয়, বাপেৰহে"। ভাৰতৰ উল্লেখযোগ্য নৈ কেইখনৰ ভিতৰত ব্ৰহ্মপুত্ৰই একমাত্ৰ পিতৃ নৈ, অৰ্থাৎ নদ। আনবোৰ নদী। এবাৰ পাৰ্লামেণ্টত মজাৰ কথা এটা হৈছিল। অসমৰ বানপানীৰ বিষয়ে প্ৰশ্ন কৰিবলৈ উঠাৰ লগে লগেই অধ্যক্ষই মোক কলে ঃ "ব্ৰহ্মপুত্ৰৰ বিষয়ে প্ৰশ্ন? সেইখন এখন নৈহে।" মই কলোঁ ঃ "নৈ হয়। কিন্তু পুৰুষ-নৈ a masculine river" । ইংলণ্ডত একালত টেমছ্ নৈক "পিতৃ টেইমছ" বোলা হৈছিল। ইজিপ্টৰ নাইল নৈক আজিও "পিতৃ নাইল" বোলা হয়। টেইমছ্ নৈক "পিতৃ" বোলাৰ অন্তৰালত ভাৱপ্ৰবনতা আছে। মেনাম নৈক "মাতৃ" বোলা কাৰ্য্যত টাইলেণ্ডৰ সমগ্ৰ জীৱন-ঐতিহ্য জড়িত হৈ আছে। বেংকক চহৰৰ দাঁতিকাষৰীয়া অঞ্চলত, নৈখনত ওপঙি থকা এখন বজাৰো আছে। বজাৰখনত বিধে বিধে বস্তু পায়। বজাৰখন কেৱল ডেকা-গাভৰুৰ বাবেই নহয়, সকলোৰে কাৰণে আকৰ্ষণীয় ঠাই।......

আমি মেনাম নৈৰ মোহনাত দেখা সমুদ্ৰবাহী জাহাজবোৰৰ প্ৰায়বোৰেই হংকং, ছাইগন, সিংগাপুৰ ইত্যাদি ঠাইৰ পৰা অহা। চহৰৰ বাহিৰ অঞ্চলৰ নৈখনৰ দুয়োপাৰে আমাৰ লুইতৰ পাৰৰ দৰে—"লুইতৰ পাৰে পাৰে কহুঁ-ৱাৰ ফুল"—এবিধ দীঘল ঘাঁহ প্ৰায়েই চকুত পৰে। ইয়াৰ দক্ষিণ পাৰে সৰু ৰেল-গাড়ী এখন চলে। নিতৌ ৰেলখনে নৈৰ মোহনাৰ পৰা চহৰলৈ গাড়ীয়ে গাড়ীয়ে মাছ কঢ়িয়াই আনে। এইখিনিতে একেষাৰ কথা কৈ থোৱাটো ভাল হব ঃ আমাৰ মিচিংসকলৰ গাঁৱৰ দৰে টাইলেণ্ডৰ উত্তৰ অঞ্চলৰ গাওঁ-বোৰ নৈৰ পাৰে পাৰে অৱস্থিত। প্ৰায় একে যেন লাগে। আমাৰ অসমৰ মিচিং গাঁও এখনৰ "পৰাগ" উৎসৱত ছোৱালী কেইজনীমানৰ নাচ দেখি কৱিতা এটা লিখিছিলোঁ। তাৰে পংক্তি এটা তলত তুলি দিলোঁ।

"নৈৰ পাৰৰ ঘাঁহনি ডৰাত নাচিছিল তাই,
—সেউজীয়া এডৰা ঘাঁহনি ঃ আৰু লগত
এজাক ছোৱালী, একে ৰং, একে তেজ,
একে মুখ, একে চকু, একে নৃত্যৰ লহমা।"

চীন দেশত কিছুমান মানুহৰ ঘৰ নাই। নাৱত থাকে। ইয়ো এটা জীৱন। এনে জীৱনৰো নিজস্ব এটা মাদকতা আছে। এই একেদৰে টাইলেণ্ডৰ ভালে-মান মানুহ এতিয়াও নাৱত বাস কৰে। নৈবোৰত মাছ, কেঁকোৰা আদি প্ৰচুৰ

পৰিমাণে পায়। সেইদৰে সাগৰৰ কথা এৰিছোঁৱেই, নৈৰ মোহনাত শ্বাৰ্ক মাছ বেচ পায়। সৰ্বসাধাৰণতে শ্বাৰ্ক মাছ টাই মানুহে ৰবৰশী পেলাই তোলে। একোটা শ্বাৰ্ক মাছ কুৰি ফুট পৰ্য্যন্ত দীঘল হয়। এনে একোটা মাছ বৰশীৰে ধৰি নাৱত তোলাটো কেনে কষ্টকৰ কথা, সহজেই অনুমান কৰিব পাৰি। মোৰ হেমিংৱেৰ "অ'ল্ড মেন্ এণ্ড ডি ছি"-ৰ কথা মনত পৰে - তাত বৰ্ণিত সংগ্ৰামৰ সৈতে শ্বাৰ্ক মাছৰ সৈতে টাই মানুহে কৰা সংগ্ৰাম বহুখিনি একে। চীন দেশৰ মানুহে শ্বাৰ্ক মাছ খাই বৰ তৃপ্তি পায়। সেইদৰে টাইলেণ্ডৰ মানুহেও পায়। শ্বাৰ্ক মাছৰ মঙহ খাবলৈ প্ৰায় গাহৰিৰ মঙহৰ দৰে। নৈবোৰ টাইলেণ্ডৰ মানুহৰ বাবে আজিও অহা যোৱাৰ সংযোগ-পথ। বাৰিষা নৈত বান নামে। বানপানী আঁতৰি যায়। পথাৰত পলস পৰে। পলসুৱা পথাৰত ধান লহপহকৈ বাঢ়ি আহে।

টাই ভাষাত মাছক "প্লা" বোলে। টাইলেণ্ডত মাছৰ প্ৰাদুৰ্ভাব বৰ বেচি। কেম্বোডিয়া আৰু লাওছ অঞ্চল ভ্ৰমণ কৰি পুনৰ যেতিয়া বেংকক চহৰলৈ প্ৰত্যাবৰ্ত্তন কৰোঁ, নিশা আহাৰৰ টেবুলত বেংককত থকা বঙালী ভদ্ৰ মহিলা এগৰাকীয়ে লগ পাই বাৰে বাৰে কৈছিল ঃ "অলপ মাছ ভাজি দিওঁ। ভাৰতলৈ লৈ যাব।" কি অদ্ভুত প্ৰস্তাৱ। এইটো জানো সম্ভৱ ? তাৰ পিছত মালয়ছিয়া আৰু সিংগাপুৰলৈ মোৰ যোৱাৰ কথা আছিল– নিজৰ কামত নহয়, দেশৰ কামত। কথাত অলপ বিনয় আৰু অলপ বেদনা মিহলাই কলোঁ ঃ "ক্ষমা কৰিব। এইবাৰ নোৱাৰিম। আকৌ যেতিয়া বেংককলৈ আহিম, তেতিয়া লৈ যাম।" মহিলাগৰাকীয়ে কলেঃ "ঠিক আছে। এতিয়া অন্ততঃ কুৰিৰ চকল মাছ খাব লাগিব।" "এইটো জানো সম্ভৱ? ডেকাকালত পোন্ধৰ চকল মাছ মই অনায়াসে খাইছিলোঁ সেইটো আছিল মোৰ ৰেকৰ্ড। এতিয়া বুঢ়া কালত বৰ বেছি পাঁচ চকল মাছ খাব পাৰোঁ, তাতোকৈ বেছি পৰাটো টান। তথাপি মহিলা গৰাকীয়ে নেৰে। অবশেষত উপায় নেপাই তাহানি দিল্লীত ৰাষ্ট্ৰদূত এজনৰ পত্নীক কোৱাৰ দৰে এওঁকো কলোঁ ঃ When a charming woman like you presses me so hard, I have to yield. Temptation is the only thing that I cannot resist" এইযাৰ কথা অসমীয়া কৰাটো মোৰ পক্ষে টান—গতিকে যেনেকৈ কৈছিলোঁ তেনেকৈয়ে দিলোঁ। মহিলা গৰাকীয়ে কলে ঃ "আপুনি বেংককলৈ কিন্তু আহিব লাগিব; you will be in my dreams till you come ?" কি কেলেংকাৰী! নহালৈকে তাই মোক সপোনত দেখি থাকিব ? আমাৰ ঘৰৰ গৰাকীয়ে শুনিলে মৰিলোঁ। ... ...বহুত নকবলগীয়া কথা কলোঁ। এতিয়া আকৌ টাইলেণ্ডৰ মাছৰ কথালৈ উলটি আহোঁ। টাই মানুহৰ মাছ ধৰা পদ্ধতি আমাৰ অসমৰ সৈতে ভালেখিনি মিলে। আনকি জীয়ৰী-বোৱাৰীহঁতে কাষত লোৱা খালৈটোলৈকে। ......মাছৰ কথা কৈ থাকিলে অন্ত নপৰে। জাপানৰ সমান নহলেও টাইলেণ্ডত মাছৰ কাৰবাৰ এক জনপ্ৰিয় ব্যৱসায়। আনকি মাছ কাঢ়িয়াবৰ কাৰণে ৰেল-গাড়ীৰ আছুতীয়া ব্যৱস্থা পৰ্য্যন্ত আছে।

. . . অসমত পোনতে ১৮৮৫ চনত ৰেললাইন মুকলি হয়। টাইলেণ্ডত হয় ১৮৯০ চনত। ইয়াৰ ৰেল-ব্যৱস্থা বৰ উন্নত। মানুহৰ গাত যেনেকৈ সৰু বৰ বহুতো হাড় আছে, তেনেকৈয়ে টাইলেণ্ডত বৰ্ত্তমান দেশৰ ইমুৰৰ পৰা সিমুৰলৈকে ৰেল লাইন পৰিব্যাপ্ত। বেংককৰ বিমান-বন্দৰটোৰ নাম ডন্ মোৱাং। নামৰ পিনৰ পৰা ৰেঙুনৰ বিমান বন্দৰৰ নামটোহে মোৰ বৰ ভাল লাগে মিংলাডন। দিল্লীৰটোৰো ভাল -পালাম।

বিদেশলৈ গলে নিশা দুই বজাৰ আগতে পাটীত পৰাৰ মোৰ অভ্যাস নাই। টাইলেণ্ড বা আন কোনো এখন দেশতেই ইয়াৰ ব্যতিক্রম হোৱা নাছিল। নিশাতেক মাদকতাপূৰ্ণ বস্তু আন একোৱেই নাই। ৰাষ্ট্ৰীয় কাৰ্যসূচী অনুসৰি গোটেই দিনটো কাম কৰিছিলো নুপাতে, প্ৰধানমন্ত্ৰী বৈদেশিক মন্ত্ৰী, যাক য'ত যেনেকৈ লগ ধৰিব লাগে তেনেকৈ লগ ধৰিছিলোঁ ভাৰত পাকিস্থান কাশ্মীৰ ইত্যাদি সমস্যা সম্বন্ধে আলোচনা কৰিছিলোঁ আৰু নিশা? নিশা এপৰলৈকে চহৰৰ প্ৰান্তৰে প্ৰান্তৰে গাড়ী লৈ ঘুৰিছিলো। চৰকাৰে আমাক দিয়া গাড়ীৰ ড্ৰাইভাৰে নেতিয়াও কেতিয়া অকণো আপত্তি কৰা নাছিল। আন হাতে ড্ৰাইভাৰবহে আৰো উলাহ উৎসাহ অধিক। বেংকক চহৰখন ঘুৰিপকি চাই কথা এটা অনুমান হল ঃ এইখন এখন চহৰ নহয়। কেইবাখনো খণ্ড চহৰৰহে সমাবেশ। পৃথিবীৰ যেই কোনো আধুনিক চহৰৰ সৈতে বেংকক চহৰৰ বিজাব পাৰি। তথাপি? তথাপি চহৰখন কিবা এক সানমিহলিৰ সমাবেশ ঃ এফালে অত্যানুধিক জীৱন আনফালে প্ৰাচীনত্বৰ মোহৰ, এফালে বতাহত উঠি অহা মন্দিৰৰ ফুলৰ সুবাস আনফালে গেলা মাছৰ গোন্ধ, এফালে ৰৈঁবা, আনফালে ৰঙীন আবেশ। প্ৰাচ্যৰ প্ৰাসবোৰ চহৰৰ ৰূপ এইটোৱেই। তেহানি ব্ৰহ্মদেশৰ ৰাজধানী ৰেঙুন চহৰতো এইটো ধাৰণাই হৈছিল। টাইলেণ্ডৰ আন এখন চহৰৰ নাম হৈছে চিংমাই। উত্তৰ অঞ্চলৰ মেপিং উপনৈৰ পাৰত অৱস্থিত। এই চহৰখন টিক কাঠৰ (মাই চাক) ঘাই ব্যৱসায়থলী।

টাইলেণ্ডৰ প্ৰধানমন্ত্ৰী ফিল্ড মাৰ্শ্বেল থানম্ কীটিকাকৰণৰ সৈতে বেংকক চহৰত আমাৰ সাক্ষাৎ হৈছিল। বয়সন্থ যদিও মানুহজন বেচ টনকিয়াল। ইয়াৰ উপৰিও তেওঁলোকৰ কৰ্ণেষ্টিট বেণ্ট এছেমব্লীৰ সভাপতিজনাৰ সৈতেও আমাৰ সাক্ষাৎ হৈছিল। ভাৰত-পাকিস্থান সমস্যাৰ উপৰিও দ য়োজনাৰ সৈতে বৰ্ত্তমান বিশ্বৰ ৰাজনীতি সম্বন্ধেও আমাৰ বিশদ আলোচনা হৈছিল। এওঁলোকৰ সংসদ ভৱনটো চাবলগীয়া বস্তু। একালত ই ৰাজ-প্ৰাসাদ আছিল। প্ৰাসাদটোৰ নিৰ্মাণ কাৰ্য্য ১৯০৭ চনত আৰম্ভ হয়, ১৯১৫ চনত সমাপ্ত হয়। শিৱসাগৰৰ শিৱদলৰ কলচীটোত থকাৰ দৰে ইয়াতো সোণপাতৰ ব্যৱহাৰ দেখি আহিছোঁ। ৰাজনৈতিক সমস্যা সম্বন্ধে টাইলেণ্ডৰ বৈদেশিক মন্ত্ৰী কৰ্ণেল টানৎ খোমেনৰ সৈতেও আমাৰ দীঘলীয়া আলোচনা হৈছিল। মানুহজনৰ ভাৰত সম্বন্ধে দৃষ্টিভঙ্গী কিছু দৰ সমালোচনাসূলভ। ইয়াৰ অৱশ্যে কাৰণ নোহোৱা নহয়। মানুহজন বৰ বুধিয়ক। সেইটো হওঁতে কাৰণ নহয়। .আমাৰ বৈদেশিক নীতি বিশ্বৰ বিৰাট ৰাষ্ট্ৰ কেইখনৰ সৈতে

সংযোজিত। সেনে আমেৰিকা, বৃছিয়া । ওচৰচুবুৰীয়া সৰু ৰাষ্ট্ৰসমূহৰো যে কিবা মূল্য আছে, সেইষাৰ কথা আমাব বৈদেশিক নীতিয়ে কাচিৎহে স্বীকাব কৰে। নেহৰুৰ জীবিত কালতেই এইষাৰ কথা মই পাৰ্লামেণ্টৰ মজিয়াত কৈছোঁ। এইবোৰ দেশৰ আমি খবৰ ৰখাটো উচিত। ...টাইলেণ্ডৰ বৈদেশিক নীতি আমেৰিকাৰ সৈতে সাঙোৰ খোৱা। ভাৰত-পাকিস্থান, কাশ্মীৰ সমস্যা সম্বন্ধে আমেৰিকাৰ যি মনোভাৱ, টাইলেণ্ডৰো সেই একে মনোভাৱ। এছিয়াৰ দেশসমূহ সংঘবদ্ধ হব পাৰিলে চীনৰ পৰা কোনো শংকা নাই বুলি মন্ত্ৰীজনাই আমাক কলে। মোৰ ধাৰণা—বৰ্ত্তমান আন্তৰ্জাতিক পটভূমিত এনে কোনো আঞ্চলিক সংগঠন হোৱাটো সম্ভৱপৰ নহয়। উদাহৰণ স্বৰূপে দক্ষিণ-পূব এছিয়াকে লব খুজিছোঁ—ইয়াৰে কোনো ৰাষ্ট্ৰ পশ্চিমীয়া সমৰ-গোষ্ঠীৰ অন্তৰ্ভুক্ত, কোনোখন চীনৰ সাম্ৰাজবাদৰ গৰাহত। এনে পৰি-স্থিতিত ৰাষ্ট্ৰসমূহ সংগঠিত হয় কেনেকৈ? আদৰ্শ হিচাপে প্ৰশংসনীয় যদিও বাস্তৱত ইয়াক কাৰ্য্যকৰী কৰাটো টান। ইয়াৰ সৰ্বসাধাৰণ শিক্ষিত ৰাইজে পাকিস্থানে ভাৰত আক্ৰমণ কৰাৰ কথা শুনিছে। এওঁলোকে তাতোকৈ অধিক আৰু একো নেজানে। এনিশা অকলে বেংকক চহৰৰ আলিবাটলৈ ওলাই গলোঁ। ঘূৰি ফুৰোঁতে দেখিলোঁ—এবাহ টাই ডেকা-গাভৰু, আলিৰ পেইভ্‌মেণ্টত হাঁহি-ধেমালিত মজগুল। ফেছ'নেবোল্‌ ল'ৰা-ছোৱালী। তাৰে এজনে সুধিলে : "আপুনি ভাৰতীয়?" "হয়" বুলি কবলৈহে পালোঁ, ল'ৰা-ছোৱালীহঁতে ভাৰত-পাকিস্থান যুদ্ধ সম্বন্ধে জাউৰিয়ে জাউৰিয়ে কথা সুধিবলৈ ধৰিলে। এজনে সুধিলে : "যুদ্ধ এতিয়াও চলি আছে, নহয় নে?" কথাষাৰ শুনি মোৰ খঙে চুলিৰ আগ পাইছিলগৈ। প্ৰায় চিঞৰি কোৱাৰ দৰেই কলোঁ : "কি? তোমালোকে এই কণ কথাও নেজানা। যুদ্ধ কেতিয়াবাই শেষ হৈছে।" পিছতেহে মই ভাবি চাইছোঁ, বিদেশত এনেকৈ খং কৰাটো ভাল নহয়। বিদেশত কিয়, দেশতো ভাল নহয়। খং যিমানদূৰ সম্ভৱ নিয়ন্ত্ৰণ কৰি ৰাখিব পাৰিলে ভাল। খং বস্তুটোৱেই বেয়া। তথাপি ল'ৰা-ছোৱালী-হঁতে বেয়া পোৱা যেন ধাৰণা নহল। তেওঁলোকে আগৰ দৰেই হাঁহি মুখেৰে আলোচনাত অংশ গ্ৰহণ কৰিলে। টাই মানুহ যিহে শিষ্টাচাৰী, বেয়া পাইছিল যদিও মোক জানিবলৈ দিব খোজা নাছিল। মিঠা হাঁহি কিছুমানেৰে অন্তৰৰ ভাব সম্ভৱতঃ তেওঁলোকে লুকুৱাই থৈছিল। বৰ আচৰিত হৈ গলোঁ, তাৰে এজনে যেতিয়া কলে : "আহক, সৌ ৰেষ্টোৰাত বহোঁগৈ। আমাৰ লগত আপুনি কিবা এটা খাব লাগিব।"

টাইলেণ্ড বিধানতন্ত্ৰই নিয়ন্ত্ৰণ কৰা এক নৃপতিতন্ত্ৰ (Constitutional Monarchy)। ইংলণ্ডত এই একে পদ্ধতিৰে এখন ৰাষ্ট্ৰ। দেখাত এই দুয়োখন দেশৰে ৰাজনৈতিক স্বৰূপ সমপৰ্য্যায়ৰ যদিও পাৰ্থক্যও যথেষ্ট। টাইলেণ্ডৰ সামাজিক স্বৰূপ হৈছে ভূস্বামীতান্ত্ৰিক (feudal)। ইংলণ্ডত গঢ়ি উঠাৰ দৰে টাইলেণ্ডত চকুত পৰা বিধৰ কিবা গণতান্ত্ৰিক অনুষ্ঠান গঢ়ি উঠিছে বুলি কব নোৱাৰি। অনুষ্ঠানে গণতন্ত্ৰক সঞ্জীৱিত কৰে যদিও

আচলতে গণতন্ত্র হৈছে এবিধ জীৱন-পদ্ধতিহে। উদাহৰণ স্বৰূপে আমাৰ দেশৰ কথা কব পাৰি। আমাৰ দেশত গণতান্ত্রিক অনুষ্ঠান গঢ়ি উঠিছে যদিও জীবন-পদ্ধতি স্বৰূপে গণতন্ত্র সঞ্জীৱিত হৈ উঠা নাই। সমাজবাদ (Socialism) একপ্রকাৰ যেনেকৈ জীবন-পদ্ধতি, তেনেকৈ গণতন্ত্রও একপ্রকাৰ জীৱন-পদ্ধতি —এইষাৰ কথা বিস্মৃত হ'লে কাৰো কল্যাণ হব নোৱাৰে। এইখিনিতে আমাৰ দেশ আৰু ইংলণ্ডৰ মাজত পাৰ্থক্য।

টাইলেণ্ডত ১৯৩৫ চনত এবাৰ বিপ্লৱ হৈছিল। সেই বিপ্লব গণ-বিপ্লব নাছিল, এমুঠি সামৰিক বিষয়াৰ দ্বাৰা অনুষ্ঠিত বিপ্লৱহে আছিল। এই বিপ্লবে চমকপ্রদ কোনো পৰিৱৰ্ত্তন আনিব পৰা নাছিল। নাইবা সাতাম-পুৰুষীয়া নৃপতিতন্ত্রৰ বিষয়ে মানুহৰ যি বিশ্বাস বা আস্থা, তাৰো কোনো পৰিবৰ্ত্তন আনিব নোৱাৰিলে। প্রশাসনীয় ব্যৱস্থাৰ কিছুদূৰ অৱশ্যে সলসলনি নঘটাকৈ নেথাকিল। সেয়ে আদি আৰু সেয়ে অন্ত। টাইলেণ্ডৰ মানুহ অত্যন্ত ধৰ্মপ্ৰাণ। মৰ্ত্ত্যলোকত নৃপতি ভগবানৰ অৱতাৰ—এনে ধৰণৰ বিশ্বাসেই মানুহক সম্ভবতঃ অধিকভাবে নৃপতিপ্ৰাণ কৰি তুলিছে। আচলতে বুদ্ধদেবো নৃপতিতনয়হে আছিল। সন্ন্যাসধৰ্মৰ ওপৰত বুদ্ধৰ বিশ্বাস এফালে যেনেকৈ মানুহক নিৰ্জ্জু কৰিছে, আনফালে তেনেকৈ নৃপতিভক্তও কৰিছে। আজিকালি মাৰ্ক্স জীয়াই থকা হ'লে কি বুলি মন্তব্য কৰিলে-হেঁতেন বাৰু? নৃপতিৰ ওপৰত দেৱত্ব আৰোপ জনসাধাৰণক পঙ্গু কৰাৰ এক বাছকবনীয়া কৌশল।

বৰ্ত্তমান টাইলেণ্ডৰ যিটো সামাজিক-ৰাজনৈতিক লক্ষণ, সেইটো সকলো সামন্তবাদী সমাজৰে লক্ষণ। নৃপতিক এই ক্ষেত্ৰত বুদ্ধিজীৱী পুৰোহিত সমাজে সহায় কৰাটো বুৰঞ্জীসম্মত সত্য। যজ্ঞবল্ক্য মুনিয়ে নৃপতিৰ প্ৰশংসাত শ্লোক ৰচনা কৰি এহেজাৰজনী খিৰতী গাই জানো উপহাৰ পোৱা নাছিল? এহেজাৰজনী খিৰতী গাইৰ লগত এহেজাৰটা পোৱালি জানো নাছিল? আমাৰ মহাভাৰত শাস্ত্ৰত জানো নাই?

"তপ-বল মন্ত্ৰ-বল হুইয়ে জানা ব্ৰাহ্মণৰ
অস্ত্ৰ-বাহু-বল ক্ষত্ৰিয়ৰ।
দুয়ো সম্মিলিত ভাবে প্ৰজা ৰক্ষা কৰিবেক
এহি বাক্য জানাহা বিধিৰ।"

বিধিয়ে নিশ্চয় এনে আষাৰ কথা কোৱা নাছিল। পুৰোহিতেহে নৃপতিক নিকপকপীয়া কৰাৰ উদ্দেশ্যেৰে জনসাধাৰণৰ মাজত এনে আষাৰ কথা প্ৰচাৰ কৰিছিল, তাকো আকৌ কাব্য-ছন্দৰে। কাব্য-ছন্দই মানুহৰ মন সহজতে যেনেকৈ আকৰ্ষণ কৰে, তেনেকৈ গদ্যই নোৱাৰে। ধৰ্ম আৰু কাব্য-ছন্দ, জনসাধাৰণৰ অন্তৰ জয় কৰা ক্ষেত্ৰত এই দুয়োটা আমোঘ অস্ত্ৰ বুলি একালত পৰিগণিত হৈছিল।......

বেঙ্কক চহৰত বহুত মানুহ লগ পাইছিলোঁ। বহুতৰে সৈতে নানা বিষয়ে কথাও পাতিছিলোঁ। তাহানি ছভিয়েট ৰুছিয়ালৈ যাওঁতে দেখি-

ছিলোঁ, তাৰ মানুহে সকলো বিষয়ে কথা পাতে, ৰাজনীতিৰ বিষয়েহে কথা পাতিব নেখোজে। নোখোজাৰ কাৰণ হৈছে চৰকাৰলৈ ভয়। সেইদৰে বেংককত দেখিলোঁ, ইয়াৰ মানুহে নৃপতিৰ ব্যক্তিগত জীৱনৰ বিষয়ে কোনো কথাকে পাতিব নোখোজে। কিয়? ভয়ৰ কাৰণে নিশ্চয় নহয় নাইবা এনে আলোচনাৰ ক্ষেত্ৰত চৰকাৰৰ ঘৰৰ পৰা কিবা যে বাধা-নিষেধ আছে, সেই কাৰণেও নহয়। মানুহে "ভগবানৰ অংশ" নৃপতিৰ বিষয়ে আলোচনা কৰিব নোখোজে। এয়া স্বপ্ৰনোদিত মানসিক অনুশাসনহে, ধৰাবন্ধা ৰাষ্ট্ৰীয় অনুশাসন নহয়।..... তথাপি খবৰ লৈ জানিলোঁ ঃ বৰ্ত্তমান যিজনা নৃপতি আচলতে সেই জনাৰ ককায়েকহে ৰাজপাটত উঠিব লাগিছিল। এইজনা কোঁৱৰৰ আকস্মিকভাৱে মৃত্যু হয়। গতিকেই বৰ্ত্তমানৰ জনা ৰাজপাটত উঠে। কোনোৱে এই মৃত্যু স্বাভাৱিক মৃত্যু বুলি ভাবে। কোনোৱে হত্যা বুলি সন্দেহ কৰে। আচল কথাটো কি কোনেও কব নোৱাৰে, কব পাৰিলেও নকয়। গতিকে আজিকোপতি গোটেই ঘটনাটোৱেই অস্পষ্টতাৰ গহ্বৰত।. নৃপতিজনাৰ বিবাহ সম্বন্ধে কষ্ট নোহোৱাকৈয়ে অৱশ্যে কিছু কথাৰ সম্ভেদ পালোঁ। আচলতে নৃপতি-জনাৰ আন এগৰাকী ৰাজকুঁৱৰীৰ সৈতেহে বিবাহ হোৱা কথা আছিল। সেই সময়ত বৰ্ত্তমানৰ গৰাকী ইউৰোপত শিক্ষা লাভ কৰি আছিল। কোঁৱৰো সেই সময়ত ইউৰোপত আছিল। এনেতে কোঁৱৰ টান নৰিয়াত পৰে। সেই অপাহতে বৰ্ত্তমানৰ গৰাকীয়ে দিনে নিশাই অন্তৰ উবুৰিয়াই কোঁৱৰৰ শুশ্ৰূষা কৰে। শুশ্ৰূষাৰ জৰীয়তে দুয়োৰে মাজত প্ৰণয় হয়। এই প্ৰণয়েই অৱশেষত বিবাহত পৰিণত হয়। আগৰ বাকদত্তা গৰাকীৰ মৃত্যু হয়। এই মৃত্যুও ৰহস্যাবৃত।..

টাইলেণ্ডত বিবাহ-বিচ্ছেদ অতি সহজ। পুলিচ থানাত গোচৰ দিলেই হল, উকীল মুক্তিয়াৰৰ কোনা প্ৰয়োজন নাই। বিচাৰো নাই। "বিবাহ-বিচ্ছেদ কৰিব খুজিছো" বুলিলেই হ'ল। পুৰুষতকৈ বিবাহ-বিচ্ছেদৰ ক্ষেত্ৰত নাৰী অধিক অগ্ৰসৰ। হোৱাৰ কাৰণো আছে। এজন পুৰুষৰ যেতিয়া দহৰাৰ গৰাকীক পত্নী হয়, তেতিয়া নাৰীৰ পক্ষে বিবাহ-বিচ্ছেদ বিচৰাটো স্বাভাৱিক কথা। এজন টাই বন্ধুৱে কলে ঃ আগৰ গৰাকী প্ৰধানমন্ত্ৰীৰ এশ গৰাকী পত্নী আছিল। প্ৰধানমন্ত্ৰীজনো হেনো বৰ কৰ্মদক্ষ মানুহ আছিল। এশ গৰাকী পত্নী আৰু কৰ্মদক্ষতাৰ মাজত সহজাত কিবা যদি সম্বন্ধ আছে, নেজানো। কিন্তু প্ৰধানমন্ত্ৰী স্বৰূপে মানুহজন যে কৰ্মদক্ষ আছিল, সেই বিষয়ে সন্দেহ নাই। বহুতৰে মুখত মানুহজনৰ কৰ্মদক্ষতাৰ কথা শুনিছোঁ।

"পৃথিৱী থাকোঁতে পৃথিৱী খনালে
ৰাজহাঁহ চৰিবৰ মনে;
এজনী থাকোঁতে এজনী আনিলে
খৰিয়াল শুনিবৰ মনে।"

এগৰাকীতকৈ অধিক পত্নীয়ে "খৰিয়ালৰ" সৃষ্টি কৰে কাৰণেই টাই-লেণ্ডত বিবাহ-বিচ্ছেদৰ প্ৰচলন ইমান বেছি। বেংকক চহৰৰ অভিজ্ঞতাৰ পৰা কৈছোঁ, ইয়াৰ জৰীয়তে যৌন-অভ্যাস বহুদূৰ যে সোলোক-ঢোলক হৈছে, সেই

বিষয়ে সন্দেহ নাই। কথাষাৰৰ বাস্তৱ উদাহৰণ ভালেমান মোৰ হাতত আছে। সেইবোৰৰ উল্লেখ কৰি কিতাপখন লেতেৰা কৰিব খোজা নাই।

টাইলেণ্ডত একোটাকৈ মেডিকেল কলেজ আৰু ইঞ্জিনীয়াৰিং কলেজ আছে। কাৰিকৰী শিক্ষাৰ বাবে তেনে কোনো প্ৰতিষ্ঠান নাই। কাৰিকৰী শিক্ষালাভৰ কাৰণে সাধাৰণতে ডেকা-গাভৰু আমেৰিকালৈ যায়, কোনো কোনো ভাৰতলৈকো আহে। চৰকাৰী সাহায্য নাইবা নিজৰ ধনেৰে হলেও শিক্ষা-লাভৰ অৰ্থে ডেকা-গাভৰু বিদেশলৈ যায়। ডাঙৰ কথা হৈছে, টাইলেণ্ডত বিদেশী মুদ্ৰাৰ কোনো সমস্যা নাই। ......টাইলেণ্ডত চৰকাৰী অফিচৰ পৰা আৰম্ভ কৰি সকলো ঠাইতে দৰমহাৰ নিৰিখ বৰ কম। অৱশ্যে এটা সুবিধা আছে—চৰকাৰী অফিচত কাম কৰা বৰ বৰ বিষয়াৰ পৰা আৰম্ভ কৰি সাধাৰণ কৰ্মচাৰীলৈকে কোনেও আয়কৰ দিব নেলাগে। ইয়াৰ উপৰিও অৱসৰ সময়ত চৰকাৰী বিষয়াই বা কৰ্মচাৰীয়ে ব্যবসায়-বাণিজ্য বা আন অৰ্থকৰী কামবন কৰাত কোনো বাধা-নিষেধ নাই। এই ক্ষেত্ৰত সকলো মুক্ত। ......ব্যবসায়ত দুৰ্নীতি টাইলেণ্ডত এটা সাধাৰণ কথা। দুৰ্নীতিক কোনেও দুৰ্নীতি বুলি নধৰে। পাৰমিট্ এখনৰ কাৰণে কৰ্মচাৰীক ঘুচ দিয়াটো এটা সৰ্বজনবিদিত সাধাৰণ কথা। অফিচত কৰ্মচাৰীক দিব লগা ঘুচৰ মাৰ্জিত নামকৰণ কৰা হৈছে "টি মানি" বুলি। অৰ্থাৎ চাহ-পানীৰ খৰচ। অফিছৰ দুৱাৰ মুখত "টি মানি"ৰ বাকচ একোটা ওলোমাই থোৱা হয়। ইয়াত ধন ভৰাই দিলেই হল। নভৰালে কিন্তু বিপদ, কাম নহয়। আমাৰ দেশত যিটো কাম লুকাই চুৰ কৰি কৰা হয়, টাইলেণ্ডত সেই একেটা কামকে মুকলিভাৱে কৰা হয়। এইখিনিতেই পাৰ্থক্য। দুই-চাৰিজন অত্যন্ত নৈতিকভাৱাপন্ন কৰ্মচাৰীৰ বাহিৰে টাইলেণ্ডত ঘুচ নোখোৱাটো ব্যতিক্ৰমহে, নিয়ম নহয়। বেংকক চহৰত উচ্চপদস্থ বন্ধু একজনৰ পৰা জানিলোঁ ঃ বৰ্ত্তমান চৰকাৰে দুৰ্নীতিৰ বিষয়ে তদন্ত কৰাৰ মানসেৰে কমিটি এখন পাতি দিছে। কমি-টিখনৰ কেইবাখনো অধিবেশন বহিল, তথাপি আজি ছমাহেও আচলতে দুৰ্নীতি কি সেই বিষয়ে একো মীমাংসা কৰিব পৰা নাই। টাইলেণ্ডৰ সমাজ দুৰ্নীতিয়ে কেনেকৈ ছানি ধৰি আছে, ইয়াৰ পৰাই বুজিব পাৰি।

টাইসকল অত্যন্ত ধৰ্মপ্ৰাণ মানুহ। এওঁলোক হাস্যপ্ৰাণ মানুহও। এওঁলোকৰ কাৰণে জীৱনটো "হাঁহি-তামছাৰ গান।" টাই মানুহৰ মুখত একেষাৰ কথা প্ৰায়েই শুনা যায়। কথাষাৰ হৈছে "মাই পেং আৰাই।" ইয়াৰ অৰ্থ হৈছে "কোনো কথা নাই।" ধৰ্মাশ্ৰিত উৎসৱ আদিৰ উপৰিও এওঁলোকৰ জনপ্ৰিয় আমোদৰ বস্তু বহুত আছে। ইয়াৰ উপৰিও, জুৱা-খেলৰ প্ৰতি টাই মানুহ যেনেকৈ আসক্ত, তেনেকৈ আসক্ত মানুহৰ উদাহৰণ পৃথিৱীত আৰু দ্বিতীয় নাই। পুৰুষ, মহিলা, উভয়েই এই বিষয়ত পাৰ্গত। ঘোঁৰা-দৌৰ, তাচ-খেল, ফুটবল-খেল, ষাঁড়-যুঁজ, কুকুৰা-যুঁজ ইত্যাদি খেল ধেমালিক কেন্দ্ৰ কৰি কেৱল জুৱাকে চলিছে।

আমি বেংকক চহৰত থকা কালছোৱাৰ ভিতৰতে "টাই ৰাণী" অৰ্থাৎ টাই সুন্দৰীৰ বাবে প্ৰতিযোগিতা অনুষ্ঠিত হৈছিল। মানুহৰ অসম্ভৱ উথল-মাথল, সমাবোহ। আচল প্ৰতিযোগিতাৰ কেইদিনমানৰ আগতে পুৱাই খবৰ কাগজৰ প্ৰথম পৃষ্ঠাত এদিন দেখিলোঁ, এজাক ছোৱালীৰ ছবি। গাভৰু-দেহাৰ সৌষ্ঠৱৰাশি যিমান মুকলিকৈ প্ৰকাশ কৰাটো সম্ভৱ, সিমান মুকলিকৈ ছবিত প্ৰকাশ কৰিছে। বহুদিন আগৰে পৰা আমাৰ খেলৰ "হিটছ্" হোৱাদি "হিটছ্" হয়। এইজাক ছোৱালী নিৰ্বাচনৰ চূড়ান্ত প্ৰতিদ্বন্দ্বী। এই-খিনিতে কৈ থব খুজিছোঁ, বৰ্ত্তমান নাৰীৰ সৌন্দৰ্য্য থিবাং কৰা হয় শৰীৰৰ কেইটামান লাগতীয়াল অংগৰ জোখেৰে। ইয়াক Vital Statistics বোলে। যেনে স্তন-দেশ, ককাল আৰু কটি-দেশ। ইয়াক প্ৰকাশ কৰা হয় এনেকৈ ঃ ৩৬ ঃ ২২ ঃ ৩৪। ওপৰত কৈ অহা খবৰ-কাগজত ওলোৱা ছবি চাই মানুহে ঘোঁৰা-দৌৰত টিকট কিনা দি টিকট কিনে, কোনজনী সৰ্বশ্ৰেষ্ঠ সুন্দৰী বুলি পৰিগণিত হোৱাৰ সম্ভাৱনা, সেই বিষয়ে। আদাক দেখি কেতুৰিৰ গা উঠাদি মোৰো গা উঠিল। আনক দেখি ছবিবোৰৰ পৰা নিৰ্বাচন কৰি ময়ো এখন টিকট কিনিলোঁ। পিচে কি হব, হাৰি থাকিলোঁ। জীৱনতে চিঠি-খেলত বেজী এটাও কেতিয়াও মই পোৱা নাই। এইবোৰ জানি শুনি টিকট লৈ আটকীয়া পইচা কেইটা কিয় পানীত পেলালোঁ ভাবি পোৱা নাই।

কেইদিনমানৰ পিছত প্ৰতিযোগিতা যেতিয়া অনুষ্ঠিত হয়, মানুহৰ কি সমাৱেশ। আৰু মটৰ-গাড়ী? পৃথিৱীৰ যিমানবোৰ বাছকবনীয়া মটৰ-গাড়ী সেই সকলোবোৰৰ সমাৱেশ হৈছে ইয়াৰ ৰাজ-আলিত। টাইলেণ্ডত বিদেশী মুদ্ৰাৰ সচ্ছলতাৰ উপৰিও ইম্‌পোৰ্ট লাইচেন্স বোলা বস্তুটো নাই। হাতত ধন হলে পৃথিৱীৰ য'তে ত'তে বজাৰ কৰিব পাৰি। ......টাই মানুহ জুৱা শুনিলে এনেকৈ বলিয়া হয় কিয়? ইয়াৰ পৰম্পৰা কি? এনেবোৰ প্ৰশ্নই মনত উথল-মাথলৰ সৃষ্টি কৰিছিল। জুবাব ইমান গভীৰ প্ৰচলনৰ আচল কাৰণ হৈছে এই ঃ অতীজতে ৰজা-ঘৰৰ পিনৰ পৰা জুৱাৰ প্ৰচলন কৰা হৈছিল। এই বিষয়ে ৰাইজক যথেষ্ট উদগনিও দিয়া হৈছিল। অতীজতে জুৱা-খেলৰ জৰীয়তে ৰাজ-ভঁড়াললৈ যথেষ্ট পৰিমাণে ৰাজহো সংগ্ৰহ কৰা হৈছিল। এইটোৱেই কাৰণ নেকি? অতীজৰে পৰা সম্ভৱতঃ এনেকৈ জুৱা-খেলৰ পৰম্পৰা নামি আহিছে। এই পৰম্পৰাই আজি জাতীয় ঐতিহ্যলৈ নামি আহিছে। ৰাষ্ট্ৰই আজিও চৰকাৰীভাৱে লটাৰী, চিঠি-খেলৰ যোগান ধৰে। জুৱা-খেলৰ কথা চিন্তা কৰি আচৰিত হব লগা একো নাই। যুৱা-খেল আন্তৰ্জাতিক বস্তু।

উৎসৱাদিৰ পিনৰ পৰা টাইলেণ্ড চহকী। প্ৰায়বোৰ উৎসৱেই ধৰ্মাশ্ৰিত। এইখিনিতে এবাৰ কথা কব খুজিছোঁ। বৌদ্ধ ধৰ্মই এওঁলোকৰ জীৱন এনে-দৰে আগুৰি আছে যে আন ধৰ্ম মতবাদে এওঁলোকক স্পৰ্শ কৰিব পৰা নাই। অপ্ৰাসঙ্গিক নহলে কওঁ, টাইলেণ্ডত কেইবাটাও খ্ৰীষ্টান মিছন আছে। টাই-সকলক ধৰ্মান্তৰ কৰাৰ ক্ষেত্ৰত এওঁলোক মুঠেই কৃতকাৰ্য্য হব পৰা নাই।

নোৱাৰাৰ কাৰণ হৈছে বৌদ্ধ ধৰ্মৰ অন্তৰালত থকা ধাৰ্মিক সমতা আৰু সামাজিক ন্যায়। গতিকেই বৌদ্ধ ধৰ্মৰ প্ৰাচীৰ ভেদ কৰা সহজসাধ্য নহয়। ......টাইসকলৰ উৎসৱ আদি এনেদৰে ধৰ্মৰ অন্তৰ্নিহিত হৈ আছে যে সেই-বোৰৰ উৎস আৱিষ্কাৰ কৰাটো অতি কণ্টকৰ কথা। বেঙ্কক চহৰত ইটো সিটো উৎসৱৰ বিষয়ে বহুতকে সুধি চাইছোঁ। উত্তৰ মাথোন একেটাই ঃ "এইটো আমাৰ অতি প্ৰাচীন উৎসৱ।" ধৰ্মাশ্ৰিত ঐতিহ্যই হৈছে টাইসকলৰ উৎসৱৰ পৰিচয়। স্বভাৱতে টাইসকল ৰঙিয়াল মানুহ। উৎসৱ উপভোগৰ বস্তু। সেইবোৰৰ আঁতিগুৰি বিচাৰি অযথা সময় অপব্যয় কৰাৰ অৰ্থ কি থাকিব পাৰে? ......বৌদ্ধ ধৰ্মৰ প্ৰচলনৰ পূৰ্বে জড়বাদী সমাজত প্ৰচলিত কিছুমান জন-বিশ্বাস যে বৌদ্ধ ধৰ্মমূলক উৎসৱ কিছুমানৰ অন্তৰ্ভুক্ত নোহোৱাকৈ আছে, সেইষাৰ কথাও নহয়। এটা কথা দেখি আচৰিত হৈছিলোঁ। ইয়াৰ বৌদ্ধ ধৰ্মৰ মঠ-মন্দিৰৰ পুৰোহিত শ্ৰেণীটোও আনকি প্ৰায়েই ব্ৰাহ্মণ মানুহ। বৰ্ণ-বিভাগ ভাৰতৰহে বস্তু। আন দেশৰতো নহয়। এই ব্ৰাহ্মণ শ্ৰেণীটো আহিল কৰ পৰা? ইজন সিজন বহুতকে সুধি অৱশেষত জানিলোঁঃ আমাৰ আহোম স্বৰ্গদেউসকলে অসমলৈ ভাৰতৰ আন অঞ্চলৰ পৰা ব্ৰাহ্মণ-সজ্জনসকলক অনাৰ দৰে তাহানি কোনোবা এজন টাই ৰজাই বৰ্ত্তমানৰ ব্ৰাহ্মণ পুৰোহিতসকলৰ উপৰি পুৰুষসকলক ভাৰতৰ পৰা অনাইছিল। টাইলেণ্ডত "ৰাম" শব্দটো বৰ জনপ্ৰিয়। ইজনৰ পিছত সিজনকৈ ৰাজপাটত উঠা নৃপতিসকলকো আনকি প্ৰথম ৰাম, দ্বিতীয় ৰাম, এনেদৰেহে জনা যায়। আগতে কৈ আহিছোঁ, বৰ্ত্তমানৰ নৃপতিজনা হৈছে নৱম ৰাম।

এইখিনিতে টাইসকলৰ দুটামান কৃষিকেন্দ্ৰী উৎসৱৰ কথা উল্লেখ কৰাটো সম্ভৱতঃ ভাল হব। ইয়াৰে এটাৰ দিন ধাৰ্য্য কৰে ব্ৰাহ্মণ পুৰোহিতে। এই উৎসৱটো ইমান জটিল যে মোৰ পক্ষে বৰ্ণনা দিয়াটো টান। আচৰিত কথা, এই উৎসৱটো আমাৰ সদাশিৱক কেন্দ্ৰ কৰি অনুষ্ঠিত হয়। সদাশিৱ সৌষ্ঠৱ-শালী শক্তিমন্ত মানুহৰ দেৱতা। শ্ৰীকৃষ্ণ লেতুসেতু নাৰীসুলভ মানুহৰ দেৱতা। প্ৰথম বিধে খৰি ফালে। দ্বিতীয় বিধে বাঁহী বজায়। কৃষিৰ দেৱতা স্বৰূপে টাইসকলে সদাশিৱক আৰাধনা কৰে। আমাৰ খোৱা-খুৱনী নামত প্ৰকাশ পোৱা শিৱৰ খেতি বিষয়ক অন্যমনস্কতাৰ সম্বন্ধে সম্ভৱতঃ টাইসকলে নেজানে। জনা হলে এনে এজন দেৱতাক কেতিয়াও প্ৰাধান্য নিদিলেহেঁতেন। আচলতে শিৱ আৰ্য্যই গ্ৰহণ কৰা অনাৰ্য্য দেৱতাহে। দক্ষযজ্ঞৰ নতুন এক ব্যাখ্যা দাঙি ধৰি ডক্টৰ ৰাধাকৃষ্ণণনে এই বিষয়ে সুন্দৰ মন্তব্য কৰিছে।

টাইসকলৰ আনটো কৃষিকেন্দ্ৰী উৎসৱ হৈছে নাঙল উপাসনা। এই-খিনিতে প্ৰাচীন বহু দেশৰ কৃষি-সমাজত প্ৰচলিত উৎসৱ এটালৈ মোৰ মনত পৰিছে। অতীজৰ উৎসৱমুখৰ বহু খেতিয়কে উৎসৱৰ-দিনা নাঙলটো মানুহৰ ঘৰে ঘৰে লৈ ফুৰিছিল। নাঙলক লৈ আমাৰ আৱাৰা সমাজত গীতৰ সৃষ্টি হৈছিল। এই বিষয়ে "এই গাঁও এই গীত" পুথিত আছে।

টাইসকলৰ নাঙল-উৎসৱৰ পটভূমি বিস্তৃত। ইয়াৰ লগত কৰ্ষণকাৰ্য্য সংযোজিত হৈ আছে। ব্ৰাহ্মণ-সমাজে টাইলেণ্ডত এই উৎসৱটো প্ৰচাৰ কৰে বুলি বহুতে ধাৰণা কৰে। উৎসৱটো এনেদৰে পালন কৰা হয়ঃ উৎসৱৰ দিনা আগতে ঠিৰাং কৰি থোৱা পথাৰ এখনলৈ উৎসাহমুখৰ জনসাধাৰণ যায়। ভূত-প্ৰেতৰ যাতে সমাগম নহয়, এই উদ্দেশ্যেৰে পথাৰৰ কেউপিনে বাঁহৰ চকোৰা এখন দিয়া হয়। আচল উপাসনাৰ থলীখনো এই একেদৰে বগা মিহি সূতা এডালেৰে আগুৰি পেলোৱা হয়। বেদীৰ ওপৰত কাঠৰ এটা মন্দিৰ সজা হয়। সূতাডালৰ মূৰ দুটা মন্দিৰৰ ভিতৰত সাঙুৰি থোৱা হয়। মন্দিৰৰ ভিতৰত বহি ব্ৰাহ্মণ পুৰোহিতে সমাজে একেবাহে মন্ত্ৰ ধ্বনি কৰে। সূতাডালৰ দুয়ো মূৰেদি মন্ত্ৰৰ যাদু বাহিৰলৈ বাগৰি আহে বুলি সৰ্ব-সাধাৰণৰ বিশ্বাস।

ঠিক এনে সময়তে ৰজাঘৰীয়া মানুহ আহি উপাসনা-থলীত উপনীত হয়। ৰজাঘৰীয়া মানুহক জকমকীয়া সাজসজ্জা পৰিধান কৰা সৈন্যবৰ্গই শোভাযাত্ৰাৰে বেদীৰ কাষলৈ আগবঢ়াই আনে। শোভাযাত্ৰাটোৰ পিছে পিছে শ্বেত-বস্ত্ৰ পৰিধান কৰা ব্ৰাহ্মণ পুৰোহিতসকল আগবাঢ়ি যায়। ইয়াৰ পিছত শোভাযাত্ৰা কৰি দোলাত উঠি ৰাষ্ট্ৰৰ ছত্ৰদণ্ড সুশোভিত কৃষি-মন্ত্ৰী সেই ঠাইত উপনীত হয়। মন্ত্ৰী আৰু ৰজাঘৰীয়া মানুহে বৌদ্ধ মূৰ্ত্তিৰ আগত আঁঠু লোৱাৰ লগে লগে ঢুলীয়াই ঢোল বাবলৈ আৰু শঙ্খ ফুকাসকলে শংখধ্বনি কৰিবলৈ লয়। ইয়াৰ পিছত প্ৰাৰ্থনা আৰম্ভ হয়। প্ৰাৰ্থনা শেষ হোৱাৰ লগে লগে মুগাবৰণীয়া এখন চুৰিয়া আৰু নানা মণি-মুক্তা-খচিত এটা কীৰিটি পিন্ধি কৃষি-মন্ত্ৰী পথাৰৰ সোঁ মাজলৈ ধীৰ পদক্ষেপেৰে আগবাঢ়ি যায়। সেইদৰে পথাৰত উপনীত হৈ মন্ত্ৰীয়ে নিজে নাঙল ধৰি তিনি শাৰী মাটি চহায়। একোটা ৰূপৰ বা সোণৰ পাচিত পথাৰলৈ সম্ভ্ৰান্ত পৰিয়ালৰ মহিলাসকলে ধানৰ সঁচ কঢ়িয়াই নিয়ে। মন্ত্ৰীয়ে পথাৰত আৰু তিনি শাৰী মাটি চহায়। তাৰ পিছত এই গুটিবোৰ সিঁচি দিয়া হয়। গুটি সিঁচা কাম মন্ত্ৰীয়ে নিজে কৰে। ইয়াৰ পিছত মন্দিৰৰ পবিত্ৰ জল ছটিয়াই দিয়া হয়। এইখিনিতে উৎসৱজনিত কাম শেষ হোৱাৰ লগে লগে জনসাধা-ৰণৰ মাজত কাঢ়া-আজোৰা লাগে। যেয়ে যেনেকৈ পায়, এনে ধৰণৰে সিঁচা পথাৰৰ গুটি ঘৰলৈ বুটলি লৈ যায়। ঘৰত নিজৰ সঁচৰ লগত মিহলাই আকৌ পথাৰত সিঁচে।

টাইসকলে বৰ্ষাৰ আগমন উপলক্ষে এটা উৎসৱ পালন কৰে। বৰ্ষা বিদায়ৰ উৎসৱ এটাও আছে। সেইদৰে নতুন বছৰক আদৰণি জনোৱাৰ উপ-লক্ষেও এটা উৎসৱ আছে। বছৰ বিদায়ৰো এটা উৎসৱ আছে। ইয়াৰ উপৰিও চন্দ্ৰ-উৎসৱ এটাও আছে। মানৱ-ৰঞ্জিত যিবোৰ উৎসৱ আছে, ইয়াৰে সৰহ ভাগ কৃষিজীৱী সমাজৰ অৰিহণা। টাইসকল উৎসৱপ্ৰিয় মানুহ। উৎসৱ বুলিলে এওঁলোকক একোকে নেলাগে। মাইকী মানুহৰতো কথাই

নাই, মতাবো। অ'গতে কৈ অহা হৈছে যদিও একেষাব কথা আকৌ দোহাৰিব খুজিছোঁ। এইষাব কথা উপলব্ধি নকৰিলে টাইসকলৰ উৎসৱাদিৰ কথা উপলব্ধি কৰাটো টান। আচলতে এওঁলোক বৌদ্ধ ধৰ্মাৱলম্বী যদিও প্ৰাচীন জড়োপাসনাৰ কিছুমান ৰীতি-পদ্ধতি এতিয়াও এওঁলোকৰ নিজস্ব বস্তু হৈ আছে। সেইবুলি কোনোবাই যদি ভাবে যে টাইলেণ্ডত বৌদ্ধ ধৰ্ম এতিয়াও চালুকীয়া অবস্থাতে আছে, তেন্তে মাৰাত্মক ভুল কৰা হ'ব।

নানা ৰঙৰ গুৰি মিহলাই আমাৰ দেশৰ মহিলাই মাটিত "আল্পনা" সাজে। অন্ধ্ৰ প্ৰদেশৰ মহিলাই "মগু" সাজে। সেইদৰে টাই মহিলাই এই একে কামকে নানাবৰণীয়া ৰঙৰ গুৰিৰে নহয়, নানাৰঙী ফুলৰ সমাৱেশৰ জৰীয়তে কৰে। ইংলণ্ডতো মহিলাই এই কামকে নানাৰঙী কাপোৰৰ টুকুৰাৰে কৰে। অৰ্থাৎ ফুল সাজে। টাই মহিলাই এই একে কামকে গছৰ ডালৰ জীয়া ফুলেৰে কৰে। এওঁলোকে ফুলৰ পাহিবোৰ আলফুলীয়া হাতেৰে এৰুৱাই আনে, এৰুৱাই আনি বিবিধবুলীয়া ফুলৰ পাহিবোৰ একেলগে সজাই অপূৰ্ব এক সৌন্দৰ্য্যৰ সমাৱেশ কৰে। এওঁলোকে বৰ ধুনীয়াকৈ ফুলৰ মালাও সাজে। আমাক দিয়া মালাবোৰৰ পৰাই এইষাৰ কথা মোৰ উপলব্ধি হৈছিল। মালিনী হিচাপে এওঁলোকৰ খ্যাতি জাপানী মহিলাৰ দৰে জগৎজোৰা নহলেও টাই মহিলাৰো যে বিশেষ এক মৰ্য্যাদা আছে, সেই বিষয়ে সন্দেহ নাই। মোৰ ধাৰণা, য'তেই মন্দিৰৰ প্ৰাদুৰ্ভাৱ, ত'তেই ফুলৰো প্ৰাদুৰ্ভাৱ। ..... প্ৰধানতঃ শিল্পীপ্ৰাণ যদিও টাই মহিলাসকল আন কামতো পাৰদৰ্শী। দোকান-পোহাৰ ইত্যাদি কৰ্মত এওঁলোকৰ পাৰদৰ্শিতা নিজে দেখি আহিছোঁ। ডাক্তৰ, উকীল হোৱাৰ উপৰিও খেল-ধেমালি যেনে গ'ল্ফ, টেনিছ, বেডমিণ্টন ইত্যাদি ক্ষেত্ৰতো এওঁলোকৰ পাৰদৰ্শিতা মন কৰিবলগীয়া। দেশ এখনৰ নাৰী সমাজৰ বিষয়ে নেজানিলে, সেইখন দেশৰ হৃৎপিণ্ডৰ বিষয়ে জনাটো টান।

এই একেদৰে নানা কাৰুকাৰ্য্যপূৰ্ণ ধাতুৰ বস্তু তৈয়াৰ কৰা কাৰ্য্যতো টাইসকল বৰ পাকৈত। ৰূপৰ পাত্ৰ, টেমা, মাইকী মানুহৰ হাতৰ খাৰু, কাটা চামুচ, কটাৰী ইত্যাদি শিল্পীসুলভ বস্তু তৈয়াৰ কৰা কাৰ্য্যত এওঁলোক অদ্বিতীয়। বিশ্বৰ বজাৰত এই বস্তুবোৰৰ যথেষ্ট মূল্য আছে। বস্তুবোৰত খোদিত ফুল-লতা, চিত্ৰ আদিৰ কাৰুকাৰ্য্যই চকুত চমক লগায়। ধাতুৰ কাৰুকাৰ্য্য কৰা এবিধ বস্তু আছে। এই বিধ বস্তুক "নীলো" বোলে। "নীলো" টাইলেণ্ডৰ নিজস্ব সম্পত্তি। এই বস্তুটো কেনেকৈ নিৰ্মাণ কৰে জানিবৰ মন গৈছিল। পদ্ধতিটো যথেষ্ট কষ্টকৰ। কাৰিকৰে পোনতে ৰূপৰ পাত্ৰ এটা সাজি লয়। ইয়াৰ পিচত পাত্ৰটোৰ গাত যিবোৰ চিত্ৰ অঙ্কিত কৰা হয়, সেইবোৰৰ আঁহে আঁহে কিবা এক কৃষ্ণবৰণৰ ধাতু সিঁচি দিয়া হয়। অৱশেষত জুইত পাত্ৰটো তপতোৱা হয়। ইয়াৰো বিশেষ এক পদ্ধতি আছে। তপতোৱাৰ অন্তত বস্তুটো ঘঁহি নিমজ কৰা হয়। নীলা চিত্ৰসম্ভাৰেৰে এনেকৈয়ে কিবা এক আটকধুনীয়া বস্তু গঢ় লৈ উঠে। ইয়াৰ উপৰিও আ-অলঙ্কাৰ

গঢ়া কামতো টাইসকল বৰ পাকৈত। পোনতে "লেকাৰ" কামৰ বস্তু মই ব্ৰহ্মদেশত দেখিছিলোঁ। সেই বস্তুটো এতিয়া টাইলেণ্ডত দেখিছোঁ। ব্ৰহ্মদেশীয় মানুহৰ সমান পাৰ্গত নহলেও "লেকাৰ" কামত টাইসকল যথেষ্ট আগবঢ়া। মন্দিৰ আৰু ৰাজ-প্ৰাসাদসমূহ হৈছে টাইলেণ্ডৰ অপূৰ্ব স্থাপত্য নিদৰ্শন। সৰ্বসাধাৰণ মানুহৰ ঘৰবোৰ কাঠৰ, আমাৰ যেনেকৈ বাঁহৰ। বৰ্ত্তমান বেংকক, চিংমাই আদি চহৰত অৱশ্য নানা তৰহৰ প্ৰাসাদসদৃশ ঘৰ হৈছে। এইবোৰ টাই স্থাপত্যৰ নিদৰ্শন নহয়, আধুনিক পছিমীয়া স্থাপত্যৰহে নিদৰ্শন।

মন্দিৰৰ কাৰুকাৰ্য্যৰ দৰেই মন্দিৰৰ দেৱালসমূহত অংকিত চিত্ৰসম্ভাৰ শিল্পী হাতৰ অতি অনুপম সৃষ্টি। ঠায়ে ঠায়ে একোটা মন্দিৰত বুদ্ধমূৰ্ত্তি বহুত দেখিলোঁ, প্ৰত্যেকটোৱেই অতি চমৎকাৰ বস্তু। গুৱাহাটী যাদুঘৰত এটা বুদ্ধৰ মূৰ্ত্তি আছে। এইটো উজনি অসমত মাটি খান্দোঁতে পোৱা বস্তু। সম্ভৱতঃ ব্ৰহ্মদেশ বা টাইলেণ্ডৰ পৰা অতীজত কোনোবা বৌদ্ধ-মতাৱলম্বী মানুহে লগত লৈ আহিছিল। মূৰ্ত্তিটো দেখিলেই ধৰিব পাৰি। টাইলেণ্ডত দেখিলোঁ, মন্দিৰৰ দুৱাৰবোৰ এনেদৰে মণিমুক্তাৰে খচিত যে চালে চকু আঁতৰাই অনা টান।

টাইসকলৰ নাট্যাভিনয় ঘাইকৈ তিনি প্ৰকাৰৰ । যেনে ঃ (১) খোন্ (মুখা পিন্ধা মৌন অভিনয়,) (২) ৰামবং (চৰিত্ৰ-নৃত্য), আৰু (৩) লাকৰণ্। এই শেষৰ বিধক বৰ্ত্তমান যুগৰ 'বেলে-নৃত্য আৰু অপেৰাৰ সানমিহলি এক কলা-প্ৰকাশ বুলিব পাৰি। চমুকৈ কবলৈ গলে নাটক আৰু নৃত্য টাইসকলৰ বৰ প্ৰিয় বস্তু। ভাৰতীয় কলা-কৃষ্টিৰ প্ৰভাৱ স্বৰূপে এইষাৰ কথা কব পাৰি, টাইসকলৰ প্ৰাচীন ক্লাছিকেল নাটসমূহ প্ৰায়েই আমাৰ সংস্কৃত নাটকৰ আৰ্হিত ৰচনা কৰা হৈছিল। ৰঙ্গমঞ্চত সংস্কৃত নাটকৰ প্ৰায়বোৰ লক্ষণ প্ৰতিফলিত হোৱা দেখা যায়। ......টাই সঙ্গীতৰ ওপৰত কিছুদূৰ ভাৰতীয় মাৰ্গ সঙ্গীতৰ প্ৰভাৱ পৰিলক্ষিত হয় যদিও দুয়োটাৰ মাজত যথেষ্ট পাৰ্থক্য নথকাও নহয়। চৰকাৰৰ সুকুমাৰ কলা বিভাগৰ দ্বাৰা পৰিচালিত ৰঙ্গমঞ্চটোৰ নাম শিল্প-কৰণ থিয়েটাৰ। প্ৰায়েই ইয়াৰ শীতকালীন অধিবেশনসমূহত ক্লাছিকেল নাটক মুকলি কৰা হয়। সাধাৰণতে ইয়াৰ নৃত্যসমূহৰ বিষয় বস্তু হৈছে ৰামায়ণ মহাকাব্যৰ আখ্যানসমূহ। নৃত্য-শিল্পীসকলে নানা তৰহৰ মুখা পিন্ধে। সাজসজ্জা হৈছে প্ৰাচীন পদ্ধতিৰ। ৰামৰ সাজ হৈছে গভীৰ সেউজ, লক্ষ্মণৰ পীতবৰণীয়া, হনুমানৰ শ্বেতবৰণীয়া। এনেবোৰ নাটকক "খোন" বোলা হয়। খোনৰ পিছতেই অধিক জনপ্ৰিয় হৈছে এবিধ পুতলা নাচ। এই-বিধক টাই ভাষাত "নাং" নাটক বোলে। এইখিনিতে কৈ থোৱাটো উচিত হব, টাইসকলৰ নাট্য-বুৰঞ্জীত তিনিবিধ নাটক অতি জনপ্ৰিয়। ইয়াৰে এবিধক

"ধামবং" বোলে। এনে ধৰণৰ অভিনয়ত মঞ্চত ডেকা-গাভৰুৱে চক্ৰৰ আকৃতিৰে নৃত্যৰ জৰীয়তে নাট্যবস্তুৰ প্ৰকাশ দিয়ে। সংগীতৰ মূৰ্চ্ছনাত ৰংগমঞ্চ মুখৰ হৈ উঠে। এই সংগীতৰ সুৰ-লহৰ "চা–চা–চা" সুৰ-লহৰৰ লেখীয়া। এনে ধৰণৰ অনুমান হৈছিল।

ওপৰত লাকৰণ নাট্যবস্তুৰ কথা উল্লেখ কৰিছোঁ। লাকৰণ গণ-নাট্য। ই মুকলি ৰংগমঞ্চৰ বস্তু। বিষয়বস্তু ইয়াৰ ৰামায়ণ মহাকাব্যৰ পৰা গ্ৰহণ কৰা নহয় যদিও এইবোৰৰ বিষয়বস্তুৰো নিজস্ব এক গভীৰতা আছে। লাকৰণ নাটকৰ ভাবৰীয়াই মুখা নিপিন্ধে। আন মঞ্চৰ দৰেই লাকৰণ নাটকৰ মঞ্চও এখন ওখ বেদীত স্থাপন কৰা হয়। মুকলি ৰংগমঞ্চৰ বিষয়ে "সান-মিহলি" বোলা মোৰ কিতাপখনত বহলাই আলোচনা কৰিছোঁ। ব্ৰহ্মদেশত প্ৰচলিত "ধামা পোৱে" নাট্যাভিনয়ৰ বিষয়ে লেখিছোঁ। টাইলেণ্ডৰ মুকলি মঞ্চৰ তিনিটা দিশ একেবাৰে মুকলি। মুকলি আকাশৰ তলত মাটিত দৰ্শক বহে। এসময়ত চীন দেশতো এনে ধৰণৰ ব্যৱস্থা আছিল। কেৱল তিনিটা দিশেই নহয়, মঞ্চৰ চতুৰ্থ দিশটোও মুকলি। এইখিনি ঠাই ভাৱৰীয়া আৰু সংগীতৰ কাৰণে আছুতীয়াকৈ থোৱা হয়। বহা ঠাইৰ পৰাই দৰ্শকসকলে ভাবৰীয়াসকলক দেখি থাকে। ভাবৰীয়াসকলেও দৰ্শকৰ চকুৰ আগতে সাজ-পাৰ পিন্ধি অভিনয়ৰ কাৰণে প্ৰস্তুত হয়।

মঞ্চসজ্জাৰ কোনো প্ৰয়োজন নাই। গতিকে কোনো যোগাৰো নাই। চাওঁতে চাওঁতে নাটকৰ ঘটনাৰ সৈতে দৰ্শকসকল এনেকৈ অভ্যস্ত হৈ পৰিছে যে দৃশ্যসজ্জা নোহোৱাকৈয়ে প্ৰত্যেকটো দৃশ্যৰ সৈতে তেওঁলোকৰ কল্পনাই কাম কৰি যায়। গতিকে নাটকৰ ঘটনা-প্ৰবাহ উপলব্ধি কৰিবলৈ একো টান নহয়। এইবোৰ হৈছে সাধাৰণতে পৌৰাণিক আখ্যানমূলক নাটক। জন-সাধাৰণৰ চিনাকি বস্তু। প্ৰায়েই চীন দেশৰ গণ-নাট্যৰ দৰে ওৰেটো নিশা অভিনয় চলে, ৰাতি পুৱাই যায়। চীন দেশত দৰ্শকে খোৱা বস্তু লগত লৈ যায়। টাইলেণ্ডৰ দৰ্শকেও নিয়ে। নিনিলেও কোনো ক্ষতি নাই। অভিনয় চলি থাকে। দৰ্শকে ইচ্ছানুযায়ী অহা যোৱা কৰি থাকে। দৰ্শকৰ এনে কৰাৰ পৰা একো আহুকাল নহয়। দৰ্শকে নাটকৰ বিষয়বস্তুৰ বিষয়ে এনে বঢ়িয়াকৈ জানে যে সাময়িকভাৱে আঁতৰি থাকিলেও ঘটনা-প্ৰবাহৰ একো আঁত নেহেৰায়। এইখিনিতেই গণ-নাটকৰ সাৰ্থকতা।

এনে গণ-নাট্যসমূহত হস্ত-মুদ্ৰাৰ বিশেষ স্থান আছে। চৰিত্ৰৰ অভিব্যক্তি বহুক্ষেত্ৰত হস্ত-মুদ্ৰাৰ জৰীয়তে হয়। প্ৰত্যেকটো মুদ্ৰাৰ বিষয়ে কিছু অভিজ্ঞতা থাকিলে অভিনয়ৰ মৰ্ম্ম কথা উপলব্ধি কৰিবলৈ সৰহ সময় নেলাগে। ........এইখিনিতে আৰু এবিধ নৃত্য-নাট্যৰ কথা উল্লেখ কৰিব খুজিছো। টাই ভাষাত এই বিধক "লিকে" বোলে। এই বিধতো ভাৱৰীয়াই মুখা নিপিন্ধে। সাধাৰণতে এনেবোৰত প্ৰহসনজাতীয় নাটক অভিনীত কৰা হয়। কেৱল ব্যেঙ্কক চহৰতে লিকে নাট্যমঞ্চ সৰ্বমুঠ কুৰিটা আছে। ইয়াৰ পৰাই

এইবিধ নাটকৰ জনপ্ৰিয়তাৰ কথা অনুমান কৰিব পাৰি। ফৰাীয়ান্ বাৰ্ৰাৰছৰ "থিয়েটাৰ ইন্ ডি ইষ্ট" নামৰ মনোৰম এখন কিতাপ আছে। ইয়াৰ উল্লেখ "আসামীজ্ লিটাৰেছাৰ" বোলা কিতাপখনত কৰিছো। লিকেৰ বিষয়ে বাৰ্ৰাৰছে এনেদৰে লৈখিছে ঃ 'No temple fair or national holiday is complete without a special Likay performance—often out in the open air -- with the actors performing on temporarily erected stages of rickety, shaking boards against flimsy painted back-drops "

মোৰ ধাৰণা, টাই মঞ্চ-বস্তুৰ সবাতোকৈ আকৰ্ষণীয় বস্তু হৈছে নৃত্যগীত আৰু ভাৱৰীয়াসকলৰ নানা তৰহৰ জকমকীয়া সাজপাৰ। লাহী ছোৱালীহঁতে লানী পাতি নৃত্য কৰা দৃশ্যই মনলৈ নানাৰুলীয়া এজাক পখিলাৰ ছবি আনে। এনে ধৰণৰ বেলে নৃত্যৰ কাৰণে ছোৱালীহঁতক সৰুৰে পৰা শিক্ষা দিয়া হয়। সৰুৰে পৰা নাচোতে নাচোতে সিহঁতৰ মাংসপেশী প্লাষ্টিকৰ দৰে লেতুসেতু হয়। গতিকেই এই নৃত্যসমূহত এনে চপলতা আৰু কমনীয়তা পৰিলক্ষিত হয়।

টাইলেণ্ডৰ গাঁও-অঞ্চলত আৰু এটা বস্তুৰ প্ৰাধান্য মন কৰিবলগীয়া। বস্তুটো হৈছে পুতলা নাচ। মস্কোত তাহানি পুতলা-মঞ্চৰ অপূৰ্ব যন্ত্ৰ-চালিত কলা-কৌশল দেখি আহিছো। টাইলেণ্ডৰ পুতলা-মঞ্চ জনসাধাৰণৰ বস্তু। ইয়াক এতিয়াও যন্ত্ৰই বলুষিত কৰিব পৰা নাই। গাঁও অঞ্চলত এনবিধ মঞ্চৰ জনপ্ৰিয়তা এতিয়াও উভৈনদী হৈ আছে। বাইজৰ বস্তু বাইজে মৰিহ যাবলৈ দিয়া নাই। মস্কো নইবা আন পছিমীয়া দেশসমূহত আমাৰ দৰে ভৱিষ্যতলৈ ই যেতিয়া চহৰীয়া ৰূপ লবগৈ, তেতিয়া ইয়াৰ অৱস্থা কেনে ধৰণৰ হবগৈ, সেই বিষয়ে এতিয়াই কল্পনা কৰা টান।

এতিয়া টাই ভাষাটোৰ বিষয়ে দুআষাৰমান কব খুজিছো। যিমানেই আচহুৱা নহওক লাগিলে, গান্ধীজীৰ মতে যেই কোনো ভাষাৰ প্ৰাথমিক জ্ঞান তিনি মাহৰ ভিতৰত আয়ত্ত কৰিব পাৰি। গান্ধীজীৰ সৈতে এইষাৰ কথাত একমত হবলৈ টান পাইছো। বিদেশী ভাষা এটা শিকা যথেষ্ট কষ্টকৰ। ফৰাছী ভাষা কিছুদূৰ পাৰিলেও লেটিন ভাষা আমাৰ নিচিনা তাকৰীয়া মগজুৰ মানুহৰ পক্ষে শিকাটো কিমান কষ্টকৰ, ভাবিবকে নোৱাৰো। আন ভাষাৰ বিষয়ে যিমান জ্ঞান আহৰণ কৰিব পাৰি, সিমান ভাল। সেইবুলি নিজৰ ভাষাটোৰ কথা বিস্মৃত হৈ আন ভাষাৰ বহতীয়া হোৱাটো মাৰাত্মক কথা। এই বিষয়ে কবলগা যথেষ্ট আছে যদিও আৰু নকও'। এইখিনিতে সামৰিলো।

টাই ভাষাটো পোনতে শুনোতে বৰ আচহুৱা যেন লাগিছিল। লিপি সৰল বেখা আৰু চক্ৰৰ সমষ্টি যেন। কোনো কোনো পণ্ডিতে কয় ঃ আমাৰ ভাৰতীয় লিপিৰ সৈতে টাই লিপিৰ বহুখিনি সাদৃশ্য আছে। পণ্ডিতৰ কথা বিচাৰৰ দায়িত্ব পণ্ডিতসকললৈ এৰিলো। সম্ভৱতঃ পৃথিৱীৰ সবাতোকৈ বিজ্ঞানসম্মত লিপি হৈছে ৰোমান লিপি। ইয়াৰো খুঁত উলিয়াই বাৰনাৰ্ড শ্বই তাহানি সংশোধনৰ কথা চিন্তা কৰিছিল। শিকো বুলিলে টাই ভাষাটো

শিকিবলৈ যে বৰ কণ্টকৰ, সেইষাৰ কথা নহয়। ইয়াৰ কাৰণে ভাষাবিদ হব নেলাগে। তাহানি ৰাষ্ট্ৰপতি ভৱনৰ ভোজ-মেল এখনত দেখিছিলোঁ এজন বঙালী ভদ্ৰলোকে আন এজনৰ সৈতে সুন্দৰকৈ পুস্তো ভাষাত কথা পাতিছে। এজন কেন্দ্ৰীয় মন্ত্ৰীক দেখিছিলোঁ আন এজনৰ সৈতে অনায়াসে ফৰাছী ভাষাত কথা পাতিছে। জৱাহৰলাল নেহৰুৱে ফৰাছী ভাষাত বক্তৃতা দি প্ৰচুৰ প্ৰশংসা আৰ্জন কৰাৰ কথা জানোঁ। সেইদৰে আনৰ সৈতে ৰুছ, জাৰ্মান ইত্যাদি ভাষাত বঢ়িয়াকৈ কথা পতা ভাৰতীয় মানুহ বহুতো পাইছোঁ। গতিকে আন ভাষাৰ বিষয়ে জ্ঞান আৰ্জন কৰোঁ বুলিলে গান্ধীজীয়ে কোৱাৰ দৰে তিনি মাহৰ ভিতৰত সম্ভৱপৰ নহব পাৰে, তথাপি শিকো বুলিলে শিকিব নোৱাৰাৰ কোনো কাৰণ থাকিব নোৱাৰে।

টাই ভাষাত ৪৪টা ব্যঞ্জনবৰ্ণ আৰু ৩০টা স্বৰবৰ্ণ আছে। এওঁলোকৰ ক্ষেত্ৰত "ল" আখৰটোৰ প্ৰয়োগ বিৰল। এই আখৰটো উচ্চাৰণ কৰিবলৈ টাইসকলে বৰ টান পায়। ইংৰাজী কওঁতেও বহুত টাই মানুহৰ মুখত এনে ধৰণৰ বাক্য শুনা যায়ঃ "a pencin on a tablen" অৰ্থাৎ "a pencil on a table" সকলোৰে ক্ষেত্ৰতে যে এইষাৰ কথা প্ৰয়োগ কৰিব পাৰি, সেইষাৰ কথা অৱশ্যে নহয়। উপৰোক্ত উদাহৰণটো ভ'ষাৰ স্বৰূপ বুজাবলৈহে দিছোঁ। আমাৰো খৰকৈ ক'লে, "লাও পুলি লবাই বুলোঁ, লবাই বুলোঁ, লফা" বাক্য শাৰীৰ "ল" উচ্চাৰণে বিকৃত আকাৰ নো'লাবাকৈ নেথাকে। টাই ভাষাত "ল" আখৰ-টোৰ উচ্চাৰণে যেনেকৈ "ন" আখৰৰ উচ্চাৰণ লয়, সেইদৰে "স" আখৰটোৱে "ট" আখৰৰ উচ্চাৰণ লয়। টাই ভাষাৰ বিষয়ে মন কৰিবলগীয়া আৰু এটা কথা হৈছে ইয়াৰ শব্দৰ অৰ্থ বহু ক্ষেত্ৰত উচ্চাৰণ অনুযায়ী হয়। উদাহৰণ স্বৰূপে "মা" শব্দটো লব খুজিছো। কোমলকৈ কলে এই শব্দটোৰ অৰ্থ হয় "আহা'। এই একেটা শব্দৰে আগৰ'ছোৱা কোমলকৈ উচ্চাৰণ কৰি পিছৰছোৱা টানকৈ উচ্চাৰণ কৰিলে অৰ্থ হয় "কুকুৰ"। উচ্চাৰণ অনুসৰি একেটা শব্দৰে বেলেগ বেলেগ অৰ্থ হয়। এইখিনিৰ পৰা চীনা ভাষাৰ লগত টাই ভাষাৰ বহুখিনি মিল আছে। টাই ভাষাত "কাল" মাত্ৰ তিনিটা ঃ অতীত, বৰ্ত্তমান আৰু ভৱিষ্যত। সম্ভাব্য বৰ্ত্তমানৰ লেখীয়া বস্তু এওঁলোকৰ নাই। "অতীত" অতীত আৰু "ভৱিষ্যত" ভৱিষ্যত, এয়ে হৈছে টাইসকলৰ ধাৰণা। ভৱিষ্যত বুজাবলৈ বৰ্ত্তমান বুজোৱা শব্দটোৰ আগত "চা" শব্দাংশ লগাই দিলেই হ'ল। সেইদৰে অতীত বুজাবলৈ এই একেদৰে আচল শব্দটোৰ গাত "দাই" শব্দাংশ লগাব লাগে। বেংকক চহৰত লুম্বিনী নামেৰে এখন পাৰ্ক আছে। ধুনীয়া পাৰ্ক। টাইসকলে ইয়াক "লুম্পিনী" বুলি উচ্চাৰণ কৰে।

টাইসকল নম্ৰ, মাৰ্জিত ব্যৱহাৰৰ মানুহ। জাতি এটাই ব্যৱহাৰ কৰা ভাষাটোৰ পৰা সেই জাতিটোৰ স্বভাৱগত প্ৰকৃতিৰ বিষয়ে বহুত কথাৰ সন্ধেদ পাব পাৰি। যেনেকৈ জাপানী ভাষাৰ পৰা জাপানী মানুহক নাইবা চীন ভাষাৰ পৰা চীনা মানুহক, তেওঁলোকৰ প্ৰকৃতিগত স্বভাৱৰ বিষয়ে জানিব পাৰি, সেইদৰে টাই ভাষাৰ জৰীয়তে টাই জাতিটোক জানিব পাৰি। চীনা

ভাষাত গালি-শপনিৰ প্ৰতিশব্দ যিমান আছে সম্ভৱতঃ পৃথিৱীৰ কোনো এটা ভাষাতে সিমান নাই। ইয়াৰ পৰাই চীনা জাতিটোৰ আচল ৰূপ কি সেই বিষয়ে বহুখিনি কথা উপলব্ধি কৰিব পাৰি। ......বেঙ্কক চহৰত কেইবা বছৰো ধৰি বাসকৰা ভাৰতীয় বন্ধু এজনে কলে ঃ "ভুল হলেও কোনো কথা নাই, এওঁলোকৰ ভাষাত যদি কথা পাতে, বৰ ভাল পায়। ইমান সুন্দৰকৈ টাই ভাষা কব পাৰিছে বুলি অভিনন্দনহে জনাব।" এইটো লক্ষণ ইংৰাজৰো দেখিছোঁ। আনৰ শলাগ লব পৰাটো মহত্বৰ পৰিচায়ক।

টাইলেণ্ড ৰাষ্ট্ৰখনৰ বিষয়ে এতিয়া দুআষাৰমান কব খুজিছোঁ। টাই-লেণ্ড উত্তৰ গ্ৰীষ্মপ্ৰধান অঞ্চলত অন্তৰ্ভুক্ত। ইয়াৰ পশ্চিমাঞ্চলত এলানী পৰ্বত অৱস্থিত। এই পৰ্বতমালা মালয় সীমান্ত পৰ্য্যন্ত ব্যপ্ত। দেশখনৰ উত্তৰাঞ্চলতো কিছুমান পৰ্বত আছে। সেইদৰে মধ্য অঞ্চলৰ এলানী পৰ্বতে আমাৰ নীলিগিৰি পৰ্বত-মালাই দেশখনক বিভক্ত কৰাৰ দৰে টাইলেণ্ডক দুভাগ কৰি থৈছে। ইয়াৰ পৰ্বতবোৰ বৰ বেচি ওখ নহয়, পাঁচ শৰ পৰা পাঁচ হেজাৰ ফুটৰ ভিতৰতে আবদ্ধ। বৰ্ত্তমানৰ টাই বংশধৰসকলৰ উপৰি পুৰুষসকল ইৰাৱতী মেকং, মেনাম আদিৰ পাৰে পাৰে ক্ৰমাৎ দক্ষিণ-চীনৰ উনান প্ৰদেশৰ পৰা আজিৰ এই দক্ষিণ-পূব এছিয়াৰ অঞ্চললৈ নামি আহিছিল বুলি বুৰঞ্জীয়ে কয়। ইয়াৰে কিছুমান মালয়, লাওছ ইত্যাদি অঞ্চলসমূহত বৈ গৈছিল বুলিও বুৰঞ্জীয়ে কয়। ইয়াৰে কেইটামান সোঁত সাগৰ পাৰ হৈ একেবাৰে ইণ্ট ইণ্ডিজ দ্বীপসমূহত বিয়পি পৰাৰ প্ৰমাণো আছে। এইসকল টাইক শ্যাম দেশীয় টাই বোলে। এই অঞ্চলসমূহলৈ চীনৰ উনান প্ৰদেশৰ পৰা টাই গোষ্ঠীৰ মানুহ অহাৰ পূৰ্বে এইবোৰ ঠাইত খেমৰ গোষ্ঠীৰ মানুহ বাস কৰিছিল বুলি গৱেষকসকলে কয়। এই মানৱ-প্ৰৱাহ ত্ৰয়োদশ শতাব্দীৰ ঘটনা। এই মানৱ-স্ৰোত একেলগে প্ৰবাহিত হোৱা নাছিল, বহু খণ্ড-স্ৰোতত বিভক্ত হৈহে প্ৰবাহিত হৈছিল। সেই সময়ত উনান প্ৰদেশৰ ওপৰত কুব্লা খাঁৰ নানা আক্ৰমণ অনুষ্ঠিত হৈছিল। এই আক্ৰমণত পৰাভূত হৈ উনান প্ৰদেশৰ জনসাধাৰণ ওচৰচুবুৰীয়া অঞ্চলসমূহত ছিটিকি পৰিছিল। ইয়াৰে এটা জন-প্ৰবাহ অসমত প্ৰৱেশ কৰিছিল বুলি কলে জানো ভুল হব? আমাৰ অঞ্চলত ত্ৰয়োদশ শতাব্দীত, অৰ্থাৎ ১২২৮ চনতহে টাইসকল প্ৰৱেশ কৰিছিল। গতিকেই এনে ধৰণৰে সিদ্ধান্ত কৰিবলৈ মন গৈছে।

দেশখনৰ বৰ্ত্তমানৰ টাইলেণ্ড নামটো ১৯৪৯ চনৰহে বস্তু। ইয়াৰ পূৰ্বে দেশখন শ্যাম দেশ বুলিহে জনাজাত আছিল। টাইলেণ্ডৰ মানুহে এতিয়াও দেশখনক "মোৱাং টাই" বোলে। শব্দ দুটাৰ অৰ্থ হৈছে "স্বাধীন টাই"। টাইলেণ্ড আয়তনৰ পিনৰ পৰা ফৰাছী দেশখনৰ সমান হব। ইয়াৰ মাটিকালি হৈছে ১৯৮,২৪৭ বৰ্গমাইল। জনসংখ্যা ২৩,২১৯,২৮৭ জন। ইয়াৰ প্ৰতিবৰ্গ মাইলে জন-বসতিৰ হেঁচা ১১৭.১ জন। এইখন দেশত জন-সংখ্যা এটা সমস্যা নহয়। মুঠ জনসংখ্যাৰ শতকৰা ৯০ ভাগ টাই। ৩.৪ ভাগ চীনা মানুহ। ৩.৪ ভাৰতীয় আৰু মালয় মানুহ। অন্যান্য হৈছে ৩.২।

মেনাম নৈৰ উপত্যকাত সেই সময়ত্ত মনখেমৰ জাতিৰ মানুহ বাস কৰিছিল বুলি ওপৰত কৈ অহা হৈছে। এইসকলক ৰণত পৰাস্ত কৰি বশলৈ আনি-বলৈ বাহিৰাগত টাইসকলক বহু বছৰ লাগিছিল। পোনতে টাইসকলে বৰ্ত্তমান টাইলেণ্ডৰ উত্তৰাঞ্চলত বাস কৰিছিল। টাইলেণ্ডৰ জনসংখ্যা শতকৰা ৮০ জনৰ পৰা আৰম্ভ কৰি শতকৰা ৯০ জনলৈকে কৃষিজীৱী। সৰহ ভাগ কৃষকৰে খেতিৰ মাটি নিজা। পৰিয়ালে প্ৰতি পোন্ধৰ একৰকৈ মাটি। এছিয়াৰ কোনো এখন দেশতে কৃষকৰ মাটিৰ পৰিমাণ ইমান নহয়। এইপিনৰ পৰা টাইলেণ্ড সবাতোকৈ আগবঢ়া। ইয়াৰ মাটিৰ শতকৰা নব্বৈ ভাগত ধান খেতি হয়।

......স্থানীয় চীনা মানুহৰ সৈতে টাই মানুহৰ বিবাহ-সম্বন্ধৰ জৰীয়তে ৰক্তস্ৰোতৰ যথাযথ পৰিৱৰ্ত্তন হৈছে। অৱশ্যে নতুন এক মিশ্ৰিত জাতিৰ যে সৃষ্টি হৈছে, এনে নহয়। নতুন এক টাই জাতিহে সৃষ্টি হৈছে। মুখৰ হাঁহিটোৰ পৰাই টাই মানুহে দেখিলে ধৰিব পাৰি। ...গুৰু-জনৰ প্ৰতি সন্মান প্ৰদৰ্শন যেনেকৈ ভাৰতীয় সংস্কৃতিৰ আধাৰ, তেনেকৈয়ে টাইসকলৰ জীৱনৰো আধাৰ।

মনখেমৰ সকলক পৰাস্ত কৰি থিতাপি লোৱাৰ পিছত নিজৰ ভিতৰত উদ্ভৱ হোৱা আত্ম-কলহত এওঁলোক ব্যস্ত থাকিব লগা হৈছিল। ইজনৰ পিছত সিজনকৈ ৰজা ভঙা পতা হৈ আছিল। এই বিষয়ে পিছত কম। এই আত্ম-কন্দলৰ পৰিণতি স্বৰূপে গোটেই দেশখন কিছুমান ক্ষুদ্ৰ ৰাষ্ট্ৰত বিভক্ত হৈছিল। এনেবোৰ ৰাষ্ট্ৰ ব্যক্তি একোজনাৰ নেতৃত্বত নিজৰ ভিতৰতে সংগঠিত হৈছিল। তেতিয়ালৈকে কোনো সুসংগঠিত ৰাজনৈতিক বা জাতীয় চেতনাৰ অভ্যুদয় হোৱা নাছিল। ষষ্ঠদশ শতিকাত আযুটিয়া বোলা ঠাই এডোখৰক কেন্দ্ৰ কৰি যেতিয়া টাই সাম্ৰাজ্য গঢ়ি উঠে, তেতিয়াৰ পৰাহে দেশত ক্ৰমাৎ ৰাজনৈতিক সংগঠন নিকপকপীয়া হবলৈ ধৰে। "অযুটিয়া" নামটোৰ সৈতে কোনো কোনোৱে আমাৰ "অযোধ্যা" নামৰ সামঞ্জস্য দেখে। ......টাই সাম্ৰাজ্যই এই কালছোৱাৰ ভিতৰতে যথেষ্ট বিস্তৃতি লাভ কৰিছিল। এই সাম্ৰাজ্যৰ সীমাৰেখাই বৰ্ত্তমানৰ লাওছ আৰু মালয়ছিয়া ৰাষ্ট্ৰৰ উত্তৰ অঞ্চল চুই-ছিলগৈ। পূবে আজিৰ কেম্বোডিয়াৰ পৰা ব্ৰহ্মদেশৰ সমুদ্ৰ অঞ্চল পৰিমিতই ব্যপ্ত হৈ পৰিছিল। সেই সময়ত দক্ষিণ-পূব এছিয়াত টাইলেণ্ড সৰ্ববৃহৎ আৰু সৰ্বশক্তিমন্ত ৰাজ্য আছিল। স্থানীয় খেমৰ সকলৰ সভ্যতা-সংস্কৃতিক টাইসকলে নিজা সভ্যতা-সংস্কৃতিৰ অন্তৰ্ভুক্ত কৰি লৈছিল। টাইসকল গ্ৰহণ কৰিব পৰা শক্তি অপৰিসীম। ডক্টৰ সুনীতি কুমাৰ চেটাৰ্জীয়ে এইষাৰ কথা সুন্দৰকৈ প্ৰকাশ কৰিছে।

শ্যাম দেশৰ ৰাজধানী অতীজতে সুখোটাই বোলা ঠাই এডোখৰত আছিল। বেঙ্কক চহৰত থকা ভাৰতীয়সকলে কয়ঃ "সুখোটাই" শব্দটো "সুখোদয়" শব্দৰ ৰূপান্তৰ মাথোন। টাইসকলে এইষাৰ কথা স্বীকাৰ নকৰে। তেওঁলোকৰ মতে "সুখোটাই" শব্দৰ অৰ্থ হৈছে "সুখী টাই"।

টাইসকল যিহে বাঙিয়াল মানুহ, কথাষাৰ স'চাও হব পাৰে। পিছতেহে ৰাষ্ট্ৰৰ ৰাজধানী সুখোটাইৰ পৰা অযুটিয়ালৈ স্থানান্তৰিত কৰা হয়। ষষ্ঠদশ শতিকাত ব্ৰহ্মদেশৰ নৃপতিয়ে টাইলেণ্ড আক্ৰমণ কৰে। লাওছ আৰু কেম্বোডিয়াৰ নৃপতিয়ে টাইসকলক জয় কৰাৰ কথাও বুৰঞ্জীয়ে কয়। টাই ৰজাৰ হাতীশালত কেইবাটাও শ্বেতহস্তী আছিল। সেই হাতীৰ ভাগ বিচাৰি ব্ৰহ্মদেশৰ নৃপতিয়ে টাই নৃপতিক আক্ৰমণ কৰিছিল। শ্বেতহস্তী সৌভাগ্যৰ প্ৰতীক। যি নৃপতিৰ পশুশালত শ্বেতহস্তী আছিল, সেইজনাতকৈ আৰু ভাগ্যবান নাই বুলি সেই সময়ত এক বিশ্বাস আছিল। শ্যামদেশৰ মহাচক্ৰপং নৃপতিৰ স'তোটা শ্বেতহস্তী আছিল। এই হাতী কেইটাৰ কাৰণেই ব্ৰহ্মদেশৰ সৈতে কুৰি বছৰ কাল ৰণ-বিগ্ৰহ হৈছিল। কোনো কোনোৱে টাইলেণ্ডক "শ্বেত হস্তীৰ দেশ" বুলিও অভিহিত কৰে। টাইলেণ্ডত হাতী সৰহ। হাতীৰ ভাষা বুলি মানুহে ব্যৱহাৰ কৰা এটা ভাষা আছে। বৰ আচৰিত, এই ভাষাটো সমগ্ৰ প্ৰাচ্যত একে।

টাইলেণ্ডলৈ বৌদ্ধ ধৰ্ম ভাৰত আৰু সিংহলৰ পৰা আহে। কোনো কোনোৱে টাইলেণ্ডলৈ এই ধৰ্ম খ্ৰীষ্টপূৰ্ব তৃতীয় শতাব্দীত আহে বুলি কয়। এই বিষয়ে মন্তব্য কৰিব পৰা অধিকাৰ মোৰ নাই। তথাপি কব লাগিব, ঐতিহাসিক স্মৃতি-চিহ্নসমূহ পৰীক্ষা কৰি চালে বৌদ্ধ ধৰ্মৰ প্ৰচাৰ অষ্টম শতাব্দীৰ পৰাহে এই অঞ্চলত হৈছিল বুলি কব পাৰি। স্মৃতি-চিহ্নৰ কথা কওঁতে আৰু এষাৰ কথা মনলৈ আহিছে। এতিয়াও দেশখনৰ অ'ত ত'ত প্ৰাচীন মন্দিৰ আৰু প্ৰাসাদসমূহৰ ভগ্নাৱশেষ কিছুমান সিঁচৰিত হৈ আছে। সম্ভৱতঃ এইবোৰ খেমৰ যুগৰ নাইবা টাই-পূৰ্ব যুগৰ সম্পদ। আমাৰ ডিমাপুৰৰ কছাৰী ৰাজ্যৰ ভগ্নাৱশেষবোৰৰ দৰে এই ভগ্নাৱশেষসমূহ শিলৰ। আনহাতে টাইসকলৰ দ্বাৰা নিৰ্মিত মন্দিৰ আৰু প্ৰাসাদবোৰ আছিল ইটাৰ। অলপ দকৈ চালেই দুয়োবিধ নিৰ্মাণ-কাৰ্য্যৰ পাৰ্থক্য ফৰিংফুটা হৈ পৰিব। আমাৰ আহোম স্বৰ্গদেউসকলৰ দ্বাৰা নিৰ্মিত ৰংঘৰ, কাৰেংঘৰ, দ'লসমূহ ইটাৰ বস্তু। টাইসকলে যে শিলৰ ব্যৱহাৰ জানিছিল, সেই বিষয়ে মোৰ সন্দেহ। খেমৰসকলে আমাৰ কছাৰীসকলৰ দৰে নিৰ্মাণ-কাৰ্য্যত শিল কেনেকৈ ব্যৱহাৰ কৰিব লাগে জানিছিল। কেম্বোডিয়াৰ আঙ্কোৰ মন্দিৰ ইয়াৰ প্ৰমাণ। আমাৰ ডিমাপুৰ ৰাজ্যৰ ভগ্নাৱশেষ ইয়াৰ প্ৰমাণ।

খ্ৰীষ্টপূৰ্ব তৃতীয় শতাব্দীত মহাৰাজ অশোকৰ দিনত বৌদ্ধ ধৰ্ম হীনায়ন আৰু মহায়ন, এই দুটা মতবাদত বিভক্ত হয়। প্ৰচাৰৰ পিনৰ পৰা এছিয়াৰ ক্ষেত্ৰত কেইবা শতিকা জুৰি দুয়োটা মতবাদৰ মাজত সংঘাতৰ সৃষ্টি হয়। এনে সংঘাত হোৱাটো স্বাভাৱিক কথা। মহায়ন মতবাদ ক্ৰমাৎ চীন, জাপান আদি ঠাইত বিয়পি পৰে। আনহাতে ব্ৰহ্মদেশ, লাওছ, কেম্বোডিয়া আদি ঠাইত হীনায়ন অৰ্থাৎ থেৰাবাদী বৌদ্ধ মতবাদৰহে প্ৰচলন অধিক। হীনায়ন মতবাদ সিংহল দ্বীপত বিয়পে আৰু ইয়াৰ পৰাই টাইলেণ্ডত ই প্ৰবেশ কৰে। টাইলেণ্ডত ত্ৰয়োদশ শতিকাৰ প্ৰাৰম্ভৰ পৰা হীনায়ন মতবাদ

নিকপকপীয়া হয় যদিও ইয়াৰ প্ৰায় সমান্তৰাল ভাবেই মহায়ন মতবাদ আৰু লগতে নানা তৰহৰ জড়বাদী বিশ্বাস আৰু হিন্দু ধৰ্মৰ প্ৰভাৱ স্পষ্টভাৱে প্ৰকট নোহোৱাকৈ নাছিল। এইখিনিতে উল্লেখ কৰিব খুজিছো, একালত টাই সমাজত শিব আৰু বিষ্ণুৰ প্ৰভাৱ নগণ্য নাছিল। জড়-বিশ্বাস আৰু হিন্দু ধৰ্মৰ প্ৰভাৱ পৰিছিল যদিও ধৰ্ম বিশ্বাসৰ ক্ষেত্ৰত সিংহল আৰু ব্ৰহ্মদেশৰ দৰে টাইলেণ্ড সোলোক-ঢোলোক নাছিল। খৃষ্টান ধৰ্মৰ ভিত্তি হৈছে যেনেকৈ হিব্ৰু দৰ্শন, বৌদ্ধ ধৰ্মৰ ভিত্তি হৈছে তেনেকৈ হিন্দু দৰ্শন।...... বৰ্ত্তমান টাইলেণ্ডত বৌদ্ধ ভিক্ষুৰ সংখ্যা হৈছে প্ৰায় দেড় লাখ। ভিক্ষুসকল ৰাইজৰ দান-দক্ষিণাৰ ওপৰত প্ৰবৰ্ত্তি থাকে। ৰাইজে মুক্ত হস্তে এওঁলোকৰ নিতৌ আহাৰৰ যোগান ধৰে। পুণ্য অৰ্জন হৈছে ভিক্ষুসকলৰ কাম। কম বেচি পৰিমাণে হিন্দু, খৃষ্টান, মুছলীম, এনে ধৰণৰ বিভিন্ন ধৰ্ম মতবাদৰ মানুহ আছে যদিও সহনশীলতা হৈছে টাইলেণ্ডৰ সবাতোকৈ ডাঙৰ সম্পদ।

টাইলেণ্ডত সাধাৰণতে পুণ্য আৰ্জনৰ বাছকবনীয়া পদ্ধতি এটা চকুত নপৰাকৈ নেথাকে। জন-সাধাৰণৰ সৰল, সহজ বিশ্বাস যে কিমান দুৰ্বলৈকে যাব পাৰে ই এটা তাৰ নিপোটল উদাহৰণ। চৰাই চিকাৰী কিছুমানে বন-ৰীয়া চৰাই ধৰি সজা একোটাত ভৰাই আলিয়ে আলিয়ে লৈ ফুৰে। পুণ্য অৰ্জনপ্ৰয়াসী মানুহে তাৰে চৰাই কিনি এৰি দিয়ে। কোনোটো চৰাই উৰা মাৰি "মিলি যায় দিগন্তত।" কোনোটো উৰিব নোৱাৰি থপককৈ চৰাই চিকাৰী-জনৰ কাষতে পৰে। হাতৰ মুঠিতে পোৱা চৰাইটো আকৌ সজাত সুমুৱাই থয়। সেইটো চৰাইকে আকৌ বেচা হয়। এইদৰে একোটা চৰাইৰে কেইবা-জনেও পুণ্য আৰ্জে। ..... .লৰেন্স ডুৰেলে কৈছিল ঃ "If you plant a seed, a tree will grow — but not a man. Why not a man ? The theory of uncertainty strikes at the root of this idea" এই একেদৰেই সজাত বন্দী চৰাইক মুকলি কৰি দিলে পুণ্য হয় বুলি যি সহজাত বিশ্বাস, সেই বিশ্বাস আজিৰ বৈজ্ঞানিক চিন্তাধাৰাৰ জৰীয়তে "গুটিৰ পৰা গছ গজাৰ" দৰে স্বতঃসিদ্ধ নহয় বুলি যদি প্ৰমাণিত হয়, তেন্তে আচৰিত হ'ব লগা কিবা জানো থাকিব পাৰে?

আৰু এটা কথা মন কৰিবলগীয়া হৈছে এইটোৱেই যে গাঁৱৰ প্ৰত্যেক উপাৰ্জনক্ষম মানুহে নিজৰ উপাৰ্জনৰ শতকৰা পাঁচ ভাগৰ পৰা দহ ভাগলৈ স্বপ্ৰনোদিতভাৱে স্থানীয় ৱাটৰ পুঁজিলৈ আগবঢ়ায়। এনে বৰঙণি ধৰ্ম বিশ্বাসৰ স্বভাৱগত এক প্ৰকাশ। মোৰ মনত সাধাৰণতে এটা প্ৰশ্ন হয় ঃ বৌদ্ধ মতবাদ জানো স'চাই ধৰ্ম মতবাদ? এইখিনিতে ব্যাখ্যাৰ প্ৰয়োজন। ধৰ্মৰ অৰ্থ যদি কেৱল দেৱ-উপাসনা হয়, তেন্তে বৌদ্ধ ধৰ্ম, ধৰ্ম মতবাদ নহয়। বুদ্ধই নিজৰ ক্ষেত্ৰত কেতিয়াও দেৱত্বৰ দাবী কৰা নাছিল। বুদ্ধ আছিল গুৰু। জীৱন কেনেকৈ সৎপথেদি পৰিচালিত কৰিব লাগে, তাৰহে শিক্ষা তেওঁ দিছিল। ধৰ্মৰ অৰ্থ যদি সজ্জীৱন যাপন আৰু আধ্যাত্মিক উৎকৰ্ষ সাধন হয় সৃষ্টি ৰহস্যৰ বিষয়ে সজাগ মনৰ পৰিচয় হয়, তেন্তে বৌদ্ধ

ধৰ্ম্মতকৈ আৰু নিষ্ঠাবান ধৰ্ম পৃথিৱীত নাই বুলি কব লাগিব। এনে এক জীৱন নিৰ্বাহ, ইয়াক মাধ্যম স্বৰূপে লৈ নিৰ্বান লাভ, এয়ে হৈছে বৌদ্ধ ধৰ্মৰ মৰ্মকথা।

দেশ একোখনৰ ভাস্কৰ্য্য শিল্প আৰু স্থাপত্যকলাই সেই দেশৰ প্ৰভাৱশালী ঐতিহ্যৰ নিদৰ্শন যেনেদৰে দিয়ে আন বস্তু-সম্ভাৰে তেনেদৰে দিয়ে নে নিদিয়ে মোৰ সন্দেহ। টাইলেণ্ডৰ পূৰণি কলীয়া মঠ-মন্দিৰ, প্ৰাসাদ আদিৰ বিষয়ে এইষাৰ কথা নিটোলভাবে প্ৰয়োগ কৰিব পাৰি। ......টাইলেণ্ডত বৰষুণৰ প্ৰাদুৰ্ভাৱ বৰ বেচি। এইষাৰ কথালৈ লক্ষ্য ৰাখি প্ৰাচীন স্থাপত্য শিল্পীসকলে মন্দিৰ বা প্ৰাসাদৰ শিখৰ ভাগৰ ওপৰত অধিক গুৰুত্ব প্ৰদান কৰিছিল। ইউৰোপ মহাদেশ শীতপ্ৰধান। গতিকেই ইয়াৰ স্থাপত্যকলাৰ স্বৰূপ সুকীয়া। ইয়াৰ আহি্ৰ্ সুকীয়া। এইখিনিতে দুয়োবিধ স্থাপত্য-আহিৰ মাজৰ পাৰ্থক্য স্পষ্ট হৈ পৰে। টাই মানুহৰ মন কলাগত। এইখন দেশত আনকি ৰাজ-ছত্ৰও সাততৰপীয়া। ইয়াৰ পৰাই এইখন দেশৰ শিল্পী-কাৰিকৰে কলাবস্তুৰ শিখৰ ভাগৰ ওপৰত কেনেকৈ মনোনিবেশ কৰিছিল, সেইষাৰ কথা স্পষ্ট হৈ পৰে। চীনা স্থাপত্য বা ভাস্কৰ্য্য কলাৰ ক্ষেত্ৰতো বস্তুৰ শিখৰ ভাগত অধিক গুৰুত্ব প্ৰদান কৰা হয়। তথাপি টাই কলা-শিল্পত ই যেনেদৰে বিতোপন ৰূপ লোৱা দেখা যায়, তেনে ৰূপ চীনা কলা-নিদৰ্শনৰ ক্ষেত্ৰত চকুত নপৰে। বৰষুণ-প্ৰধান অসমৰ দৰেই টাই সাধাৰণ মানুহৰ ঘৰবোৰৰ ওপৰ ভাগ থিয়। পাৰ্থক্য হৈছে, টাই সাধাৰণ মানুহৰ ঘৰবোৰ ধুনীয়াকৈ সজা; এবিধ চকচকাই থকা ইটাৰে সাধাৰণ এই ঘৰবোৰ নিৰ্মিত।

শিল্প সম্ভাৰৰ পিনৰ পৰা টাইলেণ্ডৰ বৌদ্ধ-মন্দিৰসমূহ অতুলনীয় সৃষ্টি। মাথোন কেইটামান মন্দিৰ, যেনে ৱাট পো, ফ্ৰাকিয়, ছুটহাট্,—এই কেইটা পৰিদৰ্শন কৰিলেই কথাষাৰ স্পষ্ট হৈ পৰিব। বিশ্ব-বিশ্ৰুত ইংৰাজ গল্প-শিল্পী ছমাৰছেট্ ম'ম টাইলেণ্ডত কিছুদিনৰ কাৰণে আছিল; দক্ষিণ-পূব এছিয়াৰ জীৱন-সম্মোহনৰ বিষয়ে এইজনা গল্প-শিল্পীৰ বুৎপত্তি যিমান গভীৰ, সিমান গভীৰ আৰু দ্বিতীয়জন কথা-শিল্পী আছে বুলি মই নেভাবোঁ। ম'মৰ মনত বৌদ্ধ মন্দিৰৰ কাৰুকাৰ্য্যসমূহে গভীৰভাৱে ৰেখাপাত কৰিছিল। এওঁৰ "জেণ্টেলমেন্ ইন্ ডি পাৰলাৰ্" বোলা গল্পটোৰ পৰা টাইলেণ্ডৰ বৌদ্ধ-মন্দিৰসমূহৰ বিষয়ে কৰা গল্প-শিল্পী গৰাকীৰ মন্তব্য এফাকি এইখিনিতে উদ্ধৃত কৰিব খুজিছো। "It makes you laugh with delight to think that anything so fantastic could exist on this sombre earth . .....The artists who developed them step by step from the buildings of the Ancient Khmers had the courage to pursue their fantasy to the limit."

টাইলেণ্ডৰ আৰু এটা আকৰ্ষণীয় বস্তু হৈছে "নাগ" খোদিত শিলৰ বেলুছ-ট্ৰেডবোৰ।

টাইলেণ্ডৰ ভালেমান মন্দিৰ হৈছে ব্ৰঞ্জৰে সজা বস্তু। ইয়াৰ সৰহ ভাগেই চতুৰ্দ্দশ শতিকাত নিৰ্মিত বস্তু। আলেকজেণ্ডাৰৰ ভাৰত আক্ৰমণৰ পৰৱৰ্ত্তী কালছোৱাত স্পষ্টভাৱে গ্ৰীক ভাস্কৰ্য্য আৰু স্থাপত্য নিদৰ্শনৰ প্ৰভাৱ ভাৰতীয় পদ্ধতিৰ ওপৰং পৰিবলৈ ধৰে। কেৱল আমাৰ দেশৰ ক্ষেত্ৰতে নহয়—গ্ৰীক কলা-আদৰ্শৰ প্ৰভাৱ বুদ্ধিয়াৰ স্থাপত্য বস্তুৰ ওপৰতে আনকি প্ৰতিফলিত হোৱা নিজে দেখি আহিছোঁ। সেইবুলি গ্ৰীক কলা-বস্তুৰ প্ৰভাৱ দক্ষিণ-পূব এছিয়াৰ কলা-জীৱনৰ ওপৰত সামান্যভাৱে হলেও পৰ বুলি কব নোৱাৰি। বলেবে টানি আনি কোনো কোনো পাছিমীয়া পণ্ডিতে অৱশ্যে পৰিছে বুলি কয়। নিজে দেখাৰ পিছত এইষাৰ মন্তব্যৰ সৈতে একমত হবলৈ টান পাইছোঁ। কিবা যদি পৰিছিল, ভাৰতৰ যোগেদি পৰিছিল। এই ক্ষেত্ৰত ভাৰত আছিল যোগসূত্ৰ।

বেংকক চহৰত ফ্ৰাকিয় মন্দিৰত অৱস্থিত এমাৰেল্ড বুদ্ধৰ মূৰ্ত্তিটো চাই অহা কথাষাৰ আন এঠাইত উল্লেখ কৰিছোঁ। মূৰ্ত্তিটোৰ গাত থকা আচ্ছাদন নৃপতিয়ে নিজ হাতেৰে বছৰত তিনিবাৰকৈ সলাই নতুন পৰিধান পিন্ধায়। ইতিমধ্যে কৈ অহা হৈছে টাইলেণ্ডৰ ভাস্কৰ্য্য, স্থাপত্যকলা ইত্যাদি ধৰ্মাশ্ৰিত। গতিকেই গঠন-প্ৰণালী আৰু কাৰুকাৰ্য্যৰ পিনৰ পৰা ৰীতিবদ্ধ। এই একেষাৰ কথাকে বৌদ্ধ মূৰ্ত্তিসমূহৰ বিষয়েও কব পাৰি। বৌদ্ধ মূৰ্ত্তি একোটা কেনে হব লাগে, এই বিষয়ে কিছুমান প্ৰচলিত ধাৰণা আছে। যেনে চেপাউৰি ধেনুভিৰীয়া, নাক ভাটৌৰ ঠোঁটৰ লেখীয়া, থুতৰি আমগুটিটোৰ লেখীয়া ইত্যাদি। বৌদ্ধ মূৰ্ত্তি প্ৰণয়নৰ ক্ষেত্ৰত বেলেগ বেলেগ যুগৰ প্ৰভাৱ পৰিছে যদিও এনেবোৰ মৌলিক ধাৰণা ৰীতিবদ্ধ হৈয়েই আছে। এইবোৰৰ চকুত লগাকৈ কোনো পৰিবৰ্ত্তন হোৱা নাই।

ফ্ৰাকিয় মন্দিৰৰ "মুৰেল" চিত্ৰবোৰ সুন্দৰকৈ সংৰক্ষিত কৰা হৈছে। সেইদৰে বেংকক চহৰত অৱস্থিত আন কেইটামান মন্দিৰৰ "মুৰেল" চিত্ৰ-সমূহো সুন্দৰকৈ সংৰক্ষিত কৰা হৈছে। তাহানি পেৰিছলৈ যাওঁতে ফৰাছী দেশৰ অন্যতম আকৰ্ষণীয় বস্তু পেলে ডি ভাৰ্ছাই চাই আহিছোঁ। এইবাৰ আকৌ চাই আহিছোঁ। দেৱাল আৰু চিলিঙৰ চিত্ৰসমূহ তাৰ বিজ্ঞাপনকৈ সংৰক্ষণ কৰা হৈছে যদিও এইবোৰ বেংককৰ মন্দিৰসমূহৰ চিত্ৰাৱলীৰ লেখীয়া পুৰণি নহয়। মন্দিৰত থকা কাপোৰ বা তুলাপাতৰ চিত্ৰসমূহ বৰ বেচি পুৰণি নহয়—বৰ বেচি এশ বা দেড় শ বছৰৰ পুৰণি হব। প্ৰধানতঃ এনে ধৰণৰ চিত্ৰাৱলীৰ বিষয়বস্তু হৈছে "জাতকমালাৰ" আখ্যানসমূহ। ফ্ৰাকিয়া মন্দিৰৰ দেৱালত অঙ্কিত চিত্ৰাৱলীৰ দৰে ইয়াৰ দুই এখন চিত্ৰাৱলীৰ বিষয়বস্তু ৰামায়ণ মহাকাব্যৰ পৰা গ্ৰহণ কৰা। টাই ভাষাত ৰামায়ণক "ৰামাকীন্"

যোলে। ৰাম-সীতাৰ প্ৰতি ইয়াৰ মানুহৰ যিমান আগ্ৰহ, হনুমানৰ প্ৰতিও প্ৰায় সিমানেই আকৰ্ষণ। হনুমান বল-বীৰ্য্য, নিষ্ঠা, আনুগত্য আৰু ব্ৰহ্ম-চৰ্য্যৰ প্ৰতীক।

কলা-বিদ্যাৰ শিক্ষা লাভ কৰা ছাত্ৰ-ছাত্ৰীসকলে এইবোৰ চিত্ৰকলাৰ বিষয়ে বিশ্ববিদ্যালয়ত শিকিব লগা হয়। যিজন আচাৰ্য্যই কলা বিদ্যাৰ শিক্ষা দিয়ে, সেইজনৰ উপাধী হৈছে "শিল্প বীৰশ্ৰী।" ১৯২৮ চনত ফ্লাৰেন্সত অৱস্থিত ৰয়েল একাডেমীৰ পৰা শ্যাম দেশলৈ এজন শিল্পাচাৰ্য্য আহিছিল। মানুহজনৰ নাম ছিনৰ ফে'ৰচী। দেশৰ বৰ্ত্তমানৰ কলা-জাগৰণ এইজনা ব্যক্তিৰ প্ৰচেষ্টাৰ প্ৰতিদান বুলি কেইবাজনো ব্যক্তিয়ে বেংকক চহৰত আমাক কলে। বেংকক চহৰৰ লুম্পিনী পাৰ্কত এইজনা শিল্পীৰ হাতুৰীৰ স্পৰ্শত মূৰ্ত্তিমন্ত হৈ উঠা স্বপ্ন, ব্ৰঞ্জৰ বিৰাট বৌদ্ধ মূৰ্ত্তিটো চাই আহিছোঁ। কি চমৎকাৰ স্বপ্ন মৰ্ত্ত্যৰ ধূলিৰ বুকুত জীৱন্ত হৈ আছে।

> "হাতুৰীৰ শৰদত স্বপ্ন ৰচোঁ নতুন দিনৰ,
> সেউজী সন্ধিয়া আৰু স্বপ্ননীল কোমল পুৰাৰ।"

"বুকু ঢালি" সজা এই স্বপ্নত শিল্পীৰ অন্তৰৰ সকলোখিনি আবেগ-অনু-ৰাগ যেন মূৰ্ত্তিমান হৈ আছে। ......বেংকক চহৰৰ বিখ্যাত "ইৰাৱন্" (ঐৰাৱৎ) হোটেলৰ লবীৰ দেৱালত আধুনিক টাই চিত্ৰকলাৰ মনোৰম প্ৰকাশ দেখি আহিছোঁ। নিখুঁতভাৱে এইবোৰ বস্তুত প্ৰতিফলিত হৈছে এক সমন্বয় প্ৰচেষ্টা। প্ৰাচীন টাই ক্লাছিকেল ঐতিহ্যৰ সৈতে মিলিত হৈছে অত্যানুধিক পাশ্চিমীয়া কলা-পদ্ধতি। সেইবুলি এই প্ৰচেষ্টাই জাপানৰ আধুনিক শিল্প-ৰীতিত যেনেদৰে সূক্ষ্মতম কলাৰূপ লৈছে, তেনেদৰে আধুনিক টাই কলা-প্ৰচেষ্টাত লৈছে বুলি কবলৈ টান পাইছোঁ।

এতিয়া টাইলেণ্ডৰ বুৰঞ্জীমূলক পটভূমিৰ বিষয়ে দুআষাৰমান চমুকৈ কব খুজিছোঁ। টাই ৰাজ্য সুসংগঠিত আৰু নিকপকপীয়া হোৱাৰ পূৰ্ব্বৱৰ্ত্তী কালছোৱা বিদেশী আক্ৰমণকাৰীসকলৰ সৈতে ৰণ-বিগ্ৰহত লিপ্ত থকা কাল। পূৰ্বে আক্ৰমণ কৰিছিল কেম্বোডিয়াৰ নৃপতিয়ে, উত্তৰ চিমাইত অৱস্থিত লাওছৰ ৰজাই। ইয়াৰ উপৰিও, ব্ৰহ্মদেশৰ ৰজাই এবাৰ নহয় কেইবাবাৰো শ্যামদেশ আক্ৰমণ কৰিছিল। এইখিনিতে অসমৰ ওপৰত অনুষ্ঠিত ব্ৰহ্মদেশৰ আক্ৰমণৰ কথা মোৰ মনত পৰিছে—আমাৰ বুৰঞ্জীত এই আক্ৰমণক মানৰ আক্ৰমণ বোলা হয়। তাহানি ব্ৰহ্মদেশলৈ যাওঁতে ৰেংগুন চহৰত কেইজনমান বন্ধুক এইষাৰ কথা কৈছিলোঁ। পূৰ্ব্বপুৰুষসকলৰ এই আক্ৰমণ আৰু অত্যা-চাৰৰ কথা শুনি এওঁলোকে লাজ পাইছিল। ......পঞ্চাশ বছৰৰ ভিতৰত সৰ্ব্বমুঠ চাৰিবাৰ ব্ৰহ্মদেশে শ্যামদেশক আক্ৰমণ কৰে। ইয়াৰ উপৰিও সৰু সুৰা সীমান্ত যুদ্ধৰতো লেখজোখ নাই। অসমৰ সোণালী ধানৰ সমৃদ্ধি দেখি পাটকাই পৰ্ব্বতৰ টিঙৰ পৰা টাইসকলে তাহানি "মুং ডুন্ চুন্ খাম্"

(সোণালী উদ্যানৰ দেশ) বুলি চিঞৰি উঠাৰ দৰে আক্ৰমণকাৰী মান সেনাৰ চকু পৰিছিল শ্যাম দেশৰ মেনাম নৈৰ উপত্যকাত উপচি থকা সোণালী ধানৰ পথাৰৰ ওপৰত।

এবাৰ শ্যাম দেশৰ সমূহ উত্তৰ অঞ্চল ব্ৰহ্মদেশে নিজৰ অধীনলৈ আনিছিল। ইয়াৰ উপৰিও তেওঁলোকে দুবাৰকৈ ৰাজধানী অযুটিয়া নিজৰ অধীনলৈ আনে। অকস্মাৎ দেশৰ দুৰ্যোগৰ সময়ত একোজন টাই বীৰৰ অভ্যুদয় হয়। এনে একোজনা বীৰৰ নেতৃত্বত মান সেনাক ৰণত পৰাস্ত কৰি টাইসকলে দুনাই নিজৰ স্বাধীনতা উদ্ধাৰ কৰে। বাহিৰাগত শত্ৰুৰ আক্ৰমণে—ঘাইকৈ ব্ৰহ্মদেশৰ আক্ৰমণে দেশখন থানবান কৰিছিল। স্বাধীনতা পুনৰ উদ্ধাৰ হৈছিল যদিও দেশৰ অৱস্থা শোচনীয় নোহোৱাকৈ নাছিল। ইয়াৰ অনুক্ৰমনিকা স্বৰূপেই ক্ৰমাৎ ৰাজধানী অযুটিয়াৰ প্ৰভাৱ নিষ্প্ৰভ হৈ আহিছিল। একোটা অঞ্চল আৰু একোজন নেতাক কেন্দ্ৰ কৰি সৰু সৰু একোখন ৰাজ্য গঢ় উঠিবলৈ ললে। এনে অৱস্থাৰ সুযোগ লোৱাৰ মানসেৰে এইবাৰ ব্ৰহ্মদেশে দুগুণ উৎসাহেৰে আক্ৰমণ অনুষ্ঠিত কৰিলে। এসময়ত অযুটিয়া ৰাজ্যৰ পৰিসীমা উত্তৰ অঞ্চল, মালয় প্ৰদেশ, আনকি ব্ৰহ্মদেশৰ নামনি অঞ্চল পৰ্য্যন্ত ব্যপ্ত হৈ আছিল। মানসকলৰ আক্ৰমণত এনে এখন বিৰাট সাম্ৰাজ্যৰ প্ৰভাৱ অতীজৰ বস্তু হৈ পৰিল। অযুটিয়া সাম্ৰাজ্যৰ মৰ্য্যাদা, শক্তি-সামৰ্থ্য সকলো লোপ পালে।

এনে পৰিস্থিতিৰ পৰিণতি স্বৰূপে শ্যাম ভূমি-খণ্ডৰ দক্ষিণ-অঞ্চলত অৱস্থিত থংবুৰী বোলা চহৰ এখনকে কেন্দ্ৰ কৰি শ্যাম ৰাজ্য দুনাই গঢ়ি উঠে। ফিয়া টেকসেন নামৰ নেতা এজনৰ অভ্যুদয় হয়। দহ বছৰৰ ভিতৰতে শ্যাম ৰাজ্য আকৌ শক্তিশালী হৈ উঠিল। প্ৰাচীন গৌৰৱৰ আকৌ পুনৰ উদ্ধাৰ হয়। দেশৰ পৰা ব্ৰহ্মদেশীয় আক্ৰমণকাৰীসকলক বহিষ্কাৰ কৰা হল। কেম্বোডিয়া অঞ্চলত আৰু চিংমাই অঞ্চলত দুনাই শ্যামদেশীয় শাসন প্ৰৱৰ্ত্তন কৰা হল। চিংমাই অঞ্চলত ৰাজ্য পুনৰ স্থাপনৰ অৰ্থে ব্ৰহ্মদেশীয় সৈন্য বাহিনীৰ সৈতে যথেষ্ট ৰণ-বিগ্ৰহ কৰিবলগীয়া হৈছিল। ব্ৰহ্মদেশ ইংৰাজৰ শাসনাধীন হোৱাৰ পিছৰ পৰাহে শ্যাম ৰাজ্য নিৰাপদ হয়।

চাক্ৰী নামৰ এজন বিচক্ষণ সেনাপতিৰ সাহস আৰু দূৰদৰ্শিতাৰ কাৰণেই শ্যাম ৰাজ্যৰ লুপ্ত গৌৰৱ পুনৰ উদ্ধাৰ হোৱাটো সম্ভৱপৰ হয়। নৃপতি চাক্ৰী ফিয়া টেক্‌সেনৰ পিছত ৰাজপাটত উঠে। টাইলেণ্ডত এই পৰিয়ালৰ ৰাজত্ব আজিও প্ৰৱৰ্ত্তি আছে। ১৭৮৫ চনত আকৌ আক্ৰমণ কৰিছিল যদিও এইবাৰ নৃপতি চাক্ৰীৰ হাতত এনেকৈ পৰাজিত হব লগা হল যে মানসকলে আৰু গা-টঙাব নোৱাৰা হল। শ্যাম ৰাজ্যৰ সীমা দুনাই বৰ্ত্তমানৰ লাওছ আৰু কেম্বোডিয়া পৰিমিত ব্যপ্ত হ'ল। বেঙ্কক চহৰত নকৈ ৰাজধানী স্থাপন কৰা হ'ল। ইয়াৰ লগে লগে নতুন যুগ এটাৰ সূচনা হ'ল।

আকৌ অলপ অতীতলৈ ভূমুকি মাৰি চাব খুজিছোঁ। একালত চীন আৰু ভাৰতৰ মাজত প্ৰচলিত বেহা-বেপাৰৰ অযুটিয়া আছিল কেন্দ্ৰথলী।

পছিমৰ দেশসমূহৰ সৈতে সপ্তদশ শতিকাৰ আগভাগত শ্যামদেশৰ পোন-পটীয়া সম্বন্ধ স্থাপিত হয়। প্ৰথমতে আবিৰ্ভাৱ হয় পৰ্তুগীজসকল। চীন দেশতো প্ৰথমেই পৰ্তুগীজসকলেই আৱিৰ্ভাব হয়। এওঁলোকৰ মাই উদ্দেশ্য আছিল প্ৰাচ্যত ৰোমান কেথোলিক ধৰ্মৰ প্ৰচাৰ কৰা। ইয়াৰ পিছত বাণিজ্য-ব্যৱসায়ৰ পৰিসৰ বৃদ্ধি কৰাৰ মানসেৰে প্ৰাচ্য অঞ্চলত আৱিৰ্ভাব হয় ইংৰাজ আৰু ওলন্দাজসকল। অৱশেষত আৱিৰ্ভাব হয় ফৰাছীসকল। সেই সময়ত শ্যামদেশৰ শাসনকৰ্ত্তা আছিল নৃপতি নৰাই। এওঁ বিদেশীৰ দ্বাৰায় ধৰ্ম প্ৰচাৰ নাইবা বাণিজ্য বিস্তাৰ, কোনো কথাতে আপত্তি কৰা নাছিল। জন-সাধাৰণৰ ধৰ্ম-বিশ্বাস আৰু স্বদেশ প্ৰেমৰ ওপৰত নৃপতিজনাৰ গভীৰ আস্থা আছিল।

নৰাই নৃপতিৰ সৈতে যুক্তি কৰি ফৰাছীসকলে ৰাজধানী অযুটিয়াৰ দক্ষিণ অঞ্চলৰ প্ৰায় চল্লিশ মাইল ভিতৰত কিছু সৈন্য থোৱাৰ দিহা কৰিছিল। এই কৌশল অনুসৰি কিছু সৈন্য ৰখাও হৈছিল। দেশৰ নিৰাপত্তাৰ কাৰণে প্ৰয়োজন হ'লে টাইসকলক সাহায্য দিয়াটোৱেই এই ব্যৱস্থাৰ মাই উদ্দেশ্য বুলি ফৰাছীসকলে ঘোষণা কৰিবলৈকো পাহৰা নাছিল। ৰজাই নুবুজিলেও ৰাজ্যৰ ডা-ডাঙৰীয়াসকলে ফৰাছীৰ অভিসন্ধি নুবুজাকৈ নাছিল। নৰাই নৃপতিৰ মৃত্যুৰ লগে লগেই ডা-ডাঙৰীয়াসকল ফৰাছীৰ দুৰভিসন্ধিৰ বিপক্ষে মূৰ দাঙি উঠে। এওঁলোকে বিপ্লৱ কৰিলে। এই বিপ্লৱৰ ফল স্বৰূপে ফৰাছীসকলে সৈন্য বাহিনী শ্যাম দেশৰ পৰা অপসাৰণ কৰিবলৈ বাধ্য হ'ল। ইয়াৰ কাৰণে ডা-ডাঙৰীয়াসকলে ৰণ কৰিবলগীয়া হৈছিল। এই ৰণত কেউপিনে ৰক্তৰ প্লাৱন হৈছিল। যিসকল ডা-ডাঙৰীয়াই নৃপতি নৰাইৰ আঁচনি সমৰ্থন কৰিছিল, সেইসকলক মৃত্যুদণ্ড বিহা হৈছিল। ইয়াৰ পিছৰ পৰাই টাইসকলৰ মন পছিমীয়া বিদেশীৰ প্ৰতি বিতুষ্ট হৈ পৰিল। ইয়াৰ পৰিণতি স্বৰূপে প্ৰায় দেড়শ বছৰকাল বিদেশীৰ কাৰণে শ্যাম দেশৰ সিংহদ্বাৰ বন্ধ হৈ ৰল।

১৮৫১ চনত মংখুৎ নামেৰে এজন ৰজা ৰাজপাটত উঠে। এইজনা নৃপতিৰ দৃষ্টি আছিল প্ৰগতিশীল আৰু সুদূৰপ্ৰসাৰী। পছিমৰ সৈতে শিক্ষা, সংস্কৃতিৰ ক্ষেত্ৰত সহযোগ কৰা কাৰ্য্যত এওঁ আগভাগ লৈছিল। মানুহজন নিজেও অগাধ পণ্ডিত আছিল। সম্ৰাট অশোকৰ দৰেই এওঁৰ মনটো আছিল দিগন্তপ্ৰসাৰী। নৃপতি গৰাকীয়ে প্ৰজাক নতুন পথৰ সন্ধান দিছিল। শ্যাম দেশৰ প্ৰাচীন বুৰঞ্জীত এইজনাতকৈ উন্নত মনৰ আন এজনা নৃপতিৰ নাম পাবলৈ নাই। কেৱল সংস্কৃতিৰ ক্ষেত্ৰত নহয়, বৈদেশিক ব্যৱসায়-বাণিজ্যৰ ক্ষেত্ৰতো নৃপতি গৰাকীয়ে প্ৰচুৰ পৰিমাণে উৎসাহ-উদগনি যোগাইছিল। কেৱল ইউৰোপৰ কিছুমান দেশৰ সৈতেই নহয়, আনকি সুদূৰ আমেৰিকাৰ সৈতেও এওঁ বন্ধুত্বৰ চুক্তি সম্পাদিত কৰিছিল। এনে এজন উন্নত মনৰ নৃপতি সৰহ দিন ৰাজপাটত থাকিবলৈ নেপালে—এওঁৰ ৰাজত্বকাল মাত্ৰ সোতৰ বছৰ। এই কম সময়ৰ ভিতৰতে অশান্ত দেশখনক এওঁ বিমান-

দ্ৰ আগবঢ়াই দিলে, শ্যাম দেশৰ কোনো এজন ন্‌পতিয়ে আনকি ইয়াৰ এক তৃতীয়াংশও পৰা নাছিল। ......মংখ্‌ৎ ৰজাৰ মৃত্যুৰ পিছত পুত্ৰ চুলা লংকৰণ ৰাজপাটত উঠে। সৰ্বমুঠ চল্লিশ বছৰকাল এওঁ ৰাজত্ব কৰে। এওঁ প্ৰজাহিতৈষী জনপ্ৰিয় সম্ৰাট আছিল। ৰাজপাটত উঠিয়েই দেশত প্ৰচলিত দাস-প্ৰথা এওঁ নিৰ্মূল কৰে। সেইদৰে দেশত প্ৰচলিত বেশ্যাবৃত্তিও এওঁ নিৰ্মূল কৰে। শিক্ষা লাভৰ কাৰণে বিদেশলৈ ন্‌পতি গৰাকীয়ে টাই ডেকা প্ৰেৰণ কৰিছিল। মুঠতে এইজনা ন্‌পতি জ্ঞানী, মানী আৰু মৰমীয়াল ব্যক্তি আছিল। দুখৰ বিষয়, এওঁৰ সন্তানসকলে সম্ৰাটৰ কোনো এটা ভাল গুণ নেপালে।

ন্‌পতি চুলা লংকৰণৰ কোনো এজন সন্তানেই ৰাজপাটত উঠিবলৈ নেপালে। নৃপতি গৰাকীয়ে ইয়াৰ ব্যৱস্থা নিজেই কৰি থৈ গৈছিল। নিজৰ জীৱিত কালত যুৱৰাজ এওঁ আন এজন কোঁৱৰকহে পাতে, নিজৰ সন্তানৰ এজনকো পাতিবৰ কাৰণে তেওঁ মান্তি নহ'ল। এই যুৱৰাজজনাৰ নাম আছিল বাজিৰাউদ্। দুৰ্ভাগ্যৰ কথা, এইজনা কোঁৱৰ ৰাজপাটত উঠিয়েই বিলাসিতাত মত্ত হৈ পৰিল। অতি সোনকালেই ৰাজ-ভঁৰাল প্ৰায় উদং হোৱাৰ উপক্ৰম হ'ল। অৰ্থনৈতিক ক্ষেত্ৰতেই কেৱল নহয়, ৰাজনৈতিক ক্ষেত্ৰতো ইয়াৰ কুফল পৰিলক্ষিত হ'ল। ন্‌পতি বাজিৰাউদ্ পোন্ধৰ বছৰ কাল ৰাজপাটত আছিল। এই কালছোৱাৰ ভিতৰতে ৰাজনৈতিক বিপ্লৱৰ জুই উমি উমি জ্বলিবলৈ ধৰিলে। ......বজিৰাউদৰ পিছত ৰাজপাটত উঠে এওঁৰেই ভাতৃ প্ৰচাতিপোক। ৰাজপাটত উঠিয়েই প্ৰচাতিপোক ন্‌পতি বিপ্লৱৰ সন্মুখীন হ'ব লগা হৈছিল। ....এইখিনিতে ন্‌পতি বাজিৰাউদৰ বিষয়ে একেষাৰ কোৱাটো উচিত হ'ব। বিলাসী যদিও প্ৰকৃত পক্ষে এওঁ পণ্ডিত মানুহ আছিল। কিমান জ্ঞানী আছিল, সেই বিষয়ে অলপো সন্দেহ। ৰাজ্যত শিক্ষা বিস্তাৰ আৰু খেল-ধেমালিৰ প্ৰসাৰৰ কাৰণে এওঁ যথেষ্ট প্ৰয়াস কৰিছিল। তথাপি দেশৰ জনসাধাৰণৰ অন্তৰৰ কথা বুজিবলৈ অকণো তেওঁ যত্নপৰ হোৱা নাছিল। ৰাজপাটত উঠাৰ আগছোৱা কাল তেওঁ ইংলণ্ডত অতিবাহিত কৰিছিল।

প্ৰচাতিপোক ন্‌পতিয়ে ৰাজ-সিংহাসন বিচৰা নাছিল। অতি অনিচ্ছাকৃতভাৱে এওঁ ৰাজপাটত উঠিবলৈ মান্তি হয়। প্ৰচাতিপোক ১৯২৫ চনত ৰজা হয়। শিক্ষা আৰু মেধা, দুয়োপিনৰ পৰা অত্যন্ত পৈণত আছিল যদিও ব্যক্তিত্বৰ পিনৰ পৰা মানুহজন তেনেই দুৰ্বল আৰু নিসকতীয়া বিধৰ আছিল। গতিকেই দেশৰ দুৰ্দিনত ৰাইজে বিচৰা সবল নেতৃত্ব তেওঁ যোগাব নোৱাৰিলে। ৰজা দুৰ্বল হোৱাৰ কাৰণেই ৰাজ্যত ডা-ডাঙৰীয়াসকলৰ অত্যাচাৰ অতিপাত বাঢ়ি পাবলৈ ধৰিলে। এই কাৰণেই দেশৰ মধ্যবিত্ত শ্ৰেণীটোৰ মাজত ক্ৰমাত বিদ্ৰোহৰ অগণি জ্বলি উঠিল। প্ৰজাই ৰজাক বেয়া পোৱা

নাছিল, বেয়া পাইছিল তেওঁৰ দুৰ্বল ব্যক্তিত্বক, জানিশুনি ডা-ডাঙৰীয়া-সকলক বাঢ়িবলৈ দিয়া দেখি।

ক্ষয়িষ্ণু ৰাজ-ভঁৰাল টনকিয়াল কৰাৰ মানসেৰে নৃপতি প্ৰচাতিপোকে ৰাজকাৰ্য্য আৰু দেশৰ আন আন অৰ্থনৈতিক ক্ষেত্ৰতো অত্যন্ত মিতব্যয়ী হবলৈ ধৰিলে। ফলত চিৰকাল উপভোগ কৰি অহা কিছুমান ৰাজ-ঘৰীয়া সা-সুবিধাৰ পৰা বঞ্চিত হ'ব লগা হোৱা হেতুকে ৰাজ-কৰ্মচাৰী আৰু সৈন্য বিভাগৰ মাজত অসন্তুষ্টিৰ উদ্ভৱ হ'বলৈ ধৰিলে। অসন্তুষ্টিয়ে দেশখন ক্ৰমাৎ ছানি ধৰিলে। এনেকৈ খৰচৰ ক্ষেত্ৰত কিয় টানি ধৰা হৈছে সেই বিষয়ে বুজ লবলৈ কোনেও চেষ্টা নকৰিলে। নিজেও নৃপতি গৰাকীয়ে ৰজাই অতকাল ভোগ কৰি অহা ভালেখিনি সা-সুবিধা ত্যাগ কৰিলে। এইষাৰ কথা কোনেও জানিবলৈ আগ্ৰহ নকৰিলে। এওঁৰ পূৰ্ববৰ্ত্তী নৃপতিগৰাকীয়ে ৰাজ্যত যি তিক্ততাৰ সৃষ্টি কৰি থৈ গৈছিল, তাৰ প্ৰতিফল ভোগ কৰিব লগা হল এই-জনা নৃপতিয়ে। ইয়াকে বোলে ভাগ্য বিপৰ্য্যয়।

১৯৩২ চনত বিপদ ঘনীভূত হ'ল। সৈন্য বিভাগৰ সমৰ্থন পাই এমুঠি মধ্যবিত্ত শ্ৰেণীৰ মানুহ বিপ্লৱ কৰি উঠিল। এই বিপ্লৱ সম্পূৰ্ণৰূপে কৃত-কাৰ্য্য হয়। বিপ্লৱৰ আঁচনি অনুসাৰে ৰাজ-পৰিয়ালৰ সকলোকে ৰাজ-কাৰেঙত অৱৰুদ্ধ কৰি থোৱা হয়। ইতিমধ্যে ৰাষ্ট্ৰৰ কাৰণে নতুন এক বিধান-তন্ত্ৰ ৰচিত হয়। সেই সময়ত ৰজা ৰাজধানীৰ বাহিৰত আছিল। বিপ্লৱৰ খবৰ পাই লৰালৰিকৈ তেওঁ ৰাজধানীলৈ প্ৰত্যাৱৰ্ত্তন ক'ৰে। নৃপতি গৰাকীয়ে ৰাজ্যত অশান্তিৰ অন্ত পেলোৱাৰ উদ্দেশ্যেৰে নতুন বিধান অনুসাৰে অনুমোদিত হোৱা বিধান তান্ত্ৰিক নৃপতিতন্ত্ৰ (Constitutional Monarchy) স্বীকাৰ কৰি লয়। সাধাৰণতে এই বিপ্লৱক ৰক্তপাতহীন বিপ্লৱ বুলি কোৱা হয় যদিও ইয়াৰ জৰীয়তে যে দেশত বিপুল ৰাজনৈতিক অশান্তিৰ সৃষ্টি হয়, সেই বিষয়ে সন্দেহ নাই।

এজনৰ পিছত এজনকৈ —চুলা লংকৰণ, বাজিৰাউদ আৰু প্ৰচাতিপোক— এই নৃপতিসকলে বিধানতান্ত্ৰিক নৃপতিতন্ত্ৰৰ কথা যে চিন্তা কৰা নাছিল, সেইষাৰ কথা সঁচা নহয়। অৱশ্যে মনতহে ভাবিছিল—মনৰ ধাৰণাক বাস্তৱ-ৰূপ দিয়াৰ উদ্দেশ্যেৰে কোনোজন নৃপতিয়েই একো কাৰ্য্যকৰী ব্যৱস্থা গ্ৰহণ কৰা নাছিল। ইয়াৰ কাৰণ কি ? বিশ্ববিদ্যালয়ৰ অধ্যাপক এজনে কলে ঃ "গণতান্ত্ৰিক জীৱন পদ্ধতিৰ কাৰণে যে ঠাই সমাজ প্ৰস্তুত নাছিল, এইষাৰ কথা নৃপতি কেইজনাই বঢ়িয়াকৈ জানিছিল। গণতান্ত্ৰিক ৰাজনীতিৰ বাবে প্ৰয়োজনীয় শিক্ষা বা ঐতিহ্য ঠাই সমাজৰ নাছিল। এই ক্ষেত্ৰত নৃপতিসকল আগ নবঢ়াৰ এইটোৱেই মুখ্য কাৰণ" কথাষাৰ কিমানদূৰ সঁচা বা মিছা, সেই বিষয়ে মন্তব্য কৰাৰ মোৰ কোনো অধিকাৰ নাই। এই একেষাৰ কথাকে আমি পৰাধীন হৈ থাকোঁতে ব্ৰিটিশেও আমাৰ বিষয়ে কৈছিল।

অধ্যাপক গৰাকীয়ে কোৱা কথাষাৰৰ দৰেই সম্ভৱতঃ নতুন বিধান অনুসৰি দেশত যিটো চৰকাৰ প্ৰতিষ্ঠিত হ'ল, সেই চৰকাৰটো হ'ল দলীয় একচ্ছত্ৰী ৰাজতন্ত্ৰ। ৰাজধানীৰ বাহিৰে দুৰ্গণৰ প্ৰদেশসমূহ, ঘাইকৈ প্ৰদেশ-সমূহৰ ৰাইজে এই পৰিৱৰ্ত্তনৰ কথা একো গমকে নেপালে। ৰাজধানীত ৰজা আছে, সেইটোৱেই তেওঁলোকৰ কাৰণে যথেষ্ট। যেতিয়ালৈকে ৰাজ-নীতি ৰাজধানীত কেন্দ্ৰীভূত হৈ থাকে, তেতিয়ালৈকে এইটো কথা তেনেই স্বাভাৱিক। এইষাৰ কথা আমাৰ বুৰঞ্জীয়েও কয়। ৰজা আছে—কেনেকৈ আছে, সেইটো ৰাইজৰ কাৰণে প্ৰয়োজনীয় কথা নহয়। নৃপতিতন্ত্ৰৰ এই-টোৱেই লক্ষণ, গণতন্ত্ৰৰ নহয়। গণতন্ত্ৰৰ ৰাইজ সক্ৰিয়। সজাগ। সচেতন।

এইবোৰ অশান্তিৰ অন্তত প্ৰচাতিপোকে এদিন ৰাজ-সিংহাসন স্বইচ্ছাৰে ত্যাগ কৰিলে। আগতে কৈ অহা হৈছে অনিচ্ছা স্বত্বেও এইজনা কোঁৱৰে ৰাজপাটত উঠিছিল। এইখিনিতে ডাঙৰ এটা আহুকালে দেখা দিলে। ১৯৩৩ চনত ৰজাঘৰীয়া বিপ্লৱ হ'ল। ইয়াৰ ফল স্বৰূপে ৰাজ-কোঁৱৰ এজনে বলেৰে প্ৰচাতিপোকক আকৌ ৰাজপাটত বহুৱালে। ব্যক্তিগত কোনো কাৰণৰ বাবে নহলেও এইবাৰ ক্ৰমাৎ প্ৰচাতিপোকে ৰাইজৰ মাজত জনপ্ৰিয়তা হেৰুৱাবলৈ ধৰিলে। ৰজাৰ স্বাস্থ্যও ক্ৰমাৎ ভাগি পৰিল। শেষবাৰৰ কাৰণে ১৯৩৫ চনত প্ৰচাতিপোকে সিংহাসন ত্যাগ কৰে। নতুন ৰাষ্ট্ৰ-পদ্ধতিৰ প্ৰতি নৃপতি গৰাকীৰ সমৰ্থন নথকা নহয়। ভগ্ন স্বাস্থ্যৰ কাৰণে সেই সমৰ্থনক কাৰ্য্যত পৰিণত কৰিবলৈ তেওঁ অসমৰ্থ হ'ল। ৰাজ-দায়িত্বতৰ পৰা স্বইচ্ছাৰে আঁতৰি পৰাৰ ইয়ো এটা কাৰণ।

প্ৰচাতিপোক নৃপতিৰ ঠাইত তেওঁৰ ভতিজাক আনন্দ মহীদল ৰাজ-পাটত উঠে। সেই সময়ত মহীদল স্কুলীয়া ছাত্ৰ আছিল, বয়স মাথোন দহ বছৰ। যিসকল বিপ্লৱীৰ নেতৃত্বত ৰাজতন্ত্ৰ পুনৰ প্ৰতিষ্ঠিত হৈছিল, এই-জনা ল'ৰাৰজাৰ আমোলত সেইসকলৰ আধিপত্য বহুগুণে বাঢ়িবলৈ ধৰিলে। দেশত ডা-ডাঙৰীয়াৰ প্ৰভাব বাঢ়িবলৈ ধৰিলে। এই বিপ্লৱীসকলৰ যি কিবা আদৰ্শ বা লক্ষ্যৰ স্থিৰতা আছিল, সেইটোও নহয়। তেওঁলোকক ক্ষমতা লাগে, সেয়ে আদি আৰু সেয়ে অন্ত। এই বিপ্লৱীসকলৰ মাজত তেনে ধৰণৰ কোনো দূৰদৰ্শী ব্যক্তিসম্পন্ন পুৰুষ নাছিল বুলিলেও সৰহ কোৱা নহয়। এনেদৰেই জাতীয় স্বাৰ্থ ক্ষুদ্ৰ স্বাৰ্থৰ গৰাহত জাহ গৈছিল।

১৯৩৯ চনত টাইলেণ্ড, এক ৰাজনৈতিক চক্ৰান্তৰ কাৰণেই সাময়িক ভাৱে হলেও, জাপানৰ অধীনলৈ যাব লগা হয়। বেঙ্ককত এজন ৰাজনৈতিক পুৰুষে এই বিষয়ে আলোচনা কৰোঁতে "Sold to Japan", এই শব্দ কেইটা ব্যৱহাৰ কৰিছিল। এই ক্ষেত্ৰত জনসাধাৰণে সহযোগ কৰা নাছিল। জাপানে প্ৰচাৰ কৰিছিল ঃ জাপানৰ লৈতে সহযোগ কৰিলে টাইলেণ্ডৰ পূৰ্বৰ গৌৰৱ পুনৰ উদ্ধাৰ হ'ব। টাইলেণ্ডৰ সীমা আকৌ চীনা সীমান্তৰ পৰা মালয় পৰ্য্যন্ত, আনকি ব্ৰহ্মদেশৰ দক্ষিণ-অঞ্চল পৰ্য্যন্ত, বিস্তাৰিত হৈ পৰিব।

জাপানীৰ ক্ষেত্ৰত টাইলেণ্ডৰ জন-সাধাৰণ ক্ৰমাৎ বিতৃষ্ট হবলৈ ধৰিলে। স্বাধীনমনা টাইৰ পক্ষে বিদেশীৰ শাসন সহ্য কৰাটো টান হৈ পৰিল। দ্বিতীয় মহাসমৰৰ পৰিণতিয়ে অৰ্থাৎ যুদ্ধত ইংলণ্ড আৰু পাছিমীয়া শক্তি-বৰ্গৰ বিজয়ে টাইলেণ্ডক জাপানৰ বহতীয়া ৰাষ্ট্ৰ হোৱাৰ পৰা ৰক্ষা কৰিলে। টাইলেণ্ডৰ পূৰ্বৰ মৰ্য্যাদা আকৌ ঘূৰি আহিল।

বন্দুকৰ গুলীত ১৯৪৬ চনত আনন্দ মহীদল নৃপতিৰ মৃত্যু হয়। এই মৃত্যুৰ অন্তৰালত থকা ৰহস্যৰ আজিও উদ্ঘাটন হোৱা নাই। এই বিষয়ে বহু যত্ন কৰি বেঙ্কক চহৰত নানাজনৰ পৰা আমি নানা কথা শুনিছিলোঁ— মৃত্যুৰ কাৰণ স্বৰূপে কোনো কোনোৱে ৰাজ-পৰিয়ালৰ আভ্যন্তৰীণ কন্দলৰ কথাও উল্লেখ নকৰাকৈ নাছিল। মহীদলৰ মৃত্যুৰ পিছত ভায়েক ফুমিপাল অডুনদেৎ ৰাজপাটত উঠে। বৰ্ত্তমানৰ ৰজা আৰু ৰাণী, উভয়েই যথেষ্ট জনপ্ৰিয়।

ওপৰত কৈ অহাৰ দৰে দ্বিতীয় মহাসমৰৰ সময়ত সাময়িকভাৱে জাপানৰ অধীনলৈ অহাৰ বাহিৰে টাইলেণ্ড সদায় স্বাধীন হৈ আছে। বেংকক চহৰত উচ্চপদস্থ কূটনৈতিক মহলৰ এজন বিষয়াই আমাক কৈছিল: "কূটনীতি বিষয়ত টাইসকল অতি সুদক্ষ। কূটনৈতিক পাৰদৰ্শিতাৰ কাৰণেই যোৱা সাত শ বছৰে টাইসকল স্বাধীন হৈ আছে। পাছিমীয়া সমৰ-গোষ্ঠীৰ তেওঁলোক যদিও অন্তৰ্ভুক্ত, সকলো দেশ আৰু ৰাষ্ট্ৰৰ প্ৰতি বন্ধুত্বপৰায়ণ হৈ থকাটোৱেই হৈছে টাইলেণ্ডৰ লক্ষ্য। এই লক্ষ্য আজিৰ নহয়। ই সাতামপুৰুষীয়া।" ...সঁচা কথা, এছিয়াত পাছিমীয়া সাম্ৰাজ্য-বাদ বিস্তাৰৰ কালত ইখনৰ পিছত সিখনকৈ দেশ আৰু ৰাজ্য—ভাৰত সাম্ৰাজ্য, চীন সাম্ৰাজ্য, ব্ৰহ্মদেশ, আনাম, মালয়, ইষ্ট ইণ্ডিজ—স্বাধীনতা হেৰুৱাই পৰাধীন হৈছিল। কিন্তু শ্যাম দেশ? নগন-সাম্ৰাজ্য বিস্তাৰৰ বুৰঞ্জীক আওকাণ কৰি ই স্বাধীন হৈ আছিল। এনেকৈয়ে শ্যাম দেশৰ কূটনৈতিক পাৰদৰ্শিতা সফলকাম হৈছিল। ...লাওছ আৰু কেম্বোডিয়াৰ বাহিৰে দক্ষিণ-পূব এছিয়াত টাইলেণ্ড হৈছে একমাত্ৰ নৃপতিতন্ত্ৰ।

কূটনৈতিক পাৰদৰ্শিতাৰ উপৰিও টাইলেণ্ড পাছিমীয়া সাম্ৰাজ্যবাদৰ গৰাহৰ পৰা ৰক্ষা পৰাৰ আৰু কেইটামান বাস্তৱ কাৰণ আছে। (১) অৱস্থানৰ দিনৰ পৰা টাইলেণ্ড ঘাই সমুদ্ৰ-পথৰ পৰা দূৰৈত অৱস্থিত। পাছিমীয়া সাম্ৰাজ্যবাদ বিস্তাৰিত হৈছিল সমুদ্ৰ-পথেদি। ভাৰতৰ পৰাধীনতাৰ বুৰঞ্জী ফঁহিয়াই চালেই কথাষাৰ ফৰিংফুটা হৈ পৰিব। সেই সময়ত যিখন দেশৰেই নৌ-বাহিনী শক্তিশালী আছিল, সামৰিক ক্ষেত্ৰত সেইখন দেশেই প্ৰতাপী বুলি পৰিগণিত হৈছিল—ইংলণ্ডৰ জাতীয়-সঙ্গীতটোত "Britannia rules the waves" বোলা শাৰীটো বৰ অৰ্থপূৰ্ণ। আৰু এটা কাৰণ হব পাৰে। ব্ৰহ্মদেশ আৰু মালয় আছিল ব্ৰিটিশ শক্তিৰ অধীনত। ইণ্ডো-চীনত ফৰাছী উপনিবেশ স্থাপিত হৈছিল। (২) টাইলেণ্ড অধিকাৰ কৰি ব্ৰিটিশ শক্তি ফৰাছী শক্তিৰ সীমান্তৱৰ্ত্তী হবলৈ ইচ্ছা কৰা নাছিল। সেইদৰে ফৰাছী-

সকলেও ব্ৰিটিশ শক্তিক সীমান্তৱৰ্ত্তী স্বৰূপে বিচৰা নাছিল। দক্ষিণ-পূব এছিয়াৰ মানচিত্ৰ চালেই কথাষাৰ স্পষ্ট হৈ পৰিব। সাম্ৰাজ্যবাদী কূটনীতিয়ে এনে ধৰণেৰে ৰূপ লোৱাটো বুৰঞ্জীসম্মত সত্য। মধ্যৱৰ্ত্তী স্বাধীন ৰাষ্ট্ৰৰ প্ৰয়োজন প্ৰতিদ্বন্দ্বী সাম্ৰাজ্যবাদী শক্তিসমূহে সদায়েই স্বীকাৰ কৰি আহিছে।

ইয়াৰ উপৰিও টাইলেণ্ড সাম্ৰাজ্যবাদী শক্তিসমূহৰ গৰাহৰ পৰা ৰক্ষা পৰাৰ দুই এটা আন কাৰণো থাকিব পাৰে। স্বদেশ আৰু স্বাধীনতা প্ৰেম টাইসকলৰ হাড়ে-হিমজুৰে সোমাই থকা বস্তু। এই ক্ষেত্ৰত যুগে যুগে টাইসকলৰ এক ঐতিহ্যও গঢ়ি নুঠাকৈ থকা নাই। দেশখনৰ প্ৰতি টাই মানুহ কেতিয়াও উদাসীন নহয়। এইখিনিতে জাতিগত হিচাপে ভাৰতীয় মানুহ আৰু টাই মানুহৰ পাৰ্থক্য। . ইয়াৰ উপৰিও, টাই নৃপতিসকল বিচক্ষণ বুদ্ধিৰ দূৰদৃষ্টিসম্পন্ন ব্যক্তি আছিল। জাতীয় স্বাৰ্থ ৰক্ষাৰ ক্ষেত্ৰত কোনটো পন্থা কেতিয়া উপযুক্ত হোৱাটো সম্ভৱ, সেই বিষয়ে তেওঁলোকৰ বিচাৰ-বুদ্ধি আছিল অতুলনীয়। আজি যেতিয়া টাই মানুহে কয়ঃ "আমি সদায় স্বাধীন হৈ আছোঁ"—আচৰিত হব লগা কোনো কথাই হব নোৱাৰে। বেংকক চহৰত প্ৰায়বোৰ মানুহৰ মুখত এইষাৰ কথা শুনিছিলোঁ যদিও আচৰিত হোৱা নাছিলোঁ।

লাওছ, কেম্বোডিয়া ইত্যাদি ৰাষ্ট্ৰলৈ বুলি আমি এদিন টাইলেণ্ড এৰিলোঁ, ভাৰতীয় সংসদে যি স্কামত আমাক এইখন দেশলৈ পঠাইছিল, সেই উদ্দেশ্য কেনেকৈ সমাধান কৰা হ'ল, সেই বিষয়ে কব খোজা নাই। মাথোন একেষাৰ কথাই কব খুজিছোঁ, বেংককস্থিত আমাৰ ৰাষ্ট্ৰদূতে যি কাৰ্য্যসূচী আমাৰ কাৰণে প্ৰস্তুত কৰি থৈছিল, সেই কাৰ্য্যসূচী অকণো লৰচৰ নোহোৱাকৈ আমি বাস্তৱত পালন কৰিছিলোঁ। টাইলেণ্ডৰ যি কেইজন ৰাষ্ট্ৰনায়কক সাক্ষাত কৰাৰ প্ৰয়োজন বুলি আমাৰ ৰাষ্ট্ৰদূতে কৈছিল, সেই সকলক সাক্ষাত কৰিছিলোঁ। ভাৰত-পাকিস্থান আৰু কাশ্মীৰৰ সমস্যাৰ বিষয়ে আমাৰ ক'বলগাখিনি কৈছিলোঁ। এই ক্ষেত্ৰত আমি পঢ়িশুনি সম্পূৰ্ণ-ৰূপে প্ৰস্তুত হৈ গৈছিলোঁ। প্ৰত্যেকটো কথা আমাৰ নখ দৰ্পনত আছিল। গতিকে কোনো আহুকাল হোৱা নাছিল। এইখিনিতে এই বিষয়ে এৰিছোঁ; ৰাজনীতি বৰ নিৰস কথা আৰু কাম। .টাইলেণ্ডে মোক বৰকৈ মোহিত কৰিছিল। এই বিষয়ে ন দি কব পাৰোঁ। টাইবোৰ এনে কিছুমান মানুহ, যাৰ দৃষ্টিত উভৈনদী হৈ আছে সৰলতা, এনে কিছুমান মানুহ, যাৰ হাঁহি জোনৰ পোহৰৰ দৰেই নিৰ্ম্মল, নিকা, স্নিগ্ধ—এইবোৰক পাহৰোঁ কেনেকৈ? টাইলেণ্ডত বহুত মন্দিৰ দেখিছিলোঁ। কিন্তু মন্দিৰতকৈ মানুহ বেচি মহৎ। বেচি সঁচা।

"পৰম আত্মীয় ব'লে যাৰে মনে মানি,
তাৰে আমি কতদিন কতটুকু জানি?"



এদিন পুৱা বেঙ্কক চহৰৰ পৰা যাত্ৰা কৰি কেম্বোডিয়াৰ ৰাজধানী নংপেন চহৰ পালোঁগৈ। চতুৰ্দ্দশ শতিকাত নংপেন চহৰ আৱিষ্কৃত হয়। ১৮৬৬ চনত ই কেম্বোডিয়াৰ ৰাজধানী হয়। চহৰখন প্ৰৱেশ কৰিয়েই একান্ত যে এই অঞ্চলত ফৰাচী শাসন চলিছিল, সেইষাৰ কথা উপলব্ধি কৰিলোঁ। সৌন্দৰ্য্যমনা ফৰাছীৰ সৌন্দৰ্য্যবোধৰ পৰিচয় চহৰখনত কেউপিনে উজ্জ্বল হৈ আছে। নীৰৱ, নিকা চহৰ। পৃথিৱীৰ যেই কোনো আধুনিক চহৰৰ সৈতে এইখন চহৰক সহজে বিজাব পাৰি। এইখিনিতে অৱশ্যে এটা পাৰ্থক্য আছে। পৃথিৱীৰ আন চহৰবোৰৰ ক্ষেত্ৰত প্ৰায়েই দেখা যায় কলঘৰৰ ধোঁৱাৰে আকাশ আচ্ছন্ন হৈ থকা। নংপেনৰ আকাশ নিৰ্ম্মল, নিকা। নৰেম্বৰ মাহৰ আকাশ সদায় নিকা আৰু নিৰ্ম্মল। কোনোৱা এজন ইংৰাজ কবিয়ে কৈছিল ঃ "নৱেম্বৰ মাহৰ আকাশতকৈ আৰু মনোৰম বস্তু নাই।" নংপেনৰ আকাশখন নৱেম্বৰ মাহৰ আকাশ আছিল। কলঘৰৰ ধোঁৱাই আক্ৰমণ নকৰা আকাশ। চহৰৰ কেউপিনে সেউজীয়া গছৰ শোভা, নানা বৰনীয়া ফুলৰ শোভা। ফৰাছীৰ হাতৰ পৰশ কেউপিনে ফৰিংফুটা হৈ আছে।... এয়াৰপোৰ্টত মোৰ এটা ঘটনা হ'ল। বাকছত কেইটামান জুইশলা আছিল। প্লেনৰে আহোঁতে বাটত জুইশলা কেইটা ঘঁহনি খাই বাকছৰ বাহিৰলৈ ধোঁৱা ওলাবলৈ ধৰিলে। এয়াৰপোৰ্টত নমাৰ লগে লগে বিমানবন্দৰৰ কেম্বোডীয় বিষয়াসকলৰ সন্দেহ হল। মই টাইলেণ্ডৰ পৰা আহিছোঁ। বাকছত কিবা অগ্নি সংযোগক বস্তু আনিছোঁ বুলি তেওঁলোকৰ সন্দেহ হল। ঘটনাটো বিশেষ একো নহয়। বাকছৰ পৰা ধোঁৱা ওলোৱা দেখি ময়ো কিছু চিন্তিত হৈছিলোঁ। অৱশেষত সকলো ঠিক হৈ গল। এই ঘটনাটোৰ পৰাই একেষাৰ কথা বুজিলোঁ। মিত্ৰতাৰ কথা দূৰৰ কথা, কেম্বোডিয়াই টাইলেণ্ডক সন্দেহৰ চকুৰে চায়। এতিয়াও অৱশ্যে দুয়োখন ৰাষ্ট্ৰৰ মাজত কোনো সশস্ত্ৰ সংঘাত অনুষ্ঠিত হোৱা নাই, তথাপি।

আধুনিক কেম্বোডিয়াৰ নংপেন হৈছে হৃৎপিণ্ড। হৃৎপিণ্ড বোলা হৈছে এই কাৰণেই যে আচলতে কেম্বোডিয়াৰ প্ৰাচীন আৰু বৰ্ত্তমানৰ আত্মা হৈছে আঙ্কোৰ। "আঙ্কোৰ" শব্দৰ অৰ্থ হৈছে "ৰাজধানী"। প্ৰায় এহেজাৰ বছৰৰ পূৰ্বে পৃথিৱীৰ এক উন্নত সভ্যতা আৰু সংস্কৃতিৰ ই আছিল প্ৰাণকেন্দ্ৰ। তাৰ প্ৰমাণ এতিয়াও পৰিষ্কাৰ হৈ আছে। নংপেন চহৰলৈ ৰাজধানী স্থানান্তৰিত কৰা আজি প্ৰায় পাঁচশ বছৰহে হৈছে।

চম্‌কৈ কবলৈ গলে বৰ্তমানৰ নংপেন এখন জীৱন্ত আন্তৰ্জাতিক চহৰ; ইয়াৰ মুঠ জনসংখ্যা ষাঠী হাজাৰ। ভাৰতীয় সাংস্কৃতিক প্ৰভাৱৰ পৰিচয় কেম্বোডিয়াত যথেষ্ট আছে। ইয়াকে যেনিবা ইয়াৰ মানুহক সোঁৱৰাই দিলে বেয়া পায়। নতুনকৈ স্বাধীন হোৱা জাতি এটাৰ আত্ম-গৌৰৱ ক্ষুণ্ণ হোৱা যেন পায়। নিজে কিন্তু আওপকীয়াকৈ হলেও এইষাৰ কথা স্বীকাৰ নকৰাকৈ নেথাকে। দেশখনক "ক্ষুদ্ৰ দেশ" বুলিলে এওঁলোকে বেয়া পায়। এবাৰ আমেৰিকাৰ এখন বাৰ্তাৰ কাকতে "ক্ষুদ্ৰ কেম্বোডিয়া" বুলি একেষাৰ কথা লেখিছিল। সেইদৰে আমাৰ দিল্লীৰ কাগজ এখনেও কেম্বোডিয়াক "ক্ষুদ্ৰ-দেশ" আখ্যা দি বাৰ্তাৰ এটা প্ৰকাশ কৰিছিল। গতিকে কেম্বোডিয়াৰ মানুহৰ দুয়োখন দেশৰ ওপৰতে খং। যেতিয়াই যলৈকে গৈছোঁ, মাজনিশা হোটেলৰ কোঠাত বহি নিৰলে সেইখন দেশৰ কিতাপ, আলোচনী আদি পঢ়িছোঁ। ইজৰাইলত ইজৰাইলী কবিতা পঢ়িছিলোঁ। নংপেনত ইয়াৰে এখন আলোচনী, নাম "কাম্বুজ" —ঠিক আমাৰ "ইলাষ্ট্ৰেটেড্ উইকলী"ৰ নিচিনা—পঢ়িছিলোঁ। তাৰে এটা সংখ্যাৰ প্ৰথম প্ৰবন্ধটো লেখিছে কেম্বোডিয়াৰ ৰাষ্ট্ৰনায়ক ৰাজকোঁৱৰ সিহানুকে। কেম্বোডিয়াক "ক্ষুদ্ৰদেশ" বোলাৰ কাৰণে প্ৰবন্ধটোত আমেৰিকাক তীব্ৰ ভাষাত সমালোচনা কৰিছে ......এইখিনিতে এটা মনোৰম ঘটনা হল। প্ৰতিনিধি দলটোত আমি পাঁচজন সদস্য আছিলোঁ। নংপেনৰ আমাৰ ৰাষ্ট্ৰদূতে কলে: "ইয়াৰ ৰাষ্ট্ৰনায়ক সকলৰ সৈতে যেতিয়া আলোচনা হব, কেতিয়াও কেম্বোডিয়াক ক্ষুদ্ৰ ৰাষ্ট্ৰ বুলি অভিহিত নকৰিব। এওঁলোকে এইষাৰ কথা বেয়া পায়।"

আমাৰ দলটোৰ যিজন দলপতি আছিল, সেইজন হৈছে কেন্দ্ৰীয় চৰকাৰৰ এজন প্ৰাক্তন মন্ত্ৰী। প্ৰায় সকলো দেশতে আলোচনাৰ পাতনি তেৱেঁই মেলে আৰু শেষো তেৱেঁই কৰে। আমি মাথো অ'ত ত'ত দুই এষাৰ কথা যোগ দিওঁ। নংপেনত দলপতিয়ে ঘোষণা কৰিলে: "ইয়াৰ যিমানবোৰ আলোচনা হব, সকলোবোৰ বৰুৱাই কৰিব।" ভাৰতৰ প্ৰতি কেম্বোডিয়াৰ মনোভাব সিমান সুবিধাজনক নহয়। তাতে কেম্বোডিয়া কমিউনিষ্ট চীনৰ বন্ধু। গতিকে সাৱধানে আলোচনা কৰিব লগা হৈছিল। আমাৰ ফালৰ পৰা যথেষ্ট তীক্ষ্ন বুদ্ধিৰ পৰিচয় দিয়া হৈছিল। ......পোনতে আমি কেম্বোডিয়াৰ প্ৰধানমন্ত্ৰীৰ সৈতে আলোচনা কৰিছিলোঁ। তীক্ষ্ন বুদ্ধিসম্পন্ন ডেকা মানুহ। কথা পাতি ভাল লাগিল। নানা সমস্যাৰ আলোচনা হল। প্ৰধানমন্ত্ৰীলৈ আমি দিল্লীৰ পৰা এটা উপহাৰ লৈ গৈছিলোঁ। সেইটোও দিলোঁ। প্ৰধানমন্ত্ৰীৰ পৰা ঠিক বিদায় লব খুজিছোঁহে, এনেতে আমাৰ সদস্য এজনে কৈ পেলালে: "মান্যবৰ, আপোনাসকলৰ দেশখন ক্ষুদ্ৰ দেশ, কিন্তু আপোনাসকলৰ অন্তৰ মহৎ"। আমাৰ ৰাষ্ট্ৰদূতজনে বিষাৰ কথাকে কবলৈ হাক দিছিল, সেইষাৰকে সদস্য গৰাকীয়ে কলে। মোৰ কেনেবা কেনেবা যেন লাগিছিল। সকলো কামত মানুহ সংযমী হোৱা উচিত। সকলো সংযমতকৈ বাক-সংযমৰ প্ৰয়োজন অধিক। কেম্বোডিয়াক যিমান ক্ষুদ্ৰ আয়তনৰ বুলি ভবা হয়, সিমান নহয়। মাটিকালিৰ পিনৰ পৰা এইখন দেশ জেকোশ্লভেকিয়া, বেলজিয়াম আৰু হলেণ্ড—

তিনিওখন দেশ এক গোট কৰিলে যিমান হব, সিমানেই হব। জনসংখ্যাহে তাকৰীয়া। মাথোন ষাঠী লাখ।

কেৱল প্ৰাকৃতিক সৌন্দৰ্য্যৰ ফালৰ পৰাই নহয়, স্থাপত্য কলাৰ কাৰু-কাৰ্য্যৰ পিনৰ পৰাও নংপেন চহৰখন মোহনীয়। বৌদ্ধ ধৰ্মৰ কাৰণেই হওক বা আন কিবা কাৰণেই হওক, মানুহবোৰ পৰিষ্কাৰ-পৰিচ্ছন্ন। গতিকে চহৰ-খন নিকাকৈ ৰখাত একো অসুবিধা হোৱা নাই। সৰ্বসাধাৰণতে দুনীতি বুলিলে আমি যি বুজোঁ, তেনে দুনীতি আছে যদিও চুৰি ডকাইতি, প্ৰবঞ্চনা আদি ইয়াত নাই। বিদেশী শাসনে (ব্ৰিটিশ) আমাক যেনেকৈ চৰিত্ৰৰ পিনৰ পৰা নিম্নগামী কৰিলে, তেনেদৰে কেম্বোডিয়াৰ জনসাধাৰণক বিদেশী শাসনে (ফৰাচী) নিম্নগামী কৰিলে বুলি কব নোৱাৰি। এছিয়াৰ মানুহৰ ভিতৰত সম্ভৱতঃ শিক্ষাপ্ৰাপ্ত ভাৰতীয়ই হৈছে সকলোতকৈ অধিক পাশ্চাত্য ধৰ্মী। এইষাৰ কথা কেম্বোডিয়াৰ জনসাধাৰণৰ বিষয়ে কব নোৱাৰি। গাঁৱৰ ৰাইজ অধিকভাৱে ধৰ্মপ্ৰাণ আৰু ঈশ্বৰ বিশ্বাসী। আমাৰ দেশৰ দৰে ইয়াত দাৰিদ্ৰ্য নাই। মানুহৰ জৈৱিক দাবী সীমিত। কেম্বোডিয়াত মাছ অপৰ্য্যাপ্ত পৰিমাণে পায়। সেইদৰে চাউলো। জনসাধাৰণৰ বাস্তৱ দাবী এনেদৰেই পূৰণ হয়।

নংপেন চহৰত দেখিলোঁ, কেউপিনে মাথোন সৌহাৰ্দ্যপূৰ্ণ ভাব। আমি যেতিয়া গাড়ীৰে ক'ৰবালৈ ফুৰিবলৈ যাওঁ, বাটৰ মানুহে জুম পাতি চাপৰি বজাই আমাক ওলগ জনায়। কেম্বোডীয় চৰকাৰৰ ঘৰৰ পৰা আমাক এখন গাৰক্ষী পায়লট্ গাড়ী দিছিল। এই গাড়ীখনে ওৰেটো বাট চাইৰেণ বজাই যায়। চাইৰেণৰ শব্দ শুনিলেই হল, বাটৰ মানুহে হাত চাপৰিৰে আমাক ওলগ জনায়। পৃথিৱীৰ প্ৰায়বোৰ কমিউনিষ্ট দেশতে এই ৰীতিটো আছে। সেইবোৰৰ জনসাধাৰণক বিদেশী ৰাষ্ট্ৰৰ প্ৰতিনিধিক এনেকৈ ওলগ জনাবলৈ শিকোৱা হয়। কমিউনিষ্ট ৰাষ্ট্ৰ নহয় যদিও কেম্বোডিয়াৰ ওপৰত বৰ্ত্তমান কমিউনিষ্ট চীনৰ প্ৰভাৱ মন কৰিবলগীয়া।......বৰ্তমান এওঁলোকৰ সম্বন্ধ তেনেই সেমেকা ধৰণৰ হৈছে টাইলেণ্ড আৰু দক্ষিণ ভিয়েটনামৰ সৈতে। এই দুখন ৰাষ্ট্ৰৰ ওপৰত আমেৰিকাৰ প্ৰভাৱ যথেষ্ট। অন্যহাতে কেম্বোডিয়া হৈছে ঘোৰ আমেৰিকা বিৰোধী। এই বিৰোধিতাৰো কাৰণ আছে।

কেম্বোডিয়াৰ ষাঠী লাখ জনসাধাৰণৰ ভিতৰত চীনা, ভিয়েটনামী আৰু থলুৱা মানুহৰ সংখ্যা প্ৰায় সমান হ'ব। বাকী দুটা ভাগতকৈ চীনা মানুহৰ সংখ্যা সামান্যভাৱে বেচি হ'লেও কম নহয়। পোনপটীয়াকৈ চাই পঠিয়ালে কোনজন কোনটো বৰ্ণগোষ্ঠীৰ মানুহ ধৰিব নোৱাৰি। এনে ভুল নংপেন চহৰত মোৰ বহুবাৰ হৈছিল। বিজুলী ছোৱালীক মই কেম্বোডীয় বুলি ভাবিছোঁ, তাই কেম্বোডীয় নহয়, ভিয়েটনামীহে। ল'ৰাই-ছোৱালীয়ে নংপেন চহৰত সৰ্বমুঠ ছকুৰিজন ভাৰতীয় মানুহ আছে। আমাক এওঁলোকে নোপোৱাই পোৱাদি পাইছিল।

আৰু এখন চহৰ। এইখনৰ নাম ছিয়েমৰীপ্। সৰু চহৰ। কিন্তু অত্যন্ত নিকা, দেখিবলৈকো ধুনীয়া। ইমান সৰু যে ইয়াৰ জনসাধাৰণৰ সংখ্যা মাথোন দহহেজাৰ। সন্ধ্যা ঘূৰি ফুৰি চহৰৰ দোকান এখনত সোমাই-ছিলোঁ। বস্তু বেচিছে এজনী গাভৰু ছোৱালীয়ে। বৰ আচৰিত হৈ গলোঁ, তাইৰ নাম উষা। ওচৰতে বহি মাকে চুপাৰি কাটি আছে। ছোৱালীজনীৰ নাম উষা হ'বলৈ পালে কেনেকৈ জানিবলৈ মন গ'ল। খবৰ লৈ জানিলোঁ, তাইৰ দেউতাক ভাৰতীয় মানুহ। মানুহজন দক্ষিণ ভাৰতৰ। কেম্বোডিয়াত থকা আজি কুৰি বছৰ হৈছে। মানুহজনৰ বৰ্তমান বয়স চৌষষ্ঠী। ভাৰতত তেওঁৰ ল'ৰা-ছোৱালী আছে। তাহানি এই ফাললৈ আহিছিল। ইয়াতে প্ৰেমত পৰি চীনা ছোৱালী এজনী বিয়া কৰালে। উষা তেওঁলোকৰে জীয়ৰী। তেওঁ কেম্বোডিয়াত এই-দৰেই বৈ গ'ল। ছিয়েমৰীপ্ চহৰত এইজনেই মাথোন ভাৰতীয়। দেশত থকা আগৰ গৰাকী পত্নীৰ ল'ৰা-ছোৱালীলৈ এতিয়াও হেনো মানুহজনে মাহে মাহে ধন পঠিয়াই থাকে। তেওঁ কলেঃ "মই সিহঁতক পাহৰা নাই।" এই কুৰিবছৰে অৱশ্যে তেওঁ ভাৰতলৈ অহা নাই। মানুহজনে মোক এখন কিতাপ উপহাৰ দিছিল; বৰ অমায়িক, সৰবৰহী মানুহ। জীয়েক উষাই বাটত খাবলৈ কেইখন-মান তামোল দিছিল। তেওঁৰ চীনা সহধৰ্মিনী গৰাকীয়েহে কথা পতা দূৰৰ কথা আমাৰ ফাললৈ মূৰকে তুলি নেচালে। দোকানৰ পৰা ওলায়েই মোৰ সহ-যাত্ৰীজনক কলোঁঃ "বুঢ়ীয়ে আমাৰ ফাললৈ নেচালেই। কোনো কথা নাই। জীয়েকে চাইছে, কথাও পাতিছে, সেয়ে যথেষ্ট। কি কয়?"

পিছদিনা যেতিয়া আঙ্কোৰৰ ভগ্নাৱশেষসমূহ চাবলৈ যাওঁ, আমাৰ লগত এই মানুহজনো গৈছিল। ইটো সিটো বস্তু দেখুৱাই যাওঁতে মানুহ-জনে একেবাহে সংস্কৃতৰ শ্লোক মাতি গৈছিল। বেচ জানে। ......ছিয়েমৰীপ্ চহৰত আমি থকা হোটেলটোৰ কাষতে এখন স্কুল আছে। ছাত্ৰ-ছাত্ৰীৰ সংখ্যা দুহেজাৰ। কোনো ল'ৰা বা ছোৱালীক খোজকাঢ়ি স্কুললৈ যোৱা নেদেখিলোঁ। সকলোবোৰ চাইকেলেৰে যায়। পুৱাই সেইদৰে শাৰীপাতি ল'ৰা-ছোৱালী স্কুললৈ যোৱাৰ দৃশ্য চাই বৰ ভাল লাগিছিল। এইখন চহৰত উল্লেখযোগ্য যান-বাহন একো নাই। সেই কাৰণে চাইকেল বস্তুটো অত্যন্ত জনপ্ৰিয়।

নংপেন চহৰৰ কথালৈ আকৌ উলটি আহিব খুজিছোঁ। ইয়াতে এজন ভাৰতীয় ডেকা ল'ৰা পালোঁ। তেওঁ হেনো মোৰ বৰ admirer। এনে ধৰণৰ মোৰ admirer মালয়ছিয়াৰ ৰাজধানী কোৱালা লামপুৰ চহৰত আৰু সিঙ্গাপুৰত বহুতো পাইছোঁ। এওঁলোকে নিয়মীয়াকৈ ভাৰতীয় বাতৰি কাকত পঢ়ে। নংপেনৰ লৰাজনে মোৰ বল্‌পয়েণ্ট কলমটো স্মৃতিচিন হিচাপে খুজি ল'লে। তাৰ পৰিবৰ্ত্তে সেই দিনাই আন এটা বল্‌পয়েণ্ট কলম দিলে। মই ল'ব খোজা নাছিলোঁ। তেওঁ ক'লেঃ "বাটত আপোনাক ইটো সিটো কথা টুকি লবলৈ কলমটো লাগিব। নলয় কিয়?" কলমটো নোলোৱা হ'লে এই কিতাপখন লেখা সম্ভৱপৰ নহ'লহেঁতেন। আৰু কিবাকিবি বহুত কথা ভাবি মনটো মোৰ ভাল লাগিছিল।

নংপেন চহৰৰ টনলোছেপ নৈৰ পাৰত অৱস্থিত হুইল টোষ্টিং লেৰৰে-টৰীটোলৈ গৈছিলোঁ। এইটো ভাৰতীয় আৰ্থিক সাহায্যত গঢ়ি উঠা অনুষ্ঠান। ইয়াৰ ডিৰেক্টৰজন ভাৰতীয় মানুহ। লগ পাই বৰ ভাল লাগিল। এওঁ হেনো তাহানি গুৱাহাটী ৰিফাইনেৰীত চাৰি বছৰ কাল কাম কৰিছিল। ডেকা মানুহ। যিখন নৈৰ পাৰত এই অনুষ্ঠানটো আছে, সেইখন নৈৰ পাৰে পাৰে পানীৰ এডোখৰ'লকে লানীপতা এলানী চাংঘৰ আছে। ঘৰবোৰ বৰ মনোৰম। এই ঘৰবোৰক কেন্দ্ৰ কৰি নতুন এখন পৃথিৱী গঢ়ি উঠিছে। ইয়াত ভালেমান ৰেঁষ্টোৰাও আছে। পোৰা বা ভজা মাছ খাওঁ বুলিলে, তেতিয়াই পানীত জাল পেলাই এওঁলোকে মাছ ধৰি আনে। প্ৰস্তুত কৰি জীয়া মাছ টেবুলত সজাই দিয়ে। এদিন ইয়াৰে এখন ৰেঁষ্টোৰাত সোমাই পোৰা মাছ খালোঁ। আন এদিন টেবুলত বহাৰ লগে লগে ছোৱালীজনীয়ে কলেঃ "কি খাব? কণী ভজা নে অমলেট?" তেতিয়া সন্ধ্যা লাগিছিল। গতিকেই তাই সম্ভৱতঃ আমাক তেনেকৈ কৈছিল। এইটো সময়ত জাল পেলাই মাছ ধৰিবলৈ টান, সেই কাৰণেই। মই কলোঁঃ "কেইটামান আমলেট্ আৰু তোমাৰ ৰান্ধনী-ঘৰত যি আছে তাকে আনা।"

নংপেন চহৰৰ দোকানবোৰলৈ চাই পঠিয়ালে কোনখন চীনা মানুহৰ, কোনখন থলুৱা মানুহৰ, কোনখন ভিয়েটনামীৰ, একো ধৰিব নোৱাৰি। ভ্ৰমণৰ উদ্দেশ্যই হৈছে অভিজ্ঞতা আহৰণ। বজাৰলৈ নগলে অভিজ্ঞতা আহৰণ কৰিব নোৱাৰি। সেই কাৰণেই বিদেশলৈ গলে বজাৰবোৰ মইতিয়াই পেলাওঁ। নংপেন চহৰৰ দোকানৰ চাইনবৰ্ডবোৰত সচৰাচৰ তিনিওটা ভাষাৰ আখৰ থাকে। কেম্বোডীয় ভাষাৰ আখৰবোৰ বহুতখিনি দেৱনাগৰীৰ আখৰৰ সৈতে মিলে। সম্ভৱতঃ অতীজৰ সংস্কৃত ভাষা আৰু সাহিত্যৰ প্ৰভাৱ। চীনা ভাষাৰ আখৰবোৰক সৰু সৰু একোখন ছবি বুলিব পাৰি। ভিয়েটনামী আখৰ বহুতখিনি লেটিন বৰ্ণমালাৰ লগত মিলে। ..... সংস্কৃতিৰ পিনৰ পৰা কেম্বো-ডিয়াক বিশ্বৰ মিলনভূমি বুলিলে অত্যুক্তি কৰা নহব।

নংপেন চহৰৰ সোমাজত এটা প্ৰশস্ত ৰাজআলি আছে। নাম মহাভীট্ জৱাহৰলাল নেহৰু। ভাৰতৰ প্ৰতি মনোভাব যদিও সুবিধাজনক নহয়, তথাপি নেহৰুৰ প্ৰতি ইয়াৰ ৰাষ্ট্ৰনায়কসকলৰ যথেষ্ট শ্ৰদ্ধা আছে। ইয়াৰ প্ৰধানমন্ত্ৰী গৰাকীয়ে প্ৰকাশ্যভাৱে নেহৰুক নিজৰ "ৰাজনৈতিক গুৰু" বুলি কয়। চহৰখন বনাই ফুৰোঁতে অকস্মাৎ আন এটা ৰাজআলি চকুত পৰিল। সেইটোৰ নাম মহাভীট্ মাও-চে-টুং। মনতে মোৰ ভাব হল, ৰাজআলিৰ ক্ষেত্ৰতো এওঁলোকে সহ-অৱস্থানৰ নীতি মানি লৈছে। কেম্বোডিয়াৰ প্ৰতি-নিধি স্বৰূপে সহ-অৱস্থান আৰু পঞ্চশীল নীতিৰ জন্মথলী বান্ডুং কন-ফাৰেন্সত ৰাজকোঁৱৰ সিহানুকে অংশ গ্ৰহণ কৰিছিল। সেই মহাসভাতেই সিহানুকক নেহৰুৱে চৌ-এন লাইৰ সৈতে চিনাকি কৰি দিছিল। বৰ্তমান সেই চিনাকিয়েই দুয়োজন নেতাৰ মাজত প্ৰগাঢ় বন্ধুত্বলৈ ৰূপান্তৰিত হৈছে।

নংপেন চহৰৰ ইউৰোপীয় দোকানবোৰৰ চাইনবোৰ্ডবোৰ প্ৰায়েই ফৰাচী ভাষাত লেখা। ইয়াৰ বাতৰি কাকতবোৰ চাৰিটা ভাষাত প্ৰকাশ হয়।

অতীজত চীনৰ দক্ষিণ অঞ্চলত জনসংখ্যাৰ হেঁচা যেতিয়া প্ৰবল হৈ উঠে, তেতিয়াই ইয়াত বসবাস কৰা চীনাসকল এই অঞ্চললৈ আহে। ভিয়েটনামী মানুহবোৰ ইয়ালৈ আহিবলৈ পালে কেনেকৈ? এইবাৰ কথাৰ আঁতিগুৰি উলিয়াওঁতে বেচ সময় লাগিছিল। এই অঞ্চলত ফৰাছী উপনিবেশ যেতিয়া স্থাপিত হয়, তেতিয়া ফৰাছী শাসকবৰ্গই শাসন কাৰ্য্যত সহায় কৰিবলৈ, সকলো প্ৰকাৰৰ চাকৰি দি, আনকি ৰবৰৰ বাগিচাবোৰত বনুৱাৰ কাম দি অসংখ্য ভিয়েটনামী মানুহ এই অঞ্চললৈ আনিছিল। বৰ্ত্তমান ভিয়েটনামী-সকল সেইসকলৰে বংশধৰ।

দক্ষিণ-পূব এছিয়াৰ আন অঞ্চলত বসবাস কৰা চীনাসকলৰ দৰেই ইয়াৰো চীনাসকলে ব্যৱসায়-বাণিজ্য কৰি পেট প্ৰৱৰ্ত্তায়। এওঁলোকৰ সৰহ-ভাগেই আমদানি-ৰপ্তানি আদি ব্যৱসায় কৰে। ব্যৱসায়-বাণিজ্য চীনাসকলৰ হাড়ে-হিমজুৰে সোমাই থকা বস্তু। নংপেন চহৰত দেখিলোঁ হোটেল ৰেষ্টোৰা আদি প্ৰায়েই চীনা ব্যবসায়ীৰ হাতত। সাধাৰণতে ভিয়েটনামী মানুহে ব্যৱসায় বাণিজ্যৰ নামত নাপিত, দৰ্জ্জি ইত্যাদিৰ কাম কৰে। ইয়াৰ উপৰিও সৰুসুৰা ব্যৱসায়-বাণিজ্যও এওঁলোকে অৱশ্যে নকৰা নহয়। চহৰৰ উপকণ্ঠৰ মাছমৰীয়া মানুহ প্ৰায়েই ভিয়েটনামী। এওঁলোকৰ মাছ ধৰা কৌশল চাব লগা বস্তু। থলুৱা কেম্বোডীয় মানুহে দুপদ এপদ সৰুসুৰা কাৰবাৰ কৰাৰ উপৰিও কাঠ-মিস্ত্ৰী, বাঢ়ৈ ইত্যাদি কাম কৰে। ইয়াৰ উপৰিও অফিচ আদিত এইসকল মানুহেই সৰহ। গাঁৱত বাস কৰা মানুহৰ সৰহ ভাগেই খেতিয়ক।

সমগ্ৰ কেম্বোডিয়া যেনেকৈ সহনশীল দেশ, তেনেকৈয়ে নংপেন চহৰ-খনো সহনশীল চহৰ। থলুৱা কেম্বোডীয়, চীনা, ভিয়েটনামী দেশৰ স্বাধীনতাৰ প্ৰতি এইসকলৰ কাৰো ৰৰগুণ কম নহয়। প্ৰত্যেকটো সম্প্ৰ-দায়েই কান্ধত কান্ধ মিলাই দেশৰ স্বাধীনতাৰ হকে যুঁজিছিল। নংপেন চহৰত কিন্তু, আজিকোপতি কেম্বোডিয়াৰ কোনো অঞ্চলতে বৰ্ণ-সংঘাতৰ চেকা পৰা নাই, কেৱল ধৰ্ম বিশ্বাসেই নহয়, সম্ভৱতঃ দেশখনৰ জলবায়ুৱেও ইয়াৰ মানুহক সহনশীল কৰিছে।

ফৰাছী ৰেষ্টোৰা, ভিয়েটনামী ৰেষ্টোৰা খনে খনে আছে। কেম্বো-ডীয় ৰেষ্টোৰা বিচাৰি চলাথ কৰিছিলোঁ। একপ্ৰকাৰ নাই বুলিলেই হয়। চীনা আৰু ভিয়েটনামী ৰেষ্টোৰাবোৰত বিধে বিধে ফৰাছী আহাৰ পায়। আচল কেম্বোডীয় আহাৰৰ জুতি লবলৈ চহৰৰ প্ৰাণ-কেন্দ্ৰত সুবিধা কৰিব নোৱাৰিলোঁ। ফৰাছী আহাৰ পৃথিৱীৰ য'তে ত'তে পায়, আনকি দিল্লীতো পায়। তথাপি যিখন দেশলৈ গৈছোঁ, সেইখন দেশৰ আহাৰৰ জুতি নোলো-ৱাটো জানো উচিত হব? আহাৰৰ ক্ষেত্ৰত মোৰ জিভাখন বেচ চোকা। বিচাৰি বিচাৰি উলিয়ালোঁ, বজাৰৰ এড়োখৰ মুকলি ঠাইত কেম্বোডীয়া ধৰণেৰে জুইত পোৰা মাছ, বিশেষকৈ মিছা মাছ পায়। আমাৰ পোৰা মাছৰ সৈতে প্ৰায় একে। নিজা পদ্ধতিৰে মচলা দি ৰন্ধা কৰি ৰন্ধা মাছৰ আঞ্জাও পায়।

এইবোৰ ঠাইত আমাৰ আচাৰৰ দৰে বনোৱা মাছৰ আচাৰ দিয়া উতলি থকা ভাতো পায়। আমাৰ সন্মানাৰ্থে ৰাষ্ট্ৰীয় নেতা, মন্ত্ৰীসকলে যিবোৰ ভোজ দিছিল, সেইবোৰত ফৰাছী আহাৰহে যোগান ধৰা হৈছিল। এনেবোৰ স্থানীয় আহাৰ কিয় দিয়া হোৱা নাছিল বুজিব পৰা নাই।

জালুকৰ বাহিৰেও কেম্বোডিয়াত এবিধ গছৰ পাত পায়। মাছ বা মাংসৰ আঞ্জাত তাৰে কেইটামান পাত দিলেই হ'ল, সোৱাদটো অপূৰ্ব হয়। তাহানি পোঁৰিছলৈ যাওঁতে তাতো এবিধ গছৰ পাত দেখিছিলোঁ। আমাৰ তুলসী পাতৰ লেখীয়া। চুপত তাৰে দুই তিনিটামান পাত পেলাই দিলে খাবলৈ সুন্দৰ হয়। ফৰাছী আহাৰতকৈ মনোৰম আহাৰ পৃথিৱীত আৰু নাই। সকলো দেশৰে আহাৰ খাইছোঁ। গতিকে এইষাৰ কথা নিজৰ অভিজ্ঞতাৰ পৰা কৈছোঁ। দেখাত দুয়োবিধ পাতৰে, ফৰাছী আৰু কেম্বোডীয়, গুণ একেই যদিও, দুয়োটা বস্তু একে যেন অনুমান নহ'ল।

টাইলেণ্ডৰ দৰে কেম্বোডিয়াতো মাছ অপৰ্য্যাপ্ত পৰিমাণে পায়। মাছ বিচাৰি গাঁও অঞ্চলত মানুহ সৰহদুৰ যাব নেলাগে। পানীত জাল পেলালেই হ'ল। আনকি পথাৰত ডোঙা প'াত থকা পানী নাইবা ওচৰৰ হোলাতে মাছ পায়। গতিকে ধান আৰু মাছ দুয়োটা বস্তু অপৰ্য্যাপ্ত পৰিমাণে পায় যেতিয়া মানুহৰ অভাৱ কিটো? এই কাৰণেই আমাৰ দেশৰ খাদ্যসংকটৰ কথা শুনিলে সম্ভৱতঃ ইয়াৰ মানুহ আচৰিত হয়। নংপেনখন এখন আন্তঃ-জাতিক চহৰ। ইয়াত চকুত পৰে—বজাৰৰ পৰা উলটি অহা মানুহ প্ৰায়েই মাইকী মানুহ। এটা পাচিত চাউল, চাউলৰ ওপৰত কিছুমান শাক-পাচলি আৰু আনখন হাতত এজোকা মাছ। জীয়া মাছ জঁপিয়াই আছিছে। জপিয়াই অহা মাছ দেখি মনতে মোৰ ভাব হৈছিল ঃ জীয়া মাছেৰে জাতি লাও আৰু বিলাহীৰ টেঙা আঞ্জা খাবলৈ বৰ ভাল। লগত কেইটামান কেঁচা জলকীয়া লাগিব। কেম্বোডীয় মানুহে এইটো জুতি জানে জানো? তেওঁলোকৰ জিভাই বা কি কয়? কিছুমান মানুহে "চীজ্" খাই খুব বেয়া পায়, কফি খায়ো বেয়া পায়। খোৱাৰ জুতিটো হৈছে অভ্যাসৰ বস্তু। শিয়ালৰ মুৰ নাইবা অজগৰৰ সাপৰ মঙহৰ আঞ্জা খাবলৈ বৰ জুতি লগা বস্তু। কিমানে খাইছে? অজগৰ সাপৰ মঙহৰ চুপ মঙোলিয়াত ৰাইজৰ বৰ প্ৰিয় বস্তু। আলহীক এইটো বস্তু খাবলৈ দিবলৈ পালে মঙোলিয়াৰ গৃহস্থই বৰ সন্তোষ পায়। নংপেনৰ বজাৰত আমাৰ বজাৰত ছাগলীৰ মঙহ থোৱাৰ দৰে লানী লগাই বাদুলীৰ মঙহ, কাছৰ মঙহ, বনৰীয়া মেকুৰীৰ মঙহ সজাই থোৱা দেখি আহিছোঁ। জুতি অৱশ্যে লবলৈ নহ'ল।

পুৱাটো যেতিয়া তেনেই কোমল হৈ থাকে, ঠিক তেতিয়াই ওলাই যাব লাগে নংপেন চহৰৰ বজাৰ আৰু পানী-ঘুৰলীলৈ। কি যে প্ৰাণ উন্মাদ কৰা জীৱন-চাঞ্চল্য। প্ৰায় সকলো সময়তে সমুদ্ৰ-জাহাজ মেকং নৈয়েদি উজাই আহি চহৰৰ বন্দৰত থিত লয়হি। ধীৰ মন্থৰ গতিত অহাযোৱা কৰা

জাহাজবোৰ চাই বৰ ভাল লাগে। কেউপিনে পানীত ঢউৰে কোবায়। বন্দৰত আশ্রয় লোৱা নাওবোৰকো ঢউৰে কোবাই অস্থিৰ কৰি তোলে। নাচি থকা নাওবোৰ ভাল লাগে। এই নাওবোৰ আৰু নৈৰ উখল-মাখল দেখি ৰবীন্দ্ৰ-নাথৰ কবিতা এফাকি মোৰ মনত পৰিছিল।

> "ভরা পালে চলে যায়, কোনো দিকে নাহি চায়,
> ঢেউগুলি নিরুপায় ভাঙে দু ধারে।"

সকলো সময়তে তিনি চাৰিখন কৈ বিদেশী জাহাজ বন্দৰটোত আছেই। ইজৰাইলত দেখি অহা হাইফা বন্দৰটোলৈ মনত পৰিছিল। তাতো খনে খনে বিদেশী জাহাজ। সিবোৰত বস্তানিৰ কাৰণে বস্তু বোজাই হোৱা দেখিছিলোঁ। নংপেন চহৰৰ বন্দৰত বিধে বিধে আমদানিৰ বস্তু নমোৱা দেখিছিলোঁ। গাঁও অঞ্চলৰ পৰা চহৰলৈ বস্তু কঢ়িয়াই অনা নাওবোৰৰো এই একেদৰেই নিজস্ব এক মাদকতা আছে।

ধান, চাউল, মাছ, নানাবিধ ফলমূল, মচলা ইত্যাদি সামগ্ৰীৰ ক্ষেত্ৰত কেম্বোডিয়া বিশেষভাৱে সমৃদ্ধিশালী। ইয়াত এবিধ শীতল পাটি পায়, বঙটো চকু চাৎমৰা উজ্জ্বল। বন্দৰত পুৱাতি নিশাৰ পৰাই চকুত পৰে মানুহে কেনেকৈ নাও বোজাই কৈ অনা বস্তুবোৰ—চাউল, মাছ, কল, মাটিকঠাল, নাৰিকল, সুমথিৰা টেঙা, কুঁহিয়াৰ ইত্যাদি নমাইছে। ইয়াৰ উপৰিও এদিন চকুত পৰিছিল নাৱৰ পৰা নমোৱা বাঘৰ ছাল, ঘঁৰিয়ালৰ ছাল, সাপৰ ছাল ইত্যাদি। পহুৰ শিং, হাতীৰ দাঁত, এনেবোৰ আপুৰুগীয়া বস্তুও দেখিছিলোঁ। হাতত বিদেশী মুদ্ৰা নাছিল। থকা হলে হাতীৰ দাঁত এযোৰা কিনিলোহেঁতেন। নৈৰ পাৰৰ আলি এটাত হাঁহি উঠা দৃশ্য এটা দেখিছিলোঁ: এজন মানুহে পিঠিত কেইডালমান কুঁহিয়াৰ আৰু মূৰৰ পাচি এটাত কিছুমান ফল লৈ আহি আছিল। বিপৰীত ফালৰ পৰা মন্থৰ গতিত হাতী এটা আহি আছিল। কোনো কথা নাই, ওচৰ পায়েই হাতীটোৱে শুৰেৰে একেথাপেই কুঁহিয়াৰ কেইডালমান নিজৰ কৰি ললে। হাতী বৰ জ্ঞানী যদিও আনৰ বস্তু যে এনেকৈ ডকা দি নিজৰ কৰাটো অন্যায়, সেইষাৰ কথা সি নেজানে। মানুহেই নেজানে। হাতীয়ে বাৰু জানে কেনেকৈ? ·· এনেবোৰ কাৰণৰ বাবেই নংপেন চহৰৰ দাঁতিৰ মেকং নৈৰ পাৰটো ইমান মোহনীয়। ই এটা পাহৰিব নোৱাৰা অভিজ্ঞতা।

ছোৱালীজনীৰ নাম ফু-অং। তাইৰ মাক ভিয়েটনামী আৰু দেউতাক কেম্বোডিয়াৰ খেমৰ গোষ্ঠীৰ মানুহ। এনেদৰেই তেজৰ মিশ্ৰণ হোৱাৰ কাৰণেই নেকি ছোৱালীজনীৰ ৰূপ অতুলনীয়। এদিন তাই মোক কলে: "খমৰ দেশলৈ আহিছে যেতিয়া আমাৰ কানিৰ আড্ডালৈ এদিন নেযায়নে? বহুত মানুহ লগ পাব। ভাল পাব।" মই কলোঁ: "যাম। মানুহ লগ পাই ভাল লাগিব। আমাৰ লগৰ বন্ধু-বান্ধৱ কেইজনে বা কি কয়? তেওঁলোকক সুধি চাব লাগিব।" তাই কলে "আপোনাৰ লগৰ ভাৰতীয় বন্ধু কেইজনৰ

কথা কৈছে ? ঠিক আছে। আপোনাক এদিন সেই ঠাইলৈ পলুৱাই লৈ যাম।" বন্ধু-বান্ধৱৰ সকলৰ কথা উল্লেখ কৰিছিলোঁ অন্য এটা অৰ্থতহে। মোৰ উদ্দেশ্য আছিল সেইসকলক লগত লৈ যোৱা। সেইটো সম্ভৱতঃ ফু-অঙে বিচৰা নাছিল।

গলোঁ। কানিৰ আড্ডা আধুনিক কক্‌টেল্ পাৰ্টিৰ আড্ডাৰ সমধৰ্মী। কক্‌টেল্ পাৰ্টিত মদ পানী বোৱাদি বয়। কানিৰ আড্ডাত কানিৰ টিকৰা দেখি মোৰ আমাৰ হাস্যৰসিক বেজবৰুৱালৈ মনত পৰিছিল। এইখন পৃথিৱীত প্ৰৱেশ নকৰাকৈয়ে, এইখন পৃথিৱীৰ কথা বেজবৰুৱাই বঢ়িয়াকৈ জানিছিল। ফু-অঙে কলে ঃ "আপুনি সুন্দৰকৈ হুপিব জানে।" নেজানিম কেলৈ ? ধপাত খোৱাৰ অভ্যাস থকা মানুহে কানি হুপিবলৈ নতুনকৈ শিক্ষা লব নেলাগে। দিল্লীত আমাৰ ঘৰৰ পৰা বেচি দূৰ নহয় এজন বুঢ়া এম, পি আছে। খুব ধপাত খায়। বুঢ়াৰ হোকাও বিধে বিধে। প্ৰায়েই মানুহজনে মোক তেওঁৰ ঘৰলৈ লৈ গৈ ধপাত খাবলৈ দিয়ে। লগতে হোকা আৰু ধপাতৰ মহিমা বৰ্ণায়। চিগাৰেটৰ বিপক্ষে কয়। বিড়িৰ সপক্ষে কয়। দিল্লীৰ এই ধপাত হোপা ট্ৰেইনিংটোৱে নংপেনত কানি হোপা কাৰ্য্যত বাৰুকৈয়ে মোক সহায় কৰিছিল।

কক্‌টেল্ পাৰ্টিৰ দৰে কানি খোলাৰ আচল উদ্দেশ্য হৈছে মানুহ লগ পোৱা। নানা ধৰণৰ আলোচনা কৰা। আলোচনাৰ জৰীয়তে বহুত কথা শিকিব পাৰি। সেইদিনা সন্ধিয়া কানি হুপি হুপি আমি নানা কথা আলোচনা কৰিছিলোঁ, যেমৰ সভ্যতাতে পাৰ্তনি মেলি দাৰ্শনিক চৰ্ক্রোটিছৰ কথালৈকে। নাট মহোৎসৱ উপভোগ কৰাৰ অন্তত ওৰেটো নিশা চক্রোটিছে বন্ধু-বান্ধৱৰ সৈতে আলোচনাত কটাইছিল। নিশাৰ গভীৰতাৰ দৰে মাদকতাপূৰ্ণ বস্তু আন একোৱেই নাই। কানিৰ আড্ডা চলিছে। এনেতে ফু-অঙে কেইটামান অমলেট সেকি আনি আগত থ'লে। এক প্লেট পোৱা মঙহো। বৰ বৰ পোৱা মঙহ একোডোখৰ দাঁতৰ গুৰিত পেলাই লৈ চোবোৱাত যি পুৰুষসুলভ সৌষ্ঠৱ প্ৰকাশ পায়, খোৱাৰ ক্ষেত্ৰত তেনে সৌষ্ঠৱ আন ক'ৰবাত প্ৰকাশ পায় যদিও নেজানোঁ। এইদৰে মঙহ খাওঁতে নিজকে আদিম মানুহ এটা যেন লাগে।

কিছু সময়ৰ পিছত গাটো বাঁইজাঁই কৰিবলৈ ধৰিলে। মূৰটোও গধুৰ গধুৰ লাগিল। তেতিয়া নিশা ভালেমান। ফু-অঙক লগত লৈ নৈৰ পাৰলৈ ওলাই গলোঁ। ফৰিংফুটা জোনাক। নৈৰ ফিৰফিৰীয়া বতাহ। পাৰৰ গছৰ পাতবোৰ কঁপিছে; মৃদু এক সোঁ সোঁ শব্দ। দাঁতিত থিয় হৈ আছে ফু-অং। গা দেই পুৰি যোৱা জোনাক। ক'ৰবাৰ পৰা এনেতে ভাৱৰ এছাটি আহি জোনটো ঢাকি পেলালেহি।

"অতপৰে আহিলা লাহৰি? বাট চাই আছোঁ তোমালৈকে
অৰ্থনিৰে পৰা;
লুকাই আহিছা? ভয় নাই নেদেখে কোনেও, জোনবাই
ডাৱৰে আৱৰা।"

মেকং নৈৰ পাব। এই নৈখনৰ নামটো যিমান ভাল লাগে, নৈখনো সিমান ভাল লাগে। ৰবীন্দ্ৰনাথে কৈছিলঃ "সেই নীল ৰেখাটিৰ কাছে ঐ যে একটি ঝাপ্‌সা বাষ্প লেখাটিৰ মতো দেখ্‌তে পাচ্ছি, জানি এই আমাৰ সেই পদ্মা।" মোৰ কাৰণে মেকংখন অস্পষ্ট নহয়, স্পষ্ট। নৈ, পৰ্বত, আকাশ, এইবোৰেইতো প্ৰকৃতি। ফুল, লতা, গছ, এইবোৰ আনুসঙ্গিক বস্তুহে। পৰ্বত, আকাশ, নৈ, এইবোৰত মূৰ্ত্ত হৈ আছে নাৰীদেহৰ সৌষ্ঠৱ আৰু সুষমা। ইংৰাজ কবি ডিলন্‌ টমাছৰ আত্ম-জীৱনীমূলক কথা এষাৰ মোৰ বৰ ভাল লাগে। "One: I am a Welsman; two I am a drunkard; three: I am a lover of the human race, especially of women." আমাৰ ভাৰতীয় নীতিবাগীশসকলে যিহকে নকওক লাগিলে, নাৰী আছে বাবেই মানুহৰ সমাজ সুন্দৰ হৈ আছে।

মেকং নৈৰ পানীত খেমৰ গণ্ডদোলাবোৰত উঠি উটি ফুৰিব এটা আৰাম আছে। এই নাওবোৰৰ পৰা চহৰখনৰ শোভা নিৰীক্ষণ কৰিবলৈকো বৰ ভাল। ভেনিছ চহৰৰ খালবোৰত নাইবা আমাৰ শ্ৰীনগৰৰ ডাল হ্ৰদত ব্যৱহৃত নাও-বোৰৰ দৰে এই নাওবোৰ বৰ বেচি সুবিধাজনক নহয় যদিও নৈৰ বুকুত এনেকৈ ওপঙি ফুৰিব আৰাম আছে। নাৱৰ বুকুৰ পৰা নংপেন চহৰৰ ৰাজপ্ৰাসাদ, সোণবৰণীয়া মন্দিৰসমূহ নিৰীক্ষণ কৰিবলৈ পোৱাটো এক চমকপ্ৰদ অভিজ্ঞতা। জোনাক নিশা ৰজনীগন্ধা ফুলৰ গোন্ধে মানুহৰ মন যেনেকৈ বাঁইজাই কৰে, তেনেকৈয়ে নংপেন চহৰ আৰু মেকং নৈৰ মাধুৰ্য্যই মানুহৰ মন বাঁইজাই নকৰাকৈ নেথাকে। ......চহৰখনত ফৰাছীসকলে নিৰ্মাণ কৰা ভালেমান বুলিভাৰ্ আছে। "নং", "পেন" শব্দ দুটাৰ অৰ্থ কি? খেমৰ ভাষাত "নং" শব্দৰ অৰ্থ হৈছে "পৰ্বত"। পৌৰাণিক আখ্যান অনুসৰি যিগৰাকী নাৰীয়ে এই চহৰখন প্ৰতিষ্ঠা কৰিছিল, তেওঁৰ নাম পেন্‌ আছিল। "পেন" শব্দৰ বিশেষ একো অৰ্থ নাই। এটা নামহে। পুৰাণ আখ্যানটো হৈছে এইঃ গছ এজোপাৰ খোৰাং এটাত কিছুমান বুদ্ধৰ মূৰ্ত্তি আছিল। এনেতে নৈৰ পানী উঠি সেইবোৰ উটুৱাই নিয়াৰ অৱস্থা কৰিলে। মহিলা গৰাকীয়ে বিপদগ্ৰস্ত বুদ্ধৰ এই মূৰ্ত্তিবোৰ বানপানীৰ গৰাহৰ পৰা ৰক্ষা কৰিলে। তেওঁৰ প্ৰজা-বৰ্গই নিৰাপদ চাই ঠাই এডোখৰত এই মূৰ্ত্তিবোৰ প্ৰতিষ্ঠা কৰিলে। নংপেন চহৰত এতিয়াও সেই পৰ্বতৰ টিলাটো সুন্দৰকৈ সজাই থোৱা আছে। এতিয়াও তাত বুদ্ধৰ মূৰ্ত্তি এটা আছে।

কেম্বোডিয়াত ফৰাছীসকলৰ শাসন কেতিয়াবাই অন্ত পৰিল যদিও এতিয়াও এইসকলৰ ব্যৱসায়ী প্ৰভাৱ টুটা নাই। আমদানি, ৰপ্তানিৰ প্ৰায়বোৰ ঘৰুৱা প্ৰতিষ্ঠানসমূহ এতিয়াও এওঁলোকৰ হাতত। ইয়াৰ উপৰিও, কেম্বোডীয় চৰকাৰে এতিয়াও কিছু ফৰাছী বিশেষজ্ঞ ৰাখিছে। এওঁলোকৰ ৰাষ্ট্ৰনায়ক-সকলৰ মতেঃ "আন্তৰ্জাতিক সহযোগ আৰু জাতীয় প্ৰয়োজনীয়তাৰ এই ফৰাছী বিশেষজ্ঞসকল হৈছে অংশ বিশেষ।" ......চহৰৰ বৰ বৰ বিলাসী

হোটেলবোৰো ফৰাছী ব্যৱসায়ীসকলৰ দ্বাৰাই পৰিচালিত। নংপেন চহৰৰ এনে এটা সুবিধাজনক বিলাসী হোটেলত থকাৰ অভিজ্ঞতা আমাৰ হৈছিল। এইখিনিতে বিশেষ অভিজ্ঞতা এটাৰ কথা কব খুজিছোঁ। কেম্বোডিয়াত এখন আইন আছে, কোনো মহিলা, বুঢ়ীয়েই হওক বা গাভৰুৱেই হওক, নিশা আঠি বজাৰ পিছত আলিলৈ ওলাব নোৱাৰিব। আইন প্ৰণয়নৰ উদ্দেশ্য কি? আইনৰ প্ৰয়োজন হৈছে সমাজ সুপথেদি নিয়ন্ত্ৰিত কৰিববৰ বাবে। কিন্তু আইন যেতিয়া তুলাপাতত আৱদ্ধ থাকে, কাৰ্য্যত পৰিণত নহয়, তেতিয়া? কিমান দূৰ এই আইনখন ভাল বা বেয়া কব খোজা নাই। আইনখন কাৰ্য্যত পৰিণত হোৱা নংপেন চহৰত অন্ততঃ নেদেখিলোঁ। এদিন মাজনিশা এখন ভোজসভাৰ পৰা হোটেললৈ প্ৰত্যাবৰ্ত্তন কৰিছোঁ। মোৰ কোঠাটো তিনিতলাত। লিফ্‌টত উঠি ওপৰলৈ যাব খুজিছোঁ, এনেতে বাৰান্দাৰ বিবাট খুটা এটাৰ আঁৰত দেখিলোঁ এজন শ্বেতাংগ পুৰুষ আৰু এজনী পুৰঠ কেম্বোডীয় গাভৰু ছোৱালী। চীনাও হব পাৰে, ভিয়েটনামীও হব পাৰে, সেই বিষয়ে সঠিককৈ কব নোৱাৰোঁ। আমাক দেখি তেওঁলোকে চুচুক-চামাক কৰিছিল। লিফ্‌টখনত উঠিবলৈ লৈ কলোঁঃ "আহক, আমি একেলগে যাওঁ।" আচৰিত হৈ গলোঁ, ভদ্ৰলোকজন ঠিক মই থকা কোঠাটোৰ দাঁতিৰটোত থাকে। ছোৱালীজনীও তেওঁৰ লগত কোঠাটোলৈ সোমাল। কোঠাটোৰ দুৱাৰ গোটেই নিশাটোৰ বাবে বন্ধ হৈ ৰ'ল।

কেম্বোডিয়া গ্ৰীষ্মপ্ৰধান অঞ্চলত অৱস্থিত। পৃথিৱীৰ আন ঠাইত যেতিয়া শীত, নংপেন চহৰত তেতিয়া শীতৰ নাম-গোন্ধেই নাই। ঘোৰ শীতৰ দিনত আমি তালৈ গৈছিলোঁ যদিও জাৰ কি একো উমানকে নেপালোঁ। সদায় গৰম কাৰণেই নেকি ইয়াৰ মানুহে ৰাতিপুৱাই কাম আৰম্ভ কৰে। আনকি মন্ত্ৰী নাইবা ৰাষ্ট্ৰীয় অন্যান্য নেতৃবৰ্গৰ সৈতে আমাৰ সাক্ষাতপ্ৰসংগ ৰাতিপুৱাই হৈছিল। তেওঁলোকৰ ঘৰত নহয়, অফিচতহে। ৰাজকোঁৱৰ নৰোদ্দম মনটেনাৰ সৈতেও আমাৰ সাক্ষাত হৈছিল। মানুহজন আদহীয়া। তেনেই নিজ্জীৱ মানুহ যেন লাগিল। নেশ্যনেল এছেম্বলীৰ অধ্যক্ষ উং হং ছেথৰ সৈতেও সাক্ষাত হৈছিল। ডেকা মানুহ। কথাই বতৰাই বৰ সজীৱ। এওঁ এটা ৰূপৰ বটাত বুকুত ওলোমাই লবলৈ উপহাৰ স্বৰূপে কেইটামান সোণৰ বেজ আমালৈ আগবঢ়াইছিল। ৰ'টা ইয়াতো দেখিছোঁ, লাওছতো দেখিছোঁ। তাহানি ব্ৰহ্মদেশত হেঙুল-হাইঠালৰ বৰ বৰ শৰাই দেখিছিলোঁ। সংস্কৃতিৰ পিনৰ পৰা আমাৰ অসমৰ সৈতে এইবোৰ দেশৰ অভূতপৰ্ব সাদৃশ্য দেখিবলৈ পাইছিলোঁ।

দুপৰীয়াবোৰ বৰ অলস ভলস যেন লাগে। কেউপিনে পৃথিৱীখন যেন স্তব্ধ হৈ পৰিছে। পৃথিৱীয়ে যেন গতিচঞ্চলতা হেৰুৱাই পেলাইছে। আনহাতে আবেলি, সন্ধ্যা, নিশা—এইবোৰ প্ৰাণচঞ্চল বস্তু। বেলি পাটত বহাৰ দুঘণ্টামানৰ আগৰপৰাই চহৰখন আকৌ প্ৰাণচঞ্চল হৈ পৰে, ফুটপাথবোৰ ৰঙীন হৈ পৰে। দোকানবোৰৰপৰা গ্ৰামোফন ৰেকৰ্ড বাজিবলৈ ধৰে। কেউপিনে ৰঙৰ শোভা, হাঁহি আৰু ধেমালি, উলাহ আৰু উত্ৰাৱল। নংপেন চহৰত

কিছুমান চলন্ত ৰেʼষ্টোৰা দেখিছিলোঁ। আবেলিৰ লগে লগে এইবোৰ ব্যস্ত হৈ পৰে। এই ৰেʼষ্টোৰাবোৰত গাহৰি পোৱালিৰ মঙহ, হাঁহৰ মঙহ ইত্যাদি বিধে বিধে পায়। আহাৰৰ তালিকাও তিনিটা ভাষাতে প্ৰস্তুত—চীনা, কেম্বোডীয়, ভিয়েটনামী। দুপৰীয়া প্ৰায়বোৰ অফিছ তিনি ঘণ্টাৰ কাৰণে বন্ধ থাকে। কেম্বোডিয়াৰ পুৰুষ-মহিলা উভয়েই এবিধ চুটি মেখেলা পিন্ধে। এই মেখেলাবোৰক সাৰং বোলে। এই সাৰংবোৰক আকৌ পুৰুষে যেতিয়া চুৰিয়া পিন্ধা দি পিন্ধে, তেতিয়া ছাম্‌পট বোলে। সাধাৰণতে সাৰংবোৰ উজ্জ্বল মুগা বৰণীয়া কাপোৰ। আগতে এইবোৰ গাঁৱৰ তাঁতশালৰ বস্তু আছিল। আজিকালি জাপানী আৰু ফৰাছী কাপোৰ, কলত বোৱা বস্তুৱে বজাৰ উপচি পৰিছে।

দুই এটা ধান-কল বা কাঠ-কলৰ বাহিৰে নংপেন চহৰত কিয়, সমগ্ৰ কেম্বোডিয়া ৰাষ্ট্ৰতে তেনে ধৰণৰ কোনো উল্লেখযোগ্য শিল্প প্ৰতিষ্ঠান নাই। কৃষিজাত বস্তুৱেই হৈছে কেম্বোডিয়াৰ মূল অৰ্থনৈতিক সম্পদ। নংপেন চহৰত দেখিলোঁ, তেনে কোনো ৰাজহুৱা যান-বাহন, বাছ বা ট্ৰাম ইত্যাদিৰ ব্যৱস্থা নাই। ইয়াৰ অতি জনপ্ৰিয় বাহন হৈছে এবিধ চাইকেল ৰিক্সা। যাত্ৰী সমুখৰ এখন চাপৰ আসনত বহে। চাইকেল চালক পিচত বহে, আমাৰ দৰে আগত নহয়। ঠায়ে ঠায়ে ৰিক্সাৰ আৰ্হি সুকীয়া। ব্ৰহ্মদেশত তাহানি দেখিছিলোঁ যাত্ৰী বহাৰ আসন চালকৰ বাওঁহাতে দাঁতিত, এখন চাপৰ সুকীয়া গাড়ীত। নংপেন চহৰত চাইকেল ৰিক্সা প্ৰায় পাঁচ হেজাৰখন আছে। চাইকেল ৰিক্সাক ইয়াত চাইক্লো-পোঁছ বোলে। এনে ৰিক্সাত উঠি চাইছোঁ। বৰ ভয় লাগে। বিপৰীত দিশৰ পৰা মটৰ গাড়ী আহিলে, এই খুন্দিয়াই, এই খুন্দিয়াই যেন লাগি যায়। চালকবোৰ বৰ পাৰদৰ্শী। দুৰ্ঘটনা খুব কমেই হয়।

সৰু সৰু চীনা ল'ৰাছোৱালীহঁতক বাটত চিঞৰ-বাখৰকৈ গান গাই ফুৰা দেখিছোঁ। এইবোৰ প্ৰায়েই কমিউনিষ্ট চীন নাইবা ভিয়েটনামৰ গীত। ওপৰত কৈ অহা দোকানবোৰৰ পৰা ভাহি অহা প্ৰায়বোৰ গ্ৰামোফোন ৰেকৰ্ডৰ গীত এই জাতীয়। নিজকে নিৰপেক্ষ নীতি অৱলম্বন কৰা দেশ বুলি কয় যদিও কেম্বোডিয়াত কমিউনিষ্ট চীনৰ প্ৰভাৱ যথেষ্ট যেন লাগিল। কেম্বোডীয়সকলৰ নিজস্ব গীতবোৰ হৈছে কোমল, প্ৰাঞ্জল, আমাৰ বিহু গীতৰ দৰে অনুভূতি-চঞ্চল।

যিকোনো সম্প্ৰদায়ৰে নহওক লাগিলে, কেম্বোডিয়াৰ জনসাধাৰণৰ প্ৰকৃতি হৈছে শান্ত, নিৰ্জুৰ, সহনশীল। বৰ্ণ-সংঘাত কি বস্তু এওঁলোকে নেজানে। ইয়াৰ ঘাই কাৰণ হৈছে বৌদ্ধ ধৰ্ম। বিদেশী খ্ৰীষ্টান মিছনৰী আছে যদিও এইখন দেশত খ্ৰীষ্টান ধৰ্মই অকণো গা কৰিব পৰা নাই। মানুহে ধৰ্মান্তৰবাদ সমৰ্থন কৰে কেতিয়া? নিজৰ সমাজত যেতিয়া অত্যাচাৰ উৎপীড়ণে দেখা দিয়ে, তেতিয়াই। কেম্বোডিয়াত কোনো ধৰ্মসম্বন্ধীয় নাইবা সামাজিক অত্যাচাৰ-উৎপীড়ণ নাই। সেই কাৰণেই খ্ৰষ্টান ধৰ্মই প্ৰভাৱ বিস্তাৰ কৰিব পৰা নাই। নংপেন চহৰত সকলো বিদেশী হৈছে খ্ৰীষ্টান।

ইয়াৰ উপৰিও, কিছু ভিয়েটনামী কেথ'লিকো আছে। পৃথিৱীৰ প্ৰায়বোৰ ৰাজধানীৰ দৰেই নংপেন সমগ্ৰ কেম্বোডিয়াৰ প্ৰতিবিম্ব।

কেম্বোডিয়াবাসীয়ে আমেৰিকানক সমূলি দেখিব নোৱাৰে। নংপেন চহৰত এইটো বিশেষকৈ প্ৰকট। নংপেন চহৰত আনকি ৰিক্সা চালকেও আমেৰিকান যাত্ৰীক লব নোখোজে। ৰেষ্টোৰাবোৰতো আমেৰিকানক নোৱাৰাতহে পৰিচৰ্য্যা কৰে। নংপেন চহৰত কিছু আমেৰিকান আছে। সাধাৰণতে আমেৰিকান মানুহবোৰ সৰবৰহী। তথাপি নংপেন চহৰত এওঁলোকক তেনেই আছুতীয়াকৈ থকা দেখা যায়। নিজৰ ভিতৰতে অৱৰুদ্ধ। ......ৰিক্সাচালক, হোটেল-ৰেষ্টোৰাত বন কৰা ল'ৰা-ছোৱালীক সুধি চাইছোঁ ঃ কিয় তেওঁলোকে আমেৰিকানক দেখিব নোৱাৰে। উত্তৰ মাথোন একেটাই ঃ "সিহঁত বুৰ বেয়া মানুহ। মনবোৰ বৰ কলুষিত"। মোৰ লগত থকা ভাষা ভাঙোতা গৰাকীয়ে "mean", "petty", এনেবোৰ শব্দ ব্যৱহাৰ কৰিছিল। আনকি এবাৰ তাই "dirty Pigs", লেতাৰা গাহৰি পোৱালি, এই শব্দ কেইটাও ব্যৱহাৰ কৰিছিল। ধুনীয়া ছোৱালীৰ মুখত এনেবোৰ লেতেৰা শব্দ বৰ বিসদৃশ যেন লাগে। আমেৰিকানসকলৰ বিষয়ে আৰু এষাৰ কথা এওঁলোকে কয়ঃ "ডাঙৰ চকু চাৎমৰা গাড়ীত উঠি ফুৰিলে কি হ'ব, ইহঁত বৰ কৃপণ মানুহ।"

ইয়াৰ মানুহে আমেৰিকা বা আমেৰিকানক এনেদৰে বিদ্বেষৰ চকুৰে চায় কিয়? ইয়াৰ বিষয়েও জানিবলৈ যত্ন কৰিছিলোঁ। কোনো এখন দেশ ভ্ৰমণ কৰিবলৈ গলে, সেইখন দেশৰ মানুহৰ মনস্তত্বৰ পৰা আৰম্ভ কৰি বজাৰৰ ৰীতি-পদ্ধতিলৈকে যিমানদূৰ সম্ভৱ সিমানদূৰ খৰচি মাৰি জানিবলৈ যত্ন কৰা উচিত। পোনতে আমেৰিকান বিদ্বেষৰ গজালি গজে এজন নংপেনস্থিত আমেৰিকাৰ ৰাষ্ট্ৰদূতৰ ব্যক্তিগত আচৰণৰ কাৰণে। এই ৰাষ্ট্ৰদূতজনৰ নাম হৈছে মেক্‌ক্লিন্‌টক্। মানুহজন বৰ অহঙ্কাৰী আছিল। এওঁৰ ৰাজনৈতিক বিচাৰ বিবেচনাৰ কথা এৰিছোঁৱেই। নংপেন চহৰত এই মানুহজনৰ অসৎ আচৰণৰ অলেখ কাহিনী শুনি আহিছোঁ। এটা এটাকৈ বৰ্ণাবলৈ গলে এখন কিতাপ হৱ। অতি সাধাৰণ কথা এষাৰ কওঁ। য'লৈকে নেযাওক লাগিলে, আনকি ৰাজদৰবাৰলৈ যাওঁতেও মেক্‌ক্লিন্‌টকৰ হাতত সদায় এডাল বেত আৰু লগত এটা কুকুৰ লৈ যোৱা অভ্যাস। কেম্বোডিয়াত লগত কুকুৰ লৈ মানুহৰ ঘৰত, আনকি সাধাৰণ মানুহৰ ঘৰতো, প্ৰৱেশ কৰাটো অশিষ্ট আচৰণৰ পৰিচায়ক। মানুহজনে এইষাৰ কথা জানিও বাৰে বাৰে সৎ আচৰণৰ ৰীতি ভংগ কৰিছিল। ইয়াৰ উপৰিও, কেম্বোডিয়াক আমেৰিকাৰ প্ৰভাৱৰ অন্তৰ্ভুক্ত কৰিবলৈ মেক্‌ক্লিন্‌টকে বহুত অসৎ উপায় অৱলম্বন কৰিছিল। সহ-অৱস্থান নীতিৰ পৰা কেম্বোডিয়াক বিচলিত কৰিবলৈ মানুহজনে আহাপুৰুষাৰ্থ কৰিছিল। এওঁৰ অৱশ্যে সকলো চেষ্টা বিফল নোহোৱাকৈ নেথাকিল। কেম্বোডিয়াই জেনেভা সন্মিলনৰ প্ৰস্তাৱ অনুসাৰে সহ-অৱস্থান নীতিক ৰাষ্ট্ৰীয় বৈদেশিক নীতিৰ আধাৰ স্বৰূপে গ্ৰহণ কৰিছে। ১৯৩৪ চনৰ আগভাগত ৰাষ্ট্ৰ-নায়ক ৰাজকোঁৱৰ সিহানুক

ভাৰতলৈ আহিছিল। নেহৰুৰ আগত পঞ্চশীল নীতিত যে তেওঁৰ সম্পূৰ্ণ আস্থা আছে, সেইষাৰ কথা ঘোষণা কৰিছিল। বান্দুং মহাসভাত এইষাৰ কথাকে তেওঁ দোহাৰিছিল। সিহানুকৰ ইংৰাজী আৰু ফৰাছী, দুয়োটা ভাষাৰ বিষয়ে ব্যুৎপত্তি প্ৰখৰ। ক'বও পাৰে যেনেকৈ, লিখিবও পাৰে তেনেকৈ।

কেম্বোডিয়াত আমেৰিকানৰ প্ৰতি বিদ্বেষী মনোভাৱ সৃষ্টি কৰা কাৰ্য্যত হলিউদৰ ছবিবোৰৰ বৰঙণিও কম নহয়। আমেৰিকাৰ "কাও বয়" বা "জাঙ্গল পিক্‌ছাৰছ" চালেই কথাষাৰৰ মৰ্ম্মবস্তু স্পষ্ট হৈ পৰিব। এইবোৰত প্ৰদৰ্শিত আখ্যানসমূহৰ মতে আমেৰিকাৰ আদিম অধিবাসী ৰেড্ ইণ্ডিয়ানসকল অসভ্য, বৰ্ব্বৰ, বনৰীয়া আছিল। সভ্যতা বিস্তাৰৰ উদ্দেশ্যে সেইসকলৰ সৈতে শ্বেতাঙ্গসকলৰ সংঘাত, ৰক্তপাত ইত্যাদিৰ সমষ্টি হৈছে এই ছবিবোৰ। এনেবোৰ ছবিৰ জৰিয়তে, সঁচা কথা, শ্বেতাঙ্গ আমেৰিকাবাসীসকলৰ বল-বীৰ্য্য, অভিযান-প্ৰিয়তা ইত্যাদি গুণৰাশিৰ প্ৰকাশ পায়। স্বাভাৱিকতে সকলো ৰক্তপাত ঘৃণাৰ চকুৰে চোৱা বৌদ্ধধৰ্মী এচাম মানুহৰ আগত এইবোৰকে যেতিয়া প্ৰদৰ্শন কৰা হয়, তেতিয়া প্ৰতিক্ৰিয়া কেনে হোৱাটো সম্ভৱ, সেইষাৰ কথা গভীৰভাৱে চিন্তা কৰি চাবলগীয়া।

অসম আৰু পূৰ্ব বঙ্গৰ দৰেই কম্বোডিয়া হৈছে এখন নদী-মাতৃক দেশ। মেকং নৈৰ বাহিৰেও আন এখন উল্লেখযোগ্য নৈ আছে, সেইখনৰ নাম টন্‌লাছেপ্। য'ত মেকং নৈৰ সৈতে টন্‌লাছেপ্ নৈ মিলিত হৈছে সেইখিনিতে নংপেন চহৰ অৱস্থিত। কেম্বোডিয়াত এহেজাৰ বৰ্গমাইল আয়তনৰ এটা বৃহৎ হ্ৰদো আছে। টন্‌লাছেপ্ নৈখনৰ সম্বন্ধ এই হ্ৰদটোৰ লগত। আমাৰ ব্ৰহ্মপুত্ৰৰ দৰেই মেকং নৈৰ সম্বন্ধ হিমালয় পৰ্বতমালাৰ বৰফ আৰু বৰষুণৰ লগত। প্ৰত্যেক বছৰেই কাতিঅ' মাহৰ শেষ ভাগলৈ—এই মাহটো আমাৰ কাতি মাহৰ সমান্তৰাল, ইংৰাজী নৱেম্বৰ মাহ—তিনিদিন ধৰি টন্‌লাছেপ নৈৰ বুকুত বিৰাট এক নৌকা-উৎসৱ অনুষ্ঠিত হয়। সুশিত-মগন নৈৰ পানী কাতিমহীয়া নিৰ্ম্মল আকাশলৈ চাই লানী লানীকৈ সজোৱা বন্তিৰ পোহৰত জকমকাই উঠে। নাওবোৰ ময়ূৰপখীৰ মাজত সজোৱা হয়। এই গণ-উৎসৱত ৰাজ্যৰ নৃপতি আৰু ৰাজ পৰিয়াল, সকলোৱে উলাহেৰে আগভাগ লয়। টনল্‌'ছেপ্ নৈত এটা ভাসমান ৰাজপ্ৰাসাদ আছে। এই প্ৰাসাদটো অতি মনোৰম। নৃপতি গৰাকী উৎসৱৰ কেউটা দিন এই প্ৰাসাদতে থাকে। আমাৰ দুৰ্ভাগ্য, ঠিক উৎসৱৰ সময়ত আমি কেম্বোডিয়ালৈ আহিব নোৱাৰিলোঁ। উৎসৱ শেষ হৈ যোৱাৰ পিছতহে আহিলোঁ। লগৰ কাম্বোডীয় ছোৱালীজনীয়ে যেতিয়া আমাৰ আগত উৎসৱটোৰ আঁতিগুৰি বৰ্ণাই যায়, তাইৰ সৰু সৰু চকুহাল আৰু নিয়ৰত তিতি থকা গোলাপ ফুলৰ পাহিৰ লেখীয়া ওঁঠ দুটাৰ জ্যোতি দেখি উৎসৱটো যে কেনে মাদকতাপূৰ্ণ, এই বিষয়ে সহজতে বুজিছিলোঁ।

এইখিনিতে মাছ চিকাৰ, হাতী চিকাৰ ইত্যাদিৰ বিষয়েও সামান্যভাৱে হলেও, উল্লেখ কৰিব পাৰি। যি দেশৰ যিটো উল্লেখযোগ্য বস্তু, সেইটোৰ

বিষয়ে বিশেষভাবে জানিবলৈ যত্ন কৰা উচিত। গতিকেই এই দুটাৰ বিষয়েও জানিবলৈ যত্ন কৰিছিলোঁ। আমি থকা হোটেলটোৰ সাঁতোৰা পুখুৰীটোৰ পাৰত কেইটামান সুসজ্জিত খেৰৰ পঁজা আছে। ইয়াৰ পৰাই পুখুৰীত সাঁতোৰা মানুহবোৰক দেখি থাকি। পকী, নীলা ফটিক যেন পানীৰ পুখুৰীত মানুহ দিনে নিশাই সাঁতোৰাত মগ্ন। পুৰুষ, মহিলা-উভয়েই। ...... ওপৰত কৈ অহা খেৰৰ ছত্ৰ-সদৃশ পঁজাবোৰৰ ছাঁত ডেকা-গাভৰুৱে মাজনিশালৈকে মদ খায়, কথা পাতে। প্ৰেম-পীৰিতিৰ বাবে পৰিবেশৰ প্ৰয়োজনীয়তাৰ কথা কোনেও অস্বীকাৰ কৰিব নোৱাৰে। এনেবোৰ কথাৰ কাৰণে পুখুৰীৰ পাৰত বেচ পৰিবেশ আছে। পৰিবেশৰ প্ৰয়োজন আছে বাবেই হয়তো এতিয়াও বিহুনাচৰ বাবে আমাৰ ডেকাগাভৰুৱে পুৰণি পুখুৰীৰ পাৰৰ আঁহত গছৰ ছাঁ বিচাৰে।

হোটেলৰ সাঁতোৰা পুখুৰীটোৰ পাৰৰ পঁজা এটাৰ ছাঁত বহি ময়ো এদিন মাজনিশালৈকে কথা পাতি আছোঁ, এনেতে আমাৰ লগত বহি কথা পাতি থকা কেম্বোডীয় মানুহ এজনে হাতীৰ বিষয়ে চমৎকাৰ কথা এষাৰ কলে। "হাবিত কুৰিবছৰৰ পিছতো যেতিয়া ঘৰচীয়া হাতী এটাই বনৰীয়া হাতীৰ মাত শুনে, আপুনি চাব, সি থৰ লাগি ৰৈ গৈছে, কাণ পাতি শুনিছে। ক্ৰমাৎ তাৰ চকু হালৰ দুধাৰি লোতক বাগৰি আহিছে। সি কান্দিছে। সেই বুলি সি যে তাৰ ঘৰচীয়া জীৱনটোক অস্বীকাৰ কৰি বনৰীয়া জাকৰ কাষলৈ লৰ দিব, সেইষাৰ কথাও নহয়। সি নেযায়" এই বুলি কৈ মানুহজনে যোগ দিলে ঃ 'আপুনি জানেনে নেজানে, হাতী বৰ বুজন জন্তু।' হাতীৰ বিষয়ে মোৰ জ্ঞান সীমাবদ্ধ। এটা কথা অৱশ্যে জানো, হাতীৰ স্মৃতি শক্তি অতি প্ৰখৰ, অতি তীক্ষ্ন! এই বিষয়ে মোৰ হাতত বহুতো উদাহৰণ আছে।......হাতীৰ বিষয়ে মানুহজনৰ মুখত কথাকেইষাৰ শুনি যাওঁতে নিমলে এটা ৰিজনিৰ উৎপত্তি হৈছিল। হাতী উলিয়াই দিয়া ছোৱালীৰ লেখীয়া। "নতুন ঘৰত" তাই "চেনেহৰ শলিতাৰে" ন চাকি এগছি জ্বলায়। সেইখন ঘৰক তাই নিজা কৰি লয়। এৰি অহা ঘৰখনৰ কাবোবাৰ অসুখ অশান্তি হলে হাতীৰ দৰেই তাই নীৰবে চকুলো টোকে। সেইবুলি নতুন ঘৰখনক অস্বীকাৰ কৰি পুৰণি ঘৰলৈ তাই ঢাপলি মেলিব নোখোজে। আমাৰ ছোৱালী নাই। থকা হলে আমাৰ বিপদৰ সময়ত তায়ো নতুন ঘৰখনৰ ক'ৰবাত লুকাই লুকাই আমাৰ কাৰণে নীৰৱে চকুলো টুকিলেহেঁতেন।

কেম্বোডিয়াৰ আচল মানুহবোৰ হৈছে খেমৰ জাতীয়। এওঁলোকৰ চিত্ৰকলা, ভাস্কৰ্য্য, নৃত্য-গীত ইত্যাদি অভূতপূৰ্ব বস্তু। চাই থাকিলে হেপাহ নপলায়। এটা বস্তু ভালকৈ লক্ষ্য কৰিছোঁ। সেইটো হৈছে খেমৰ চিত্ৰবস্তু, স্থাপত্য আদিত "নাগ" মটিফৰ প্ৰাদুৰ্ভাৱ। আনকি ৰঙ্গমঞ্চ, নৃত্যশালা ইত্যাদিতো ইয়াৰ প্ৰাদুৰ্ভাৱ লক্ষ্য কৰি আহিছোঁ। নৈৰ ওপৰৰ দলংতো এইটো মটিফ্ ব্যৱহাৰ কৰা দেখিছোঁ। কোনো কোনোৱে কয়, এয়া ভাৰতীয় সংস্কৃতিৰ প্ৰভাৱ। মই ভাবোঁ, চীনা ড্ৰেগনৰ ৰূপান্তৰহে মাথোন; দেশ

আৰু কাল বিয়পি ই এনে ৰূপ লৈছে। আমাৰ মণিকূটৰ সিংহাসনৰ সিংহ কেইটাও এইদৰে একেটা বস্তুৰেই। অসমৰ হাবিততো সিংহ নাই। অসমীয়া শিল্পীয়ে সিংহৰ বিষয়ে অভিজ্ঞতা আহৰণ কৰিলে ক'ৰ পৰা?

ৰামায়ণ মহাকাব্যৰ বিষয়বস্তু হৈছে কেম্বোডীয় নৃত্যৰ মূল অনুপ্ৰেৰণা। বৰ্তমান এই নৃত্যৰ খ্যাতি জগতজোৰা। এই বিষয়ে পিছত কম। এই নৃত্যসমূহ ঠন ধৰি উঠে ৰাজ-প্ৰাসাদৰ প্ৰাঙ্গনত নাইবা মন্দিৰ প্ৰাঙ্গনত। নৃত্যৰ বিষয়ে সমুচিত বুৎপত্তি থকা পণ্ডিত ব্যক্তি নাইবা মন্দিৰ প্ৰাঙ্গনত। য়াৰৰ মতে কেম্বোডিয়াৰ বেলে নৃত্য হৈছে "mimed drama" এই অঞ্চলত ৰামায়ণ আখ্যান এনেকৈ জনপ্ৰিয় হবলৈ পালে কেনেকৈ? পোনতে ৰামায়ণ মহাকাব্য সংস্কৃতৰ পৰা ইংৰাজীলৈ অনুবাদিত হয় ঊনবিংশ শতিকাত। ইংৰাজীলৈ অনুবাদিত হোৱা কুৰি বছৰৰ পিছতো মহাকাব্যখন লেটিন আৰু ইটালীয়ান ভাষালৈ অনুবাদিত হয়। ১৮৫৩ চনত ই ফৰাছী ভাষালৈ অনুদিত হয়। ৰামায়ণ মহাকাব্য ফৰাছী ভাষা নাইবা কোনো পশ্চিমীয়া ভাষাৰ অনুবাদৰ জৰীয়তে কেম্বোডিয়ালৈ অহা নাই। দক্ষিণ-পূব এছিয়াৰ সৈতে অতীত ভাৰতৰ যি সাংস্কৃতিক বিনিময় হৈছিল, তাৰেই ই জলন্ত নিদৰ্শন। সাম্ৰাজ্যবাদৰ মই দুৰ্ঘোৰ বিৰোধী — সেইবুলি অতীতত এই অঞ্চলসমূহত প্ৰাচীন ভাৰতীয় সংস্কৃতিৰ এক বিৰাট সাম্ৰাজ্য যে গঢ়ি উঠিছিল, সেইষাৰ কথা অস্বীকাৰ কৰা অসম্ভৱ। ব্ৰহ্মদেশ, লাওছ, কেম্বোডিয়া, টাইলেণ্ড, ইণ্ডোনেছিয়া, বালিদ্বীপ, দক্ষিণ-পূব এছিয়াৰ কোনখন দেশৰ ওপৰত ৰামায়ণৰ প্ৰভাৱ নপৰাকৈ আছে? বিজয়লক্ষ্মী পণ্ডিতে এবাৰ মোক কৈছিল: "ইণ্ডোনেছিয়াৰ বাটত লগ পোৱা আনকি এঘাৰ বছৰীয়া ল'ৰা এটায়ো ৰামায়ণৰ কথা জানে।"

বৰ আচৰিত যেন লাগিল, কেৱল ৰামায়ণ আখ্যানেই নহয়, আঙ্কোৰ ৱট সভ্যতাৰ যুগৰ নৃপতিসকলে কলা-সম্ভাৰৰ ক্ষেত্ৰত নটৰাজ শিৱৰ মূৰ্ত্তিকো যথেষ্ট প্ৰাধান্য দিছিল। ইয়ো এটা থেমৰ সভ্যতাৰ লক্ষণ। এতিয়াও আঙ্কোৰ দেৱালয়ৰ দেৱালৰ গাত খোদিত নৃত্যৰতা ১,৭৩৭ গৰাকী অপশ্বৰীৰ প্ৰস্তৰ মূৰ্ত্তি আছে। কেম্বোডিয়াৰ ৰামায়ণ আখ্যান সম্পূৰ্ণৰূপে বিশুদ্ধ হৈ থকা নাই। স্বাভাৱিক কথা, খিলঞ্জীয়া আখ্যান-উপাখ্যান সম্বলিত হৈ ইয়াৰ ভালেখিনি ৰূপান্তৰ নঘটাকৈ থকা নাই। কেম্বোডীয় ৰামায়ণক স্থানীয় মানুহে "ৰীয়েম্ থেৰ" বোলে। ১৯৩৭ চনত ইয়াৰ কেইটামান খণ্ড পুনৰ প্ৰকাশ হৈছে। প্ৰবাদ আছে, খেমৰ ৰামায়ণৰ আৰু বাসওৰটা খণ্ড আছিল। মনপাৰা জুইত শঙ্কৰদেৱৰ বৰগীত কিছুমান (গুৰুজনাই সৰ্বমুঠ ২৪০টা বৰগীত ৰচনা কৰিছিল) হেৰোৱা দি খেমৰ ৰামায়ণৰ বাকী বাসত্তৰটা খণ্ড হেৰাইছে। হেৰোৱা ভাগ কেইটা অৰণ্যে মানুহৰ মুখে মুখে এতিয়াও চলি আছে। গতিকে যোগ-বিয়োগ বহুত হৈছে। সীতাহৰণ আখ্যানসমূহ খেমৰ ৰামায়ণৰ সবাতোকৈ জনপ্ৰিয় বস্তু। নৃত্যৰ জৰীয়তে যেতিয়া ই প্ৰকাশ পায় মানুহে চকুপানী টোকে দেখিছোঁ।

আঙকোবৰ মন্দিৰৰ শিলত খোদিত অপশ্বৰীৰ বেহৰূপে চাই নৃত্যৰ বাবে বৰ্ত্তমান কেম্বোডিয়াৰ নৃত্যপটিয়সীসকলে সাজসজ্জা কৰা দেখি আহিছোঁ। এইবোৰ দেখি শুনি অস্কাৰ ৱাইল্ডৰ কথা এষাৰ মনত পৰিছিল। "কলাই জীবন অনুকৰণ কৰে। জীবনেও কলাক অনুকৰণ কৰে।" কেম্বোডিয়াৰ নৃত্যপটিয়সীসকল এইষাৰ কথাৰ জলন্ত নিদৰ্শন।·...প্ৰাচীন খেমৰ ৰাজ্য শ্যাম আৰু ভিয়েটনামৰ আক্ৰমণে আঙকোৰ চেদেলি-ভেদেলি কৰিছিল। স্বভাৱতে এনে তবহব ৰাষ্ট্ৰীয় অস্থিৰতাই বহুদূৰ নৃত্যকলা, সংগীতকলা ইত্যাদিক আঘাত কৰিছিল যদিও সম্পূৰ্ণৰূপে ধ্বংসপ্ৰাপ্ত কৰিব পৰা নাছিল। আঙকোৰ ৰাজ্যৰ পতন হয় ১৪৩৯ খ্ৰীষ্টাব্দত। তথাপি যোৱা পাঁচশ বছৰতকৈয়ো অধিক কাল খেমৰ নৃত্যকলা ধ্বংস নোপোৱাকৈ জীয়াই আছে।

শ্যামদেশীয় নৃপতিৰ আক্ৰমণত পৰাভূত হোৱা খেমৰ ৰাজ্যৰ কোনো কোনো শিল্পী আক্ৰমণকাৰীৰ হাতত বন্দী হৈছিল। শ্যাম দেশৰ নৃত্যকলা এইসকলৰ উদগনিত সঞ্জীৱিত হৈ উঠিছিল। বৰ্ত্তমান টাইলেণ্ডৰ নৃত্য পদ্ধতিত পৰিলক্ষিত হোৱা খেমৰ প্ৰভাৱৰ মূল সূত্ৰপাত এইটোৱেই বুলিব পাৰি। টাইসকলৰ দুটা অপূৰ্ব গুণৰ কথা সদায়েই লক্ষ্য কৰি আহিছোঁ। এটা হৈছে গ্ৰহণ শক্তি আৰু আনটো হৈছে সংৰক্ষণ শক্তি। সৃষ্টিমূলক প্ৰতিভাৰ য'তেই পৰিচয় পাইছে, তাকেই তেওঁলোকে দ্বিধাহীনভাৱে স্বীকাৰ কৰি লৈছে। তেওঁলোকে অৰ্থহীন মৰ্য্যাদাৰ মনস্তত্বক কোনো কথাতে বাধা প্ৰদান কৰিবলৈ দিয়া নাই। এইটো হৈছে জীৱন্ত লক্ষণ, মৃত জাতিৰ নহয়। ......অং দোৱাং (১৭৯৬-১৮৫৯) বোলা নৃপতি এগৰাকীৰ আমোলত পতনমুখী খেমৰ নৃত্য দুনাই ঠন ধৰি উঠিছিল। এই নৃপতিগৰাকী নিজেই এজন কবি শিল্পী আছিল। এই ক্ষেত্ৰত, নৃত্যকলাৰ পুনৰুত্থান বিষয়ত লোক-সমাজৰ অৰিহনা বিশেষভাৱে লক্ষ্য কৰিব লগীয়া কথা।

কেম্বোডিয়াৰ বৰ্ত্তমান বেলে নৃত্যৰ খ্যাতি জগতজোৰা। নিউয়ৰ্ক, মস্কো, পিকিং, পেৰিছ, নতুন দিল্লী, পৃথিৱীৰ এনে এখন ৰাষ্ট্ৰ নাই য'ৰ ৰাজধানীত এই নৃত্যই মানুহক সম্মোহিত নকৰাকৈ আছে। পোনতে এই নৃত্য বাহিৰলৈ ওলায় অৰ্থাৎ পেৰিছ চহৰত অনুষ্ঠিত হয় ১৯০৬ চনত। সেই সময়ৰ নৃপতি শিশুৱাথ পেৰিছলৈ যাওঁতে লগত ৰজাঘৰীয়া নৃত্যৰ দলটো গৈছিল। এই নৃত্যই ফৰাছী দেশৰ জনসাধাৰণৰ মাজত যি বিপুল উদ্দীপনাৰ সৃষ্টি কৰিছিল, সেই বিষয়ে চমুকৈ লেখাটো অসম্ভৱ। বিশ্ববিশ্ৰুত শিল্পী ৰডীনৰ বয়স সেই সময়ত ৭০ বছৰ। এই শিল্পীজনৰ "চিন্তা" বোলা প্ৰস্তৰ মূৰ্ত্তিটোৰ ছবি এখন এতিয়াও মই সযতনে সাঁচি থৈছোঁ। নেদেখিলে বুজিব নোৱাৰি, কি অপূৰ্ব সৃষ্টি। বিখ্যাত নৃত্য-পটিয়সী ইছ্ছডৰা ডানকানৰ "মাই লইফ" বোলা আত্মজীৱনীখনত ৰডীন সম্বন্ধে ডকাকালত পঢ়া কথাখিনি এতিয়াও মনত বাঢ়িয়াকৈ সাঁচি থৈছোঁ। ফৰাছী দেশত প্ৰদৰ্শিত কেম্বোডীয় বেলে নৃত্য সম্বন্ধীয় ৰডীনৰ মন্তব্যখিনি আজিও সাৰ্থক হৈ আছে।

"These Cambodian dancers have given us all that antiquity has to offer, their own antiquity, which is as valuable as ours, we have lived through three days of three thousand years ago. It is impossible to see human nature taken to such a degree of perfection. There have been only these dancers and the weeks......

"These dances are religious. I have never distinguished between religious art and art. When religion is lost, art is lost also. All the Greek and Roman masterpieces, as well as ours, are religious from the point of view of form, these women are all admirably beautiful. The figures are surprising, rather reminiscent of our Italian models. They have a simplicity that also reminds one of Egyptian types of granite. They could be done in granite, well-polished as pure as marble. Marble would not give the form so well . ... .. "

কেম্বোডিয়াৰ বৰ্ত্তমান সবাতোকৈ জনপ্ৰিয় নৃত্যটোৰ নাম হৈছে "টেপ্ মনোৰম।" ১৯৬৩ চনৰ জানুৱাৰী মাহত কেম্বোডীয় বেলে নৃত্য প্ৰথমবাৰৰ কাৰণে স্বাধীন ভাৰতৰ ৰাজধানী নতুন দিল্লীত প্ৰদৰ্শিত হৈছিল। নেহৰুৰে নৃত্যপটিয়সী এগৰাকীৰ বাহুত হাত থৈ অভিনন্দন জনোৱা ছবি এখন মোৰ হাতত এতিয়াও আছে। এওঁলোকৰ আৰু এটা নৃত্য আছে। নৃত্যটোৰ নাম 'ৰামভং'।

ওপৰত আংকোৰ মন্দিৰৰ অপশ্বৰীসকলৰ আহিৰ্ত কেম্বোডিয়াৰ নৃত্য শিল্পীসকলে সাজসজ্জা কৰাৰ কথা কৈ আহিছোঁ। সেইদৰে ৰামায়ণ মহাকাব্যৰ অভিনয়ৰ ভাৱৰীয়াসকলৰ সাজসজ্জাও বিশেষ এটা পদ্ধতিৰ। উদাহৰণ স্বৰূপে, ৰামচন্দ্ৰৰ সাজ হৈছে ক'লা আৰু সোণবৰণীয়া দুয়োটাৰ এক কলাগত সংমিশ্ৰণ। সীতাৰ ৰঙা আৰু সোণবৰণীয়া। লক্ষ্মণৰ পীতবৰণীয়া। আমাৰ ভাওনাৰ চৰিত্ৰৰ দৰেই ৰাম লক্ষ্মণ, সীতা তিনিও নৃত্য কৰি মঞ্চত প্ৰৱেশ কৰে। তাহানি ব্ৰহ্মদেশৰ ৰেঙ্গুণ চহৰতো য়ামা পোৱে নাটকত এই বস্তুটো দেখি আহিছোঁ। মঞ্চৰ চিত্ৰপটত অৰণ্যৰ ছবি প্ৰদৰ্শন কৰা নহয়। এইটো বস্তু কল্পনা কৰি লব লাগে। যি আৰ্টত কল্পনাৰ পৰশ নাই, সেই আৰ্ট নিৰ্জ্জীৱ হবলৈ বাধ্য। কেম্বোডিয়াৰ অভিনয়ত মঞ্চ সজ্জাৰ ব্যৱস্থা নাই। সকলো বস্তু কল্পনা কৰি লব লাগে।...ইবছেন বা বাৰ্নাৰ্ড শ্বৰ নাটকৰ মঞ্চ-নিৰ্দ্দেশৰ জৰীয়তে কোনটো দৃশ্য কেনেকৈ সজাব লাগে, তাৰো দিহা-পৰামৰ্শ দিয়া হৈছে। শেক্সপীয়েৰৰ নাটকত এনেবোৰ ব্যৱস্থা নাই। তথাপি জানো শেক্সপীয়েৰৰ নাটক ইবছেন বা বাৰ্নাৰ্ড শ্বৰ নাটকতকৈ নিম্ন স্তৰৰ?

অভিনয় কালত সঙ্গীতৰ ছেৱে ছেৱে মঞ্চত নৃত্য মুকলি কৰা হয়। নৃত্যৰ বিৰতিৰ কালছোৱাতেহে গীতৰ সুৰ ধ্বনিত হয়। যেমৰ নাটকত ৰাৱণৰ চৰিত্ৰ গুৰুগম্ভীৰকৈ ব্যক্ত কৰা নহয়। এওঁলোকৰ মতে ৰাৱণৰ চৰিত্ৰটো এটা টুলঙা চৰিত্ৰ, ইয়াত গাম্ভীৰ্য্যৰ অৱকাশ নাই। ৰাৱণৰ চৰিত্ৰ প্ৰকাশৰ জৰীয়তে হাস্যৰসহে যোগান ধৰা হয়।

কেম্বোডিয়ানসকলে নিজকে “খেমৰ” বুলি কয়। আনে এওঁলোকক “কাম্বুজ” বোলে। “কাম্বুজ” বোলা আলোচনীখনৰ কথা আগতে কৈছোঁ। এওঁলোকৰ কাম্বু নামেৰে এগৰাকী পৌৰাণিক নৃপতি আছিল। এই নৃপতি-জনাৰ বৰ্ণৰ মানুহ কাৰণেই এই সকলক ‘কাম্বুজ’ বোলা হয়। এটা কথা সঁচা ঃ ইতিহাসৰ স্তৰে স্তৰে এওঁলোক ভাৰতীয় সাংস্কৃতিৰ অনুপ্ৰেৰণাৰ দ্বাৰাই সমৃদ্ধ হয়। সুকুমাৰ কলাৰো অনুপ্ৰেৰণা আদিতে এওঁলোক ভাৰতৰ পৰাই পায়। সেইবুলি যিমান দেখিলোঁ, এওঁলোকৰ স্থাপত্য বা ভাস্কৰ্য্য যে সম্পূৰ্ণৰূপে ভাৰতীয় আদৰ্শৰ নিদৰ্শন, সেইষাৰ কথা সঁচা নহয়। নিজস্ব আদৰ্শৰ জৰীয়তে খেমৰ পৰিপুষ্ট হৈ নুঠাকৈ থকা নাই। সেইবুলি কোনো কোনো ক্ষেত্ৰত ভাৰতীয় আদৰ্শ যে পৰিপুষ্ট নোহোৱাকৈ আছে, সেইষাৰ কথাও শুদ্ধ নহয়।

বিয়া বস্তুটোক গুৰুত্বৰ চকুৰে কেতিয়াও মই চোৱা নাই। ল'ৰা এটাৰ কাৰণে ছোৱালী এজনী পোৱাটো বা ছোৱালী এজনীৰ কাৰণে ল'ৰা এটা পোৱাটো একো ডাঙৰ কথা নহয়। খেমৰসকলৰ বিয়াৰ এটা ধুনীয়া প্ৰথা আছে। সেই কাৰণেই এই বিষয়ে সামান্যভাৱে উল্লেখ কৰিব খুজিছোঁ। আমাৰ আঙঠি পিন্ধোৱা আৰু জোৰোণ পিন্ধোৱা,—এই দুয়োটা বস্তু তেওঁ-লোকৰ একেলগে হয়। জোৰোণৰ দিনা আচল বস্তু হৈছে দৰাৰ ঘৰৰ পৰা কইনাৰ ঘৰলৈ প্ৰেৰণ কৰা গুৱাপাণ। এওঁলোকৰ জোৰোণক গুৱাপাণ উৎসৱ বুলিব পাৰি। এই উৎসৱত দৰাঘৰে কইনা ঘৰক এশ এটা তামোল আৰু এশ খিলা পাণ উপহাৰ দিয়ে। তামোলতকৈ পাণ এখিলা কম। কইনা ঘৰত সমবেত হোৱা দৰাঘৰ, কইনাঘৰ, উভয় ঘৰৰে মানুহে সেলেঁঙি লগাই তামোল খায়। তামোল আমাৰ অসমীয়াৰ দৰেই খেমৰ সভ্যতাৰ মূল সম্পদ। খেমৰসকল অষ্ট্ৰিকগোষ্ঠীৰ মানুহ। এই সকলৰ জৰীয়তে আমাৰ অসমতো তামোলে জনপ্ৰিয়তা লাভ কৰে। খেমৰ আৰু আমাৰ মাজত এইটোৱে ঘাই যোগসূত্ৰ। তামোলৰ উপৰিও, বিয়াঘৰত এওঁলোকৰ লাওপানী আদিৰো বিশেষভাৱে যোগান ধৰা হয়; তথাপি মুখ্যবস্তু হৈছে তামোল-পাণহে। তামোল খাই সেলেঁঙি লগোৱাৰ পিছত দৰাক কইনা দেখুওৱা হয়। চাৰি চকুৰ মিলন হয়। তাৰ পিচত এদিন বিয়া হয়। ইয়াৰ বিয়াত বস্তু উপহাৰ দিয়া নিয়ম নাই। কোনোবাই যদি দিব খোজে, নগদ টকা দিব পাৰে।

হিন্দুৰ বৰ্ণ বিভাগৰ জৰীয়তে উৎপত্তি লাভ কৰা যি স্বাভাৱিক নিষ্ঠুৰতা, জন্মান্তৰবাদৰ বিশ্বাসে সেই নিষ্ঠুৰতাক বহুদূৰ মাৰ্জিত কৰিছিল। ঠিক এনে এক পটভূমিতে বুদ্ধদেৱৰ আৱিৰ্ভাৱ হৈছিল। বৌদ্ধ দৰ্শন আৰু চিন্তাধাৰাই খৃষ্টাব্দ সপ্তম শতিকাত চিন্তাস্ৰোতৰ নতুন এক প্লাৱন সৃষ্টি কৰিছিল। সকলো তত্ত্বকথাৰ মূল মৰ্ম্ম হৈছে নিৰ্বাণ-প্ৰাপ্তি, প্ৰায় দ্বাদশ শতিকা জুৰি বৌদ্ধ ধৰ্মৰ প্ৰাদুৰ্ভাৱ অদমনীয় হৈ আছিল যদিও অষ্টম শতিকাৰ পৰা বিশেষকৈ ভাৰতত বৌদ্ধ ধৰ্ম্ম পতনমুখী হবলৈ ধৰে। হিন্দুৰ ত্ৰিমূৰ্ত্তিৰ ভিতৰত ব্ৰহ্মাৰ স্থান জনসাধাৰণৰ পৰা আঁতৰত। এনে এজন

দেৱতাব অৱস্থিতিৰ কথা জানে যদিও জনসাধাৰণ এই বিষয়ে অনাসক্ত। বাকী দুজন বিষ্ণু অৰু শিৱ, উভয়েই জনপ্ৰিয়। বেদত শিৱৰ উল্লেখ নাই, ৰুদ্ৰৰহে উল্লেখ আছে। এই ৰুদ্ৰই শিৱ। এই বিষয়ে বহলাই আৰু লেখিব খোজা নাই। বিষ্ণুৰ মন্দিৰত শিৱৰ স্থান নাই। শিৱৰ মন্দিৰত বিষ্ণুৰে স্থান নোপোৱা নহয়। দক্ষিণ-পূব এছিয়াৰ এই অঞ্চলসমূহত শিৱৰ অৰ্দ্ধ নাৰীশ্বৰ ৰূপ বিশেষ জনপ্ৰিয় নহয়, হৰিহৰ ৰূপহে জনপ্ৰিয়। ঐৰাৱৎ আৰোহী ইন্দ্ৰদেৱ নাইবা ৰথ-আৰোহী সূৰ্য্যদেৱ, ইয়াৰ স্থাপত্য আৰ্হিত এইবোৰ শোভনীয় প্ৰতীক স্বৰূপেহে ব্যৱহৃত হয়।

কেম্বোডিয়া, লাওছ, টাইলেণ্ড, এনেবোৰ অঞ্চলত বুদ্ধৰ মূৰ্ত্তিসমূহ মণি মুক্তাৰে অলংকৃত কৰা হয়। ৰাজ-আভৰণৰে সজ্জিত কৰা হয়। ইয়াৰ গুৰিতে এটা আখ্যান আছে। বুদ্ধৰ শিষ্য এজনে এবাৰ এটা সপোন দেখি-ছিল। সেইয়া হৈছে বুদ্ধৰ বিশ্বৰূপ দৰ্শন, অৰ্থাৎ বিশ্ব-নৃপতিৰ ৰূপ দৰ্শন। বুদ্ধৰ অমিতাভ ৰূপ ধ্যানস্থ ৰূপত প্ৰতিফলিত কৰা হয়।......

আধুনিক কেম্বোডীয় স্থাপত্যত প্ৰাচীন পেগোদা আৰ্হিৰ প্ৰাদুৰ্ভাৱ অধিক। শিখৰ ভাগ অপূৰ্ব্ব কাৰুকাৰ্য্যৰ সমাবেশ। ৰাজ-প্ৰাসাদ, নেশ্যনেল এছেম্বলী ভৱন, কেইবাটাও মন্ত্ৰণালয়ৰ প্ৰাসাদ ক্লাছিকেল স্থাপত্য পদ্ধতিৰে নিৰ্মিত। এই স্থাপত্য আৰ্হিৰ বিষয়ে ডব্লিউ, জি, বুৰচেট্ বোলা পণ্ডিত এগৰাকীয়ে এনেদৰে মন্তব্য কৰিছেঃ "It is a style which gives an impression of lightness and optimism, as different as day and night from the gloomy, depressing churches built in Phnom Penh by Catholic missionaries".

ছিয়েম্ৰীপ চহৰৰ পৰা প্ৰাচীন ৰাজধানী আঙ্কোৰ সৰহ দূৰ নহয়। নংপেন চহৰৰ পৰা ছিয়েমৰীপ চহৰলৈ যাবলৈ কেম্বোডীয় চৰকাৰে আমাক আছুতীয়াকৈ এখন আকাশীযান দিছিল। পুৱাই আহি পালোঁহি। আহিয়েই আমি বেয়ন নামৰ ঠাইলৈ গলোঁ, পুৰাণ মন্দিৰৰ ভগ্নাৱশেষ চাবলৈ। দ্বাদশ শতিকাত যশোবৰ্মণ নামৰ ৰজা এজনে মন্দিৰটো নিৰ্মাণ কৰাইছিল। ইয়াত নাগ-মূৰ্ত্তিৰ উপৰিও শিলত খোদিত ত্ৰিমূৰ্ত্তিৰ নিদৰ্শনো দেখিছিলোঁ। যুদ্ধ-বিগ্ৰহৰো শিলত অঙ্কিত বহু চিত্ৰ আছে। চিত্ৰবোৰৰ মাজত মৎস চিত্ৰ ভালে-মান আছে। মৎস প্ৰজনন শক্তিৰ প্ৰতীক। দেশখনত মাছৰ প্ৰাদুৰ্ভাৱ সৰহ। গতিকে শিলত খোদিত মৎস চিত্ৰৰ প্ৰাদুৰ্ভাৱৰ কাৰণ এইটোৱেই বুলি কোনো কোনোৱে কয়। মই ভাবোঁ, ইয়াৰ প্ৰতীকী অৰ্থ এটা নথকা নহয়। যুদ্ধ-বিগ্ৰহ, আত্মৰক্ষাৰ কাৰণে জনসংখ্যাৰ প্ৰয়োজন। মৎস বৃদ্ধিৰ প্ৰতীক।

দুপৰীয়া খাই বৈ উঠি আঙ্কোৰ মন্দিৰৰ ভগ্নাৱশেষ চাবলৈ গলোঁ। যিমানেই বৰ্ণনা শক্তি প্ৰয়োগ কৰা নহওক লাগিলে, আঙ্কোৰৰ সৌন্দৰ্য্য-ৰাশিৰ যি প্ৰকৃত চিত্ৰপট, সেই চিত্ৰপট প্ৰকাশ কৰাটো অসম্ভৱ। পেৰিছ চহৰৰ অতুলনীয় চিত্ৰশালা লুভ্ৰৰ বিষয়ে তাহানি "সাগৰ দেখিছে" ভ্ৰমণ-বৃত্তান্তত "নিশ্বাস বন্ধ হৈ যায়" বুলি লেখিছিলোঁ। আঙ্কোৰত মানুহৰ মন তন্ময় হৈ যায়। আজি বহু বছৰৰ পূৰ্বে "ইলাষ্ট্ৰেটেড উইক্‌লী" বোলা

আলোচনীখনত আঙ্কোৰ মন্দিৰৰ বিষয়ে প্ৰবন্ধ এটা পঢ়িছিলোঁ। তেতিয়াৰ পৰাই আঙ্কোৰ মোৰ প্ৰাণত এক ৰহস্যময় স্বপ্ন হৈ আছিল। কি অসম্ভৱ বস্তু। ই জানো মানুহৰ হাতৰ সৃষ্টি? আঙ্কোৰ দেৱ মন্দিৰ। মন্দিৰটো চাই যাওঁতে ৰাছ্‌কীনৰ এফাঁকি কথা মনত পৰিছিলঃ"All great art is the expression of man's delight in the worth of God"

এইটো জানো মানুহৰ হাতৰ সৃষ্টি? এইটো মোৰ অন্তৰৰ প্ৰশ্নই নহয়, বহুতৰে প্ৰাণৰ প্ৰশ্ন। প্ৰশ্নটোৰ উত্তৰ স্বৰূপে এটা জন-কাহিনী এই-খিনিতে উল্লেখ কৰিব খুজিছোঁ। অতীজত এজন সৰ্বগুণবিশিষ্ট ৰাজকোঁৱৰ আছিল। কেৱল গুণৰ ফালৰ পৰাই নহয়, ৰূপৰ ফালৰ পৰাও কোঁৱৰজন অতুলনীয় আছিল। ৰূপ আৰু গুণত মুগ্ধ হৈ দেৱৰাজ ইন্দ্ৰই কোঁৱৰক নিজৰ বাসস্থান মেৰু পৰ্বতলৈ লৈ গল। তাত তেওঁক এটা অতি-শোভনীয় ৰাজ-প্ৰাসাদ সাজি থাকিবলৈ দিলে। এনেদৰে কিছুকাল অতিবাহিত হোৱাৰ পিছত স্বৰ্গৰ গন্ধৰ্ব আৰু অপস্বৰীসকলে অভিযোগ উত্থাপন কৰিলে—ৰাজকোঁৱৰৰ গাটো 'মানুহ' 'মানুহ' গোন্ধাই থাকে। দেৱতাৰ সমাজত নৰমনিষৰ স্থান হ'ব নোৱাৰে। ইত্যাদি। দেৱতাৰ এই বৰ্ণ বিদ্বেষ ইমান তীব্ৰ হ'ল যে অৱশেষত ইন্দ্ৰৰ উপায় নোহোৱা হ'ল। স্বৰ্গ পৰিত্যাগ কৰি মৰ্ত্ত্যলোকলৈ প্ৰত্যাৱৰ্ত্তন কৰিবলৈ কোঁৱৰক এদিন দেৱৰাজে কৰ লগা হ'ল। স্বৰ্গৰ ৰাজ-প্ৰাসাদৰ আকৰ্ষণ আৰু দেৱ-কিন্নৰীসকলৰ সান্নিধ্যই কোঁৱৰক এনেকৈ মুগ্ধ কৰিছিল যে তেওঁ মৰ্ত্ত্যলোকলৈ প্ৰত্যাৱৰ্ত্তন কৰিবলৈ অমত হ'ল। স্বৰ্গত থাকিবলৈ অনুমতি দিবলৈ দেৱৰাজ ইন্দ্ৰক তেওঁ বৰকৈ প্ৰাৰ্থনা জনালে। দেৱতাসকলক অসন্তুষ্ট কৰি নৰমনিষ এজনক স্বৰ্গত থাকিবলৈ দিয়াটো ইন্দ্ৰৰ কাৰণে অসম্ভৱ কথা। উপায়ন্তৰ হৈ দেৱৰাজে প্ৰতিশ্ৰুতি দিলে ঃ "তুমি যোৱা। তোমাক মৰ্ত্ত্যলোকত ঠিক এনে ধৰণৰ ৰাজ-প্ৰাসাদ এটা দেৱ-শিল্পীসকলৰ হতুৱাই মই সজাই দিম।" যেনে প্ৰতিশ্ৰুতি, তেনে কাম। আঙ্কোৰ চহৰ আৰু প্ৰাসাদ, মন্দিৰ আৰু স্তম্ভসমূহ দেৱতাৰ হাতৰ সৃষ্টি, মানুহৰ নহয়। কেম্বোডিয়াত আজিও এইটো প্ৰচলিত জন-বিশ্বাস।

দ্বিতীয় জয়বৰ্মণ ৰজাৰ দিনত নৱম শতিকাৰ শেষৰ ভাগলৈ আঙ্কোৰত ৰাজ্যৰ ৰাজধানী প্ৰতিষ্ঠিত হয়। যি ধৰ্ম-ভাবৰ দ্বাৰাই অনুপ্ৰাণিত হৈ ইউৰোপত মানুহে কেথেড্ৰেলসমূহ সাজিছিল, সেই একে অনুপ্ৰেৰণাৰে আঙ্কোৰ ৰাজধানীত স্থাপত্য আৰু ভাস্কৰ্য্য কলাৰ উদ্ভৱ সাধন হৈছিল। যাই অনুপ্ৰেৰণা ভাৰতৰ পৰা অহা যদিও ভালকৈ নিৰীক্ষণ কৰিলে খেমৰ ভাস্কৰ্য্যকলাৰ বিশেষত্ব ধৰা নপৰাকৈ নেথাকে। আঙ্কোৰলৈ আমাৰ লগত যোৱা কেম্বোডীয় চৰকাৰৰ কৰ্মচাৰী এজনে কৈছিল ঃ "But the Cambodian architects and sculptors expressed their belief in a new style with sandstone, laterite, brick and wood, they undertook a colosal work which rapidly freed itself from the influence of Indian artists in order to end in the apotheosis of Angkor Wat".

দুটা বিশিষ্ট কলাধাৰা, হিন্দু আৰু ইছলামীয়ৰ অপূৰ্ব সমন্বয় নিদৰ্শন হৈছে আমাৰ তাজমহল। এই একেদৰে আংকোৰ ৱটো হৈছে দুটা কলাধাৰাৰ বিশিষ্ট সমন্বয়, এটা হৈছে ভাৰতীয় আৰু আনটো হৈছে খেমৰজাতীয়। অতীজত মন্দিৰটো আগুৰি কিছুমান যাত্ৰী থাকিবলৈ সজা ঘৰ, লাইব্ৰেৰী, দোকান-পোহাৰ ইত্যাদিও গঢ়ি উঠিছিল। এইবোৰ সম্ভৱতঃ কাঠেৰে নিৰ্মাণ কৰা হৈছিল। কালৰ সোঁতত এইবোৰ উটি গৈছে। অনুমান কৰাৰ বাহিৰে উপায় নাই।

আংকোৰৰ সৰ্বোৎকৃষ্ট বস্তু হৈছে মন্দিৰটো। সাংস্কৃতিক আৰু ঐতিহাসিক ঐতিহ্যৰ পিনৰ পৰা ই অতুলনীয়। ওচৰৰ অৰণ্যমালাক পিছ পেলাই থৈ আকাশৰ বুকুলৈ উধাও হোৱা সেই পদুমকলি যেন তিনিটা বিৰাট স্তম্ভ—যি স্তম্ভ তিনিটাই আমাৰ সাৰনাথৰ সিংহ মুৰ্ত্তিয়ে যোগোৱাৰ দৰে বৰ্তমান কেম্বোডিয়াৰ জাতীয় পতাকাৰ আঁচনি যোগাইছে—যাৰ প্ৰতিবিম্ব ওচৰৰ বৰপুখুৰীটোৰ পানীত ছবি হৈ আছে। স্তম্ভ কেইটা একেৰাহে চাই থাকিলে তন্ময় হোৱাৰ বাহিৰে আন একো গত্যন্তৰ নাই। মোৰো সেই একে অৱস্থাই হৈছিল। এয়া তন্ময়তাৰ প্ৰাৰম্ভণহে। যিমানেই আগবাঢ়ি গৈছিলোঁ, সিমানেই অভিভূত হৈছিলোঁ। কেৱল আংকোৰেই নহয়, সমগ্ৰ কেম্বোডিয়া অসংখ্য ভাস্কৰ্য্য আৰু স্থাপত্য নিদৰ্শনৰ স্মৃতিচিহ্নৰাশিৰে উদ্ভৈনদী হৈ আছে। শিলৰ মন্দিৰবোৰ হৈছে দেৱতাৰ আলয়। সৰ্বসাধাৰণ মানুহৰ, আনকি নৃপতিসকলৰ বাসভৱন সমূহো আছিল কাঠ নাইবা খেৰ-বাঁহেৰে নিৰ্মিত। আংকোৰ ভগ্নাৱশেষৰ দেৱালত প্ৰাচীন ঐতিহ্যৰ স্মৃতি-তৰঙ্গ স্বৰূপে খোদিত চিত্ৰ আজিও সংৰক্ষিত হৈ আছে।

বুৰঞ্জীৰ পম খেদি চালে দেখা যায়, প্ৰাচীন খেমৰ ৰাজ্যৰ ৰাজধানী স্বৰূপে আংকোৰ নৱম শতিকাৰ আগভাগত স্থাপিত হয়। ইয়াৰ পূৰ্বৱৰ্ত্তী যুগৰ বুৰঞ্জীৰ সন্ধান পোৱা টান। আংকোৰৰ ভগ্নাৱশেষত খোদিত সংস্কৃত শ্লোক আৰু চীনা পৰিব্ৰাজকৰ ভ্ৰমণ-সাহিত্যৰ পৰা অতীত বুৰঞ্জীৰ বিষয়ে কিছুদূৰ সম্ভেদ উদ্ধাৰ কৰিব পাৰিলেও, ই কিমানদূৰ সত্য, সেইষাৰ কথা ঠাবৰ কৰা সহজ নহয়। কোনো কোনো পণ্ডিতে এই সমলসমূহৰ পৰাই অভিমত দিয়ে, খৃষ্টীয় প্ৰথম আৰু ষষ্ঠ শতিকাৰ মধ্যৱৰ্ত্তী কালছোৱাৰ ভিতৰত বৰ্তমান কেম্বোডিয়াৰ দক্ষিণ অঞ্চলত হিন্দু সাম্ৰাজ্য এখন গঢ়ি উঠিছিল। তেওঁলোকৰ ভ্ৰমণ সাহিত্যত চীনা পৰিব্ৰাজকসকলে এই ৰাজ্যখনক ফাও-নান্ নামেৰে অভিহিত কৰিছে।

বৰ্তমান কেম্বোডিয়াৰ উত্তৰ অঞ্চলত কাম্বুজ নামেৰে জাতি এটা বাস কৰিছিল। কাম্বুজৰ কথা ওপৰত উল্লেখ কৰা হৈছে। কাম্বুজ ফাও-নান হিন্দু ৰাজ্যৰ বহতীয়া ৰাজ্য আছিল বুলি বুৰঞ্জীয়ে কয়। ষষ্ঠ শতিকাৰ মাজভাগত কাম্বুজ ৰাজ্যৰ বহতীয়া নৃপতি গৰাকীয়ে ফাও-নান ৰাজ্যৰ বশ্যতা স্বীকাৰ কৰিবলৈ অস্বীকাৰ কৰিছিল। কাম্বুজ ৰাজ্যৰ স্বতন্ত্ৰতা তেওঁ ঘোষণা কৰিছিল। ইয়াৰ কেইশতিকামানৰ পিছত কাম্বুজ ৰাজ্যৰ

উত্তৰাধিকাৰীসকলে দক্ষিণাঞ্চলৰ হিন্দু ৰাজ্য ফাও-নান অধিকাৰ কৰে। কাম্বুজ ৰাজ্যৰ সীমা এনেদৰেই বৰ্ধিত কৰা হয়। ইয়াৰ পিছৰছোৱা অন্তৰ্দ্বন্দ্বৰ কাল। দেশখন ডোখৰ ডোখৰ হয়। ইয়াৰ পৰিণতি স্বৰূপে ৰাজ্যৰ এছোৱা যাভা ৰাজ্যৰ অন্তৰ্ভুক্ত হয়। অষ্টম শতিকাৰ শেষভাগত যাভাৰ পৰা পূৰ্বৰ কাম্বুজৰ ৰাজকোঁৱৰ এজন অতি কৌশলেৰে প্ৰত্যাবৰ্তন কৰে। এওঁৰ চেষ্টাতে কাম্বুজ ৰাজ্য পূৰ্বৰ ভেটিত আকৌ প্ৰতিষ্ঠিত কৰা হয়। এইজন ৰাজ-কোঁৱৰক যাভালৈ বন্দী কৰি নিয়া হৈছিল। সিংহাসনত আৰোহণ কৰি ৰাজকোঁৱৰে নাম লৈছিল দ্বিতীয় জয়বৰ্মণ। কাম্বুজ ৰাজ্য দুনাই স্বাধীন হ'ল। যাভাৰ সৈতে সম্বন্ধ ছেদ হ'ল। বৰ্তমানৰ আংকোৰ চহৰৰ নিকটবৰ্ত্তী অঞ্চলত এইজনা নৃপতিয়ে কাম্বুজ ৰাজ্যৰ ৰাজধানী স্থাপন কৰে।

ইয়াৰ পিছত পঞ্চদশ শতিকাৰ মাজভাগলৈকে এজনৰ পিছত এজনকৈ প্ৰত্যেক গৰাকী নৃপতিয়ে কাম্বুজ-ৰাজ্যৰ ৰাজধানী স্থানান্তৰিত নকৰাকৈ একেঠাইতে নিগাজীকৈ ৰাখে। বৰ্তমান আংকোৰৰ ৰাছকৱনীয়া সম্পদৰাশি নৱম শতিকাৰ পৰা আৰম্ভ কৰি ত্ৰয়োদশ শতিকা পৰ্য্যন্ত, এই কালছোৱাৰ স্মৃতিস্তম্ভ।

ওপৰত উল্লেখ কৰা স্তম্ভ কেইটা মেৰু পৰ্বতৰ প্ৰতীক। পৌৰাণিক হিন্দু আৰু বৌদ্ধ আখ্যানৰ মতে মেৰু পৰ্বত হৈছে দেৱতাসকলৰ আলয় । বিশ্বৰ কেন্দ্ৰ থলী। স্তম্ভ কেইটাৰ পৰা অলপ আগবাঢ়ি আহিলেই চকুত পৰে আংকোৰৰ আটকধুনীয়া মন্দিৰটো। ইয়াৰ কাৰুকাৰ্য্য, বিশালতা আৰু সংগঠন পদ্ধতিৰ ভাৱসাম্য। মুছলীম যুগৰ ভৰাতীয় ভাস্কৰ্য্যৰ সম্পদ হৈছে সমন্বয়, হিন্দুৰ উদ্দীপনা আৰু মুছলীমৰ কঠোৰতা। এয়া মোৰ মত নহয়; আনাৰ পণ্ডিতসকলৰ মত। আচলতে আংকোৰ হৈছে হিন্দু মন্দিৰ। অৱশেষত ই বৌদ্ধ মন্দিৰলৈ ৰূপান্তৰিত হয়। প্ৰাচীন হিন্দুৰ স্বপ্ন আৰু বীৰ্য্য ইয়াৰ প্ৰতিছটা শিলতে মূৰ্ত্তিমন্ত হৈ আছে। আংকোৰৰ মন্দিৰ পোন্ধৰ শ গজ দীঘল আৰু তেৰশ গজ বহল বেদী এখনৰ ওপৰত প্ৰতিষ্ঠিত। ইয়ালৈ সোমাই যোৱা বাটটো অতি চমৎকাৰ, বৰ বহল। শিলেৰে তৈয়াৰী। দাঁতিত স্তম্ভৰ আকৃতিৰ এলানী প্ৰাসাদ। শিলৰ পথটোৰ পৃষ্ঠভূমিৰ বিজনিত এই প্ৰাসাদ-সমূহৰ এটা দুশ ফুট ওখ। পেৰিছত আজি কেইবছৰমান আগতে ন'টাৰ্‌ৰ ডেম কেথেড্ৰেলটো দেখা মনত পৰিছে। ইয়ো ওখই দুশ ফুট। এই কেথে-ড্ৰেলটো এইবাৰো পেৰিছলৈ যাওঁতে চাই আহিছোঁ।

আংকোৰ মন্দিৰৰ ঘাই অংশটো বেৰি আঠশ গজৰ শিলত অংকিত এখন চিত্ৰাৱলী আছে। এফালৰ পৰা চিত্ৰবোৰ চাই যাওঁতে ভাগৰ লাগি গৈছিল, মনৰ নহয়, দেহাৰ। এই ছবিবোৰ মহাভাৰত, ৰামায়ণৰ সচিত্ৰ প্ৰকাশ। বং আৰু ৰেখাৰে এইবোৰত প্ৰাচীন এক ঐতিহ্য জীৱন্ত কৰি তোলা হৈছে । প্ৰাসাদবোৰৰ মাজত সংযোগথলী স্বৰূপে একোখন পকী চোতাল, কিছুমান খটখাট আৰু বিশিষ্ট ধৰণৰ কিছুমান গেলেৰী আছে। এইবোৰৰ মাজে

মাজে একোটা দিশৰ পৰা আন এটা দিশ ছুই যোৱাকৈ শিলেৰে নির্মিত কিছুমান বিৰাট নাগমূৰ্তি আছে। গোটেই ঠাইডোখৰ শিলেৰে খোদিত মূর্তিৰে সু-সজ্জিত। প্রত্যেক ছটা শিলেই একোটা ভাস্কর্য্য-চিত্রৰ বহু-মূলীয়া নিদর্শন। কোনো বিলাতী মাটি নাইবা তেনে ধৰণৰ আন পদার্থৰ সহায় নোলোৱাকৈ এই বিশাল মন্দিৰবোৰ কেনেকৈ নির্মাণ কৰা হৈছিল, কল্পনা কৰিবলৈ টান। আজিৰ কোনো কোনো কাৰিকৰী বিদ্যাৰ পণ্ডিতৰ মতে শিলবোৰ সংযোগ কৰাৰ উদ্দেশ্যেৰে সম্ভৱতঃ কিবা উদ্ভিদ জাতীয় পদার্থ ব্যৱহাৰ কৰা হৈছিল। ই যিহকে নহওক লাগিলে, এনেকৈ প্রত্যেক ছটা শিল ভাৰসাম্য ৰাখিব পৰাকৈ কেনেকৈ খোদিত হৈছে, সেইটোহে ভাবি চাব-লগীয়া কথা।

বহু ঠাই আগুৰি প্ৰায় ছশতকৈ অধিক আঙ্কোৰ মন্দিৰৰ ভগ্নাৱশেষ কেউপিনে সিঁচৰতি হৈ আছে। দ্বাদশ শতিকাৰ প্ৰাৰম্ভত আঙ্কোৰ ৱাট্ তৈয়াৰ কৰা হৈছিল। ভগ্নাৱশেষ সমূহৰ গাত খোদিত সংস্কৃত শ্লোকৰ উদ্ধাৰ আৰু ব্যাখ্যাই আৰু ১২৯৭ চনত আঙ্কোৰ পৰিভ্ৰমণ কৰা চীন পৰি-ৱ্ৰাজক চাও-টা-কোৱানৰ ভ্ৰমণ বৃত্তান্তৰ পৰা একেষাৰ কথা প্ৰতিপন্ন হয়, আঙ্কোৰ মন্দিৰ ৰজা দ্বিতীয় সূৰ্য্যবৰ্ম্মণৰ (১১১২-১১৮২) ৰাজত্বকালত নির্মিত বস্তু। আঙ্কোৰ খেমৰ জাতিৰ জীৱন্ত কীৰ্ত্তি-স্তম্ভ। ৱেয়নৰ মন্দিৰ প্ৰাচীন আঙ্কোৰ চহৰৰ সোঁমাজত অৱস্থিত; দ্বাদশ শতিকাৰ শেষ-ভাগত সপ্তম জয় বৰ্ম্মণৰ আমোলত ইয়াক নির্মাণ কৰা হৈছিল। ইয়াত পঞ্চচল্লিশ মিটাৰ ওখ এটা স্তম্ভ আছে। এই স্তম্ভটোৰ শিখৰত কেউদিশে মুখ কৰি থকা চাৰিটা অৱলোকিতেশ্বৰৰ মূৰ্ত্তি আছে।

আগতে কৈ অহা হৈছে আঙ্কোৰ ৱাট্ হিন্দু মন্দিৰ। পিছৰ কালত মন্দিৰটোৰ আহিঁৰ কোনো সালসলনি নকৰাকৈ বৌদ্ধ উপাসনা থলীলৈ ইয়াক ৰূপান্তৰিত কৰা হয়। আঙ্কোৰত ছিয়েমৰীপ অঞ্চলৰ গৱৰ্ণৰজনৰ আমি আলহী আছিলোঁ। ডেকা, বিনয়ী মানুহ। পুৱা, আবেলি, দুয়োবেলা ঐতিহাসিক ঠাইসমূহ পৰিদর্শন কৰিবলৈ যাওঁতে আমাৰ লগত তেওঁ কেই-জনমান বুৰঞ্জীৰ জ্ঞান থকা ৰাজ-কৰ্মচাৰী দিছিল। এইসকলে আমাক আঙ্কোৰ মন্দিৰত কেনেকৈ হিন্দু আৰু বৌদ্ধ ধৰ্ম্মই সহ-অৱস্থান কৰিছিল, সেই বিষয়ে তন্নতন্নকৈ কৈছিল। কেম্বোডীয়সকল সহনশীল জাতি। ৰাজ-নৈতিক ক্ষেত্ৰতে কেৱল নহয়, ধৰ্ম-ক্ষেত্ৰতো এওঁলোকৰ সহ-অৱস্থান স্বভাৱ-গত বস্তু। মন্দিৰত অসংখ্য বিষ্ণুৰ মূৰ্ত্তি আছে, সেইবোৰৰ কাষে কাষে অসংখ্য বুদ্ধৰ মূৰ্ত্তি আছে। বুদ্ধ বিষ্ণুৰ দশ অৱতাৰৰ এক। বৌদ্ধ ধৰ্ম্ম দেশৰ ঘাই ধৰ্ম্ম হোৱাৰ পিছতো হিন্দু ধৰ্ম্মৰ প্ৰতি মানুহ বিতৰাগ হোৱা নাছিল। এইটোৱেই হৈছে ডাঙৰ কথা।

আঙ্কোৰৰ ভগ্নাৱশেষৰ জলন্ত বৰ্ণনা বিশ্ব-বিশ্ৰুত ফৰাছী আৰ্কিয়'-লজিষ্ট হেনৰীমাৰ্শেৰ্লে সুন্দৰভাৱে দিছে। মানুহজনে এই ভগ্নাৱশেষবোৰৰ

মাজত গোটেই জীৱনটো কটাই দিলে। এওঁৰ 'অংকোৰ' (১৯৫৫) বোলা কিতাপখন পঢ়িছোঁ। বৰ টান পালোঁ। কিতাপখনৰ একেষাৰ সহজ উক্তি এইখিনিতে তুলি দিব খুজিছোঁ। কিতাপখনৰ ফৰাছী, ইংৰাজী, দুটা সংস্কৰণ আছে। দ্বিতীয়টো প্ৰথমটোৰ ভাঙনি। মাৰ্শেলে লেখিছে ঃ "বিস্তৃত প্ৰাঙ্গণ, আলি পদুলি, জলপ্ৰপাত আৰু সেউজীয়া ঘাঁহনিৰে সুসজ্জিত আংকোৰ ৱাট্ ভাৰ্ছাইৰ ৰাজপ্ৰাসাদৰ সৈতে ৰিজাব পাৰি। ইয়াৰ আহি অতি সৰল। কেন্দ্ৰস্থ মন্দিৰটোৰ পৰাই শিল্পীসকলৰ পৰিৱেশ সৃষ্টিৰ বিষয়ে থকা বুৎপত্তিৰ কথা বুজিব পাৰি। ......খটখটি বগাই ওপৰলৈ উঠি গৈ তলৰ মন্দিৰটোৰ বেদীলৈ লক্ষ্য কৰিলেই মানুহৰ মন বিকল হৈ যোৱাৰ সম্ভাৱনা। ইয়াৰ প্ৰভাৱ মনৰ স্তৰে স্তৰে ব্যাপ্ত হৈ পৰে। শিল্পীৰ কৌশলে গঠন-সামঞ্জস্য, ঐক্য আৰু ভাৱসাম্যৰ সৃষ্টি কৰি ইয়াকেই যেন উদ্রেক কৰিবলৈ যত্ন কৰিছে। আংকোৰ মন্দিৰৰ ক্ষেত্ৰত সুবিস্তৃত দেৱাল আৰু সুউচ্চ বেদীসমূহৰ জৰীয়তে এনে এক সামঞ্জস্যৰ সৃষ্টি কৰা হৈছে যে এনে সামঞ্জস্য পৃথিৱীৰ আৰু কতো পাবলৈ নাই।" ওপৰত উল্লেখ কৰা ভাৰ্ছাই ৰাজপ্ৰাসাদটো তাহানি তন্নতন্নকৈ চাই আহিছোঁ। এইবাৰো চাইছোঁ। ফৰাছীসকলে ইয়াক যদিও "পৃথিৱীৰ সৰ্বোৎকৃষ্ট ৰাজপ্ৰাসাদ" বুলি কয়, আংকোৰ ৱাটৰ যি প্ৰাচীনত্বৰ মোহৰে মানুহক চমক লগায়, সেই প্ৰাচীনত্বৰ পৰিচয় ভাৰ্ছাইৰ ৰাজপ্ৰাসাদত নাই।

আগতে কৈ অহা হৈছে, মন্দিৰৰ কেন্দ্ৰস্থ স্তম্ভকেইটা মেৰু পৰ্বতৰ প্ৰতীক। আংকোৰৰ ওচৰচুৰুৰীয়া মন্দিৰবোৰতো এই আহিকে প্ৰতিফলিত কৰা হৈছে। আন এঠাইত যাওঁৱাৰ পৰা প্ৰত্যাৱৰ্ত্তন কৰা জয়বৰ্মণ নৃপতিৰ কথা কোৱা হৈছে। নৃপতিৰ দৈৱিক উৎপত্তিৰ বিষয়ে এক নতুন ব্যাখ্যা এওঁ প্ৰচাৰ কৰে। ৰজা মৰ্ত্যলোকত বিষ্ণুৰ অৱতাৰ। ৰজাৰ দেহান্তৰ যেতিয়া হয়, তেওঁৰ আত্মা মেৰু পৰ্বতলৈ প্ৰত্যাৱৰ্ত্তন কৰে। জয়বৰ্মণ নৃপতিৰ মৃত্যুৰ পিছত তেওঁৰ আত্মাও মেৰু পৰ্বতলৈ প্ৰত্যাৱৰ্ত্তন কৰিব। স্মৃতিচিহ্নস্বৰূপে ৰজাৰ মৃত্যুৰ পিছত মন্দিৰৰ স্তম্ভ এটাত লিংগ এটা স্থাপন কৰা হয়। এওঁৰ যিসকল পৰৱৰ্ত্তী নৃপতি, সেইসকলেও একোটা মন্দিৰ সজাই কেন্দ্ৰস্থ স্তম্ভটোত লিংগ স্থাপনৰ দিহা কৰায়। আংকোৰৰ মন্দিৰসমূহৰ অন্তৰথলীত উপাসনা থলী স্থাপন কৰা হয়। দেখি অনুমান হ'ল, পুৰোহিতসকলৰ বাসস্থান মন্দিৰতেই আছিল। তলৰ বেদীৰ পৰা আৰম্ভ কৰি উচ্চতম শিখৰ পৰ্য্যন্ত প্ৰত্যেক ছটা শিল নানা কাৰুকাৰ্য্যৰে খচিত। সৰু এপাহ পদুম ফুলৰ পৰা আৰম্ভ কৰি নানান প্ৰতিমূৰ্তিলৈকে প্ৰত্যেকটো খোদিত বস্তু অতি উজ্জল আৰু স্পষ্ট।

বৌদ্ধ ধৰ্ম্মৰ প্ৰাদুৰ্ভাৱ বঢ়াৰ পূৰ্বে খেমৰ সকলৰ উপাসনাৰ ঘাই দেৱতা আছিল হৰিহৰ। হৰিহৰৰ যিবোৰ মূৰ্তি দেখিলোঁ, সমন্বয়ৰ সেইবোৰ অপূৰ্ব্ব নিদৰ্শন। অৰ্দ্ধেকত উজ্জ্বল হৈ আছে বিষ্ণুৰ ৰূপ আৰু অৰ্দ্ধেকত শিৱৰ ৰূপ। প্ৰথম সূৰ্য্য বৰ্মণ (১০০২-১০৪৯)

নৃপতিয়ে এটা মন্দিৰ সজায়। এই মন্দিৰটোত প্ৰতিফলিত হৈছিল হিন্দু আৰু বৌদ্ধ ধৰ্ম্মৰ সমন্বয়। সমন্বয় হৈছে কেম্বোডীয় জীৱনৰ হৃৎপিণ্ড।

বৌদ্ধধৰ্ম্ম হৈছে কোম্বোডিয়াত ৰাষ্ট্ৰই স্বীকৃতি দিয়া জাতীয় ধৰ্ম্ম। তথাপি নংপেনৰ ৰাজপ্ৰাসাদৰ কিছুমান উৎসৱ-উপাসনাৰ দায়িত্ব এতিয়াও ন্যস্ত হৈছে ব্ৰাহ্মণ পুৰোহিত বৰ্গৰ ওপৰত। মন্দিৰৰ গাত অংকিত ছবি আৰু খোদিত মূৰ্তিবোৰ যে কি চমৎকাৰ সৃষ্টি নেদেখিলে ধাৰিব নোৱাৰি। এইবোৰ আজি হেজাৰ বছৰৰ পূৰ্ব্বৰ চিত্ৰকলা আৰু স্থাপত্যকলাৰ নিদৰ্শন, তথাপি ইমান জীৱন্ত আৰু প্ৰাণ-চঞ্চল যে দেখিলে তন্ময় নহৈ উপায় নাই। দুটা দৃশ্য এতিয়াও মোৰ মনত আছেঃ এটা সীতা-হৰণ দৃশ্য, আনটো সমুদ্ৰ-মন্থন দৃশ্য। শ শ গজ বিস্তৃত হৈ থকা এই দৃশ্যসমূহ সৌন্দৰ্য্য আৰু সৌষ্ঠৱৰ ফালেৰে পৰা অতুলনীয়।

পৌৰাণিক আখ্যানৰ বাহিৰেও ইয়াত সন্নিবিষ্ট হৈ আছে যুদ্ধ-বিগ্ৰহৰ কিছুমান বুৰঞ্জীমূলক দৃশ্য—অতীজত চম্পা ৰজাই আঙ্কোৰ ৰাজ্যৰ বিপক্ষে অনুষ্ঠিত কৰা আক্ৰমণৰ দৃশ্যৰাশি। চম্পাৰাজ্য আজিৰ দক্ষিণ ভিয়েটনামত আছিল। চম্পাৰাজ্যৰ ৰজাই মেকং নৈয়েদি উজাই আহি কেইবাৰাৰো আঙ্কোৰ ৰাজ্য আক্ৰমণ কৰিছিল। এইয়া আছিল নৌ-বাহিনীৰ যুদ্ধ। এই যুদ্ধসমূহৰ অপূৰ্ব্ব প্ৰকাশ এই ভগ্নাৱশেষবোৰৰ শিলত, ঘাইকৈ বেয়নৰ—এতিয়াও জীৱন্ত হৈ আছে। অতীজৰ প্ৰতাপী চম্পাৰাজ্যৰ বৰ্তমান কোনো চিন-মোকাম নাই। চম্পাৰাজ্যৰ বংশধৰসকল দক্ষিণ ভিয়েটনাম আৰু কেম্বো-ডিয়াৰ কোনো কোনো অঞ্চলত অৰণ্যে এতিয়াও সিঁচৰিত হৈ আছে। এওঁলোক দুয়োখন দেশতে সংখ্যালঘু সম্প্ৰদায়ৰ মানুহ। ......যুদ্ধৰ অতিবাস্তৱ এই চিত্ৰসমূহে মোগলৰ বিপক্ষে লাচিতৰ নৌ-যুদ্ধৰ কল্পনা সহজতে মনলৈ আনে। দুখৰ বিষয়, সেই যুদ্ধক আমি চিত্ৰৰূপ দিব নোৱাৰিলো; খেমৰসকলে দিছে।

শিলত খোদিত ৰামায়ণৰ পৰা গ্ৰহণ কৰা বিষয়বস্তুৰ চিত্ৰসমূহৰ ভিতৰত হনুমানৰ বান্দৰ-সেনাৰ প্ৰাদুৰ্ভাৱ সৰহ যেন লাগিল। শিলত খোদিত বান্দৰ সেনাৰ কৌশল আৰু বলবীৰ্য্যৰ ছবিবোৰ চাই আছোঁ, এনেতে গছৰ ডালত দেখিলোঁ এজাক জীৱন্ত বান্দৰে খক্‌খকাইছে। য'তেই মন্দিৰ, ততেই বান্দৰ। বান্দৰজাকে খক্‌খকাই আমাক কি কৈছিল বুজিব পৰা নাছিলোঁ। সম্ভৱতঃ কৈছিলঃ "হেৰা, নকল বান্দৰ চাব লাগিছে কেলেই ? আমাক চোঁৱা, আমি আচল বান্দৰ।" দেৱ-মূৰ্তিসমূহৰ ভিতৰত অধিক জনপ্ৰিয় যেন লাগিল গণেশৰ মূৰ্তি। কিয় ? সম্ভৱতঃ হাতীৰ শুৰডাল থকাৰ বাবে। যিখন দেশৰ অৰণ্যত জাকে জাকে হাতী, যিখন দেশৰ অৰ্থনীতিত হাতীৰ এটা বিশিষ্ট স্থান আছে, সেইখন দেশৰ জনসাধাৰণৰ চকুত হাতীৰ শুৰ সম্বলিত দেৱতা এজনৰ জনপ্ৰিয়তা অধিক হোৱাটো একো আচৰিত নহয় ।

ইয়াৰ উপৰিও, হিন্দু মন্দিৰেই হওক বা বৌদ্ধ মন্দিৰেই হওক, নাগ-দেৱতাৰ প্ৰাদুৰ্ভাৱ অধিক। এই বিষয়ে অন্য ঠাইত উল্লেখ কৰিছোঁ। বুদ্ধৰ জনপ্ৰিয় মূৰ্তিসমূহৰ ভিতৰত এটা বিশেষ ভঙ্গিমাৰ মূৰ্তিয়ে অধিক ভাৱে সাধাৰণৰ দৃষ্টি আকৰ্ষণ কৰে। সেইটো হৈছে সৰ্পৰ বেদীৰ ওপৰত বুদ্ধৰ অৱস্থান; মূৰৰ ওপৰত সৰ্প-ফণাৰ ছত্ৰ। এই বিষয়ে এটা লোক-কাহিনী আছে। বুদ্ধ ধ্যানস্থ অৱস্থাত। এনেতে বতাহ বৰষুণ আহিল। বৰষুণ-প্লাবনত ধ্যানস্থ বুদ্ধ উটি যাওঁ যাওঁ অৱস্থা। এই অৱস্থা দেখি সাপ এটা থিৰেৰে থাকিব নোৱাৰিলে। সি লবালৰিকৈ কুণ্ডলী পকাই নিজৰ দেহাৰেই এখন আসন পাতিলে। তাত আনি ধ্যানস্থ বুদ্ধক উপৰিষ্ট কৰালে। মূৰৰ ওপৰত ছত্ৰসদৃশ্য ফণা মেলি ধৰিলে। এইটোৰেই হৈছে এনে তৰহৰ বুদ্ধ মূৰ্তি সম্বন্ধে খেমৰসকলৰ মূল অনুপ্ৰেৰণা। নাগ হৈছে জলাশয়ৰ দেৱতা; আমাৰ কালীয় দমনৰ কথা কোনে নেজানে ? কেম্বোডিয়াৰ নিচিনা নদীমাতৃক দেশ এখনত নাগদেৱতাৰ জনপ্ৰিয়তা স্বাভাৱিক কথা।

যিদিনা আমি আঙ্কোৰ মন্দিৰ চাবলৈ গৈছিলো, সেইটো আছিল পূৰ্ণিমা ৰাতি। আমাৰ কাৰণে মন্দিৰৰ প্ৰৱেশ প্ৰাঙ্গনত কেম্বোডিয়া চৰকাৰে জা-জলপানৰ ব্যৱস্থা কৰিছিল। আমি কিবাকিবি খাইছোঁ। আড্ডা দিছোঁ। আমাৰ ওচৰতে বহা এগৰাকীয়ে গান গাবলৈ ধৰিলে। গীতৰ সুৰ-প্লাৱনে আমাৰ অন্তৰ থৌকি-বাথৌ কৰিলে। এনেতে জোনটো ধীৰে ধীৰে ওলাই আহিল বিশাল মন্দিৰটোৰ ওপৰেদি। আমাৰ দাঁতিৰ এন্ধাৰ হৈ থকা ঠাই-ডোখৰ ৰূপ যেন পোহৰ হ'ল। কি অপূৰ্ব ! মন্দিৰ যেন বিশাল, জোনে দিয়া ৰূপৰ পোহৰো তেনেদৰে গভীৰ। "Music, moonlight and melancholy' সঙ্গীত, জোনাক আৰু বেদনা—এই তিনিওটা বস্তুৰ সমাৱেশে মনটোক কিবা এক মাদকতা দিয়ে। আমাৰ কেউঁপিনৰ পৰিৱেশত "সঙ্গীত আৰু জোনাক" আছিল, 'বেদনা' নাছিল। বেদনাৰ পৰিৱৰ্ত্তে আছিল তন্ময়তা, জীৱন-প্ৰাচুৰ্য্যৰ কিবা এক অসাধাৰণ মাদকতা। এনে এক পৰিৱেশৰ সন্মোহনৰ বশৱৰ্ত্তী হৈয়েই কবি কীট্‌ছে সম্ভৱতঃ কৈছিলঃ

> "To cease upon the midnight with no pain,
> While thou art pouring forth thy soul abroad
> In such an ecstasy !"

আমাৰ কাৰণে তেতিয়া "মাজনিশা" নাছিল, সন্ধ্যাহে। আমাক গান গাই শুনোৱা গৰাকী কোকিলকণ্ঠী আছিল যদিও চৰাই নহয়। গীতৰ মাধুৰ্য্য অৱশ্যে নাইটিংগেলজাতীয়। আঙ্কোৰৰ এই প্ৰস্তৰসমূহত, কবিৰ ভাষাতে কব পাৰি, "শিলে শিলে শেৱালিৰ লাৱণ্য বাগৰে।"

বৰ্তমান আঙ্কোৰ হৈছে কেম্বোডীয় শিল্পীসকলৰ অনুপ্ৰেৰণাৰ থলী। নৃত্যকলাৰ কথা কওঁতে এইষাৰ কথাৰ উল্লেখ কৰিছোঁ। কেৱল নৃত্য-শিল্পী সকলেই নহয়, পৃথিৱী বিখ্যাত নংপেনৰ ৰূপৰ বনকৰা পাত্ৰাদি কৰা শিল্পী

সকলাবো আঙ্কোব আহি´। হাতীদাঁতৰ কাম কৰা শিল্পীব, কাঠৰ কাম কৰা শিল্পীৰ, মাৰ্বলৰ কাম কৰা শিল্পীব, সকলো শিল্পীৰে অনুপ্ৰেৰণাৰ থলী হৈছে আঙ্কোৰ। প্ৰাচীন কালত ব্যৱহৃত বাদ্যযন্ত্ৰসমূহৰো আজি আঙ্কোৰৰ বুকুৰ পৰা আনাকি পুনৰুদ্ধাৰ কৰা হৈছে। ক'ৰবাত ইংৰাজী প্ৰবন্ধ এটাত এবাৰ লেখিছিলোঁঃ "অতীতৰ নিজস্ব সৌষ্ঠৱ আছে, বৰ্তমানৰ গতি-চঞ্চলতা আছে আৰু ভবিষ্যতে আমাক হাতবাউল দি মাতিছে— এই তিনিওটাৰ সমন্বয়েহে নতুন যুগক ৰূপ দিব পাৰিব।" কথাষাৰ কিমান সঁচা, কেম্বোডিয়াত নিজ চকুৰে দেখি আহিছোঁ। নেহৰুৱে একেষাৰ বৰ সুন্দৰ কথা কৈছিল ঃ

"Art and literature give greater insight into a nation's soul than the superficial activities of the multitude. They take us to a calm and serene thought which is not affected by the passions and prejudices of the moment." ......আঙ্কোৰে কেম্বোডিয়াৰ আত্মাৰ সংহাৰি দিয়ে, মানুহৰ মন উৰ্দ্ধতৰ স্তৰলৈ আজুৰি নিয়ে।

খেমৰ ৰাজ্যৰ ৰাজনৈতিক বুৰঞ্জীৰ বিষয়ে এতিয়া চমুকৈ কৈ কেম্বোডিয়াৰ পৰা বিদায় লব খুজিছোঁ। ৰাজ্যখনৰ বৌদ্ধধৰ্মী সম্ৰাট জয়বৰ্মণৰ অধীনত বিশেষভাবে উন্নতি হৈছিল। বৌদ্ধ ধৰ্ম্মৰ বাণী আকোৱালি লৈ এই-জনা নৃপতিয়ে, আমাৰ মহাৰাজ অশোকৰ দৰে, ৰাজ্যত আলিপদুলি সাজিছিল, গড় বুইছিল, পুখুৰী খন্দাইছিল, ঠায়ে ঠায়ে ৰাইজৰ কাৰণে চিকিৎসালয় পাতিছিল। সমগ্ৰ ৰাজ্য শিল্পী, নিৰ্মাতা, চিকিৎসক আদিৰে ভৰি পৰিছিল। ইয়াৰ বিজনিত উপনিবেশ স্থাপন কৰা ফৰাছী শাসনকৰ্ত্তাসকলে কৰিলে কি ? তেওঁলোকৰ আমোলত থলুৱা আৰ্কিটেক্ট এজন আৰু এজন ইঞ্জিনীয়াৰহে ওলাল। কেম্বোডিয়া ফৰাছীয়ে যেতিয়া পৰিত্যাগ কৰে, সেই সময়ত গোটেইখন দেশত মাথোন বাৰজন গ্ৰেজুৱেট। ফৰাছীসকলে কোনো বিশ্ববিদ্যালয় স্থাপন নকৰিলে, কলাবিদ্যা শিক্ষাৰ কাৰণে কোনো বিদ্যালয় স্থাপন নকৰিলে নাইবা কোনো পলিটেক্নিক অনুষ্ঠানো নেপাতিলে। এজন কেম্বোডীয় বন্ধুৱে একষাৰ সুন্দৰ কথা কৈছিল ঃ "সপ্তম জয়বৰ্মণ আছিল এজন সামন্তবাদী নৃপতি, তেওঁ মধ্যযুগত শাসন কৰিছিল। তেওঁৰ দিনৰ আৰু ত্ৰিশ বছৰৰ পিছৰ কুৰি শতিকাৰ ফৰাছীসকলৰ আমোলৰ অৱস্থা, দুয়োটা বিজাই চাওক। কি ভীষণ ব্যৱধান।" ফৰাছী শাসন এই অঞ্চলত আৰম্ভ হয় ১৮৯২ চনত।

এইখিনিতে আন এজন উন্নতমনা ৰাজকোঁৱৰৰ কথা কব খুজিছোঁ। এওঁৰ নাম হৈছে মণিৰথ। মণিৰথ কবি-শিল্পী আছিল। এওঁ ফৰাছী ভাষা আৰু সাহিত্য বঢ়িয়াকৈ জানিছিল। ৰাষ্ট্ৰনায়ক একোজন কবি-শিল্পী, সঙ্গীতজ্ঞ বা পণ্ডিত ব্যক্তি হোৱাৰ উদাহৰণ পৃথিৱীৰ বুৰঞ্জীত বৰ বিৰল নহয়। আধুনিক চীনৰ ৰাষ্ট্ৰনায়ক মাও ছে-টুং এজন কবি-শিল্পী। বসন্ত কালৰ বিষয়ে লেখা এইজনা ব্যক্তিৰ কবিতা এটা সাঁচি থৈছোঁ। মণিৰথ কোঁৱৰে

মেকং নৈব উদ্দেশ্যাৰে এটা কবিতা লেখিছিল। তবে একাংশ তৰ্জমা কৰি তলত উদ্ধৃত কৰিলোঁ ঃ

"এই মধুৰ মৰ্ত্ত্যলোকৰ পৰা মই যেতিয়া বিদায় লম,
—ইয়াতেই আছে মোৰ বহুপ্ৰিয়জন নিদ্ৰামগ্ন হৈ—
যেতিয়া গভীৰ এক শূন্যতাই মোৰ হাড়বোৰ আবৃত কৰিব,
মৃত্যুৰ বেদনাক যেতিয়া অগ্নি-শিখাই কৰিব নিৰ্বাপিত;

তেতিয়াও তুমি গীতৰ লহৰ তুলি কৰিবা মুখৰ,
তোমাৰ সুবাস-বঞ্চিত পাৰত বহি কত খেমৰে দেখিব সপোন;
তোমাৰ মধুৰ গুঞ্জন শুনি পাৰ দুটাও শুই পৰিব;
তোমাৰ গুঞ্জনত সকলো সংগীত নিঃশেষ হৈ যাব।"

আগতেই উনুকিয়াই অহা হৈছে, কেম্বোডিয়াৰ ৰাজ-পৰিয়াল খেমৰ বংশৰ। বৰ্তমান কেম্বোডিয়াৰ ৰাজ-পৰিয়ালৰ উপৰি পুৰুষসকলেই আংকোৰ, বেয়ন আদিৰ লেখীয়া অভূতপূৰ্ব মন্দিৰ সাজিছিল। বৰ্তমান ৰাজ-পৰিয়ালৰ উপৰিপুৰুষ হৈছে অং-দোৱং নামৰ এজন নৃপতি; কেম্বোডীয় নৃত্যৰ কথা উল্লেখ কৰোঁতে এইজনা নৃপতিৰ কথা উনুকিওৱা হৈছে। এওঁ ঊনবিংশ শতাব্দীত খেমৰ ৰাজ্যৰ ৰজা আছিল। এইজনা নৃপতিৰ কেইবাগৰাকীও পত্নী আছিল যদিও ৰাজ-পৰিয়ালটো ঘাইকৈ দুটা বিশিষ্ট ফৈদত বিভক্ত। এটা হৈছে নৰোদ্দম বংশ আৰু আনটো হৈছে শিশুৱথ বংশ। ঊনবিংশ শতাব্দীৰ শেষ-ভাগত যেতিয়া এই অঞ্চলত ফৰাছীসকলৰ প্ৰভুত্ব বাঢ়িবলৈ ধৰে, সেই সময়ত নৰোদ্দম ফৈদৰ নৃপতি এজন ৰাজপাটত আছিল। এইজনা নৃপতিৰ ১৯০৪ চনত মৃত্যুৰ পিছত এওঁৰেই ভাতৃ শিশুৱথ ফৈদৰ ৰাজকোঁৱৰ এজন ৰাজ-পাটত উঠে। ১৯২৭ চনত এইজনা নৃপতিৰ মৃত্যু হয়। এওঁৰ মৃত্যুৰ পিছত এওঁৰেই তনয় ৰাজকোঁৱৰ মণিবং শিশুৱথ ৰাজপাটত উঠে। ১৯৪১ চনত এওঁৰ মৃত্যু হয়। পিতৃৰ মৃত্যুৰ পিছত এওঁৰেই সন্তান মণিৱথ কোঁৱৰ ৰাজ-পাটত উঠা উচিত আছিল। আওপকীয়াকৈ হলেও ফৰাছীসকলে এওঁৰ পৰি-ৱৰ্ত্তে নৰোদ্দম ফৈদৰ কোঁৱৰ সিহানুক ৰাজপাটত উঠাটো বিচাৰিছিল। সেই সময়ত কোঁৱৰৰ বয়স আছিল মাত্ৰ উনৈশ বছৰ। এওঁৰ পিতৃপুৰুষ আছিল নৰোদ্দম ফৈদৰ, মাক শিশুৱথ ফৈদৰ। উনৈশ বছৰ বয়সত ১৯৪১ চনত ককাক শিশুৱথ মণিভঙৰ ঠাইত নৰোদ্দম সিহানুক ৰাজপাটত উঠে। সেই সময়ত ফৰাছী শাসনৰ প্ৰবৰ্ত্তন আছিল। আওপকীয়াকৈ হলেও এওঁলোকে ৰজাপতা কাৰ্য্যত হস্তক্ষেপ নকৰাকৈ নাছিল। কোমল বয়সীয়া কোঁৱৰ এজন ৰাজপাটত বহিলে তেওঁলোকৰ ভাল, সেই কাৰণেই ফৰাছীসকল কোঁৱৰ সিহানুকৰ ফলীয়া হৈছিল।

কেম্বোডিয়াৰ আধুনিক ৰাজনৈতিক বুৰঞ্জীৰ কোঁৱৰ নৰোদ্দম সিহানুক কেন্দ্ৰস্থ ব্যক্তি। নংপেন চহৰত বন্ধু এজনে আমাক কৈছিল ঃ 'নৰোদ্দম' শব্দটো আচলতে হৈছে "নৰোত্তম" (নৰৰ উত্তম) আৰু সেইদৰে "সিহানুক"

শব্দটো হৈছে "সিংহনাদ" শব্দৰ অপভ্ৰংশ। নতুন চেতনাসম্পন্ন জাতি এটাৰ বিষয়ে এইবোৰ কথা নোকোৱাই ভাল। সেই কাৰণে আমি ক'তো কোৱা নাই। যি বুজিলোঁ, সিহানুক অতি বুদ্ধিমান ৰাষ্ট্ৰীয় নেতা। মালয়ছিয়াত টুংকু ৰহমানক সন্মান কৰাৰ দৰে ইয়াতো এওঁক সকলোৱে সন্মান কৰে। সিহানুক নিৰ্ভীক আৰু স্পষ্টবাদী; এওঁৰ সকলো চিন্তাধাৰা ব্যক্তিগত সাহস আৰু বুদ্ধিৰ পৰশৰে সমুজ্জল। সাধাৰণতে কোনো ৰাজনৈতিক দুৰ্যোগে এওঁৰ সংযত চিন্তাধাৰাক বিচলিত কৰিব নোৱাৰে।

কোনো ৰাজনৈতিক সিদ্ধান্তৰ যদি ভুল হয়, ৰাজহুৱাভাৱে সেই ভুল স্বীকাৰ কৰি লব পৰা সাহস আৰু শক্তি মানুহজনৰ অপৰিসীম। ভুলৰ শুধৰণিৰ বাবে মুকলিভাৱে নতুন পন্থা গ্ৰহণ কৰিব পৰা শক্তিও মানুহজনৰ যথেষ্ট আছে। ৰাজহুৱাভাৱে ভুল স্বীকাৰ কৰি লব পৰা শক্তি আমাৰ এজন নেতাৰ আছিল। সেইজন হৈছে গান্ধীজী। গান্ধীজীৰ সমানে নহলেও এই গুণে আমাৰ আন এজন নেতাৰো আছিল। সেইজন হৈছে নেহৰু। এইখিনিতে ছাৰ উইনষ্টন চাৰ্চ্চিলৰ কথা এষাৰ মনত পৰিছে। চাৰ্চ্চিলে এবাৰ সুন্দৰ কথা এষাৰ কৈছিল ঃ "আজিৰ আস্হালৈ চাই কাইলৈ কি হব পাৰে, ৰাজনৈতিক ব্যক্তিয়ে সেই বিষয়ে কব পাৰিব লাগিব। আৰু কাইলৈ যদি তেওঁৰ ভৱিষ্যতবাণী কাৰ্য্যত পৰিণত নহয়, তেন্তে কিয় নহল, সেই বিষয়ে ৰাইজৰ আগত মুকলিভাৱে কব পাৰিব লাগিব।" নিজৰ ভুল স্বীকাৰ কৰিব পৰাটো হৈছে এটা ডাঙৰ গুণ।

সিহানুকৰ ফৰাছী আৰু ইংৰাজী ভাষা, দুয়োটাৰ বিষয়ে সমান ব্যুৎপত্তি আছে। নিজে কব নোৱাৰো, তথাপি ফৰাছী ভাষাটো শুনি মোৰ অসম্ভৱ ভাল লাগে। প্ৰয়োজন অনুসৰি কথাই কথাই সিহানুকে ফৰাছী সাহিত্যৰ পৰা উদ্ধৃতি দিব পাৰে, নেহৰুৱে যেনেকৈ ইংৰাজী সাহিত্যৰ পৰা পাৰিছিল। সিহানুক তীক্ষ্ণ বুদ্ধিৰ মানুহ, কেৱল এৱেঁই নহয়, প্ৰধানমন্ত্ৰীকে আদি কৰি কেম্বোডিয়াৰ আন মন্ত্ৰীসকলকো তীক্ষ্ণ বুদ্ধিৰ মানুহ যেন অনুমান হৈছিল। ভাৰতৰ প্ৰতি সিহানুক বৰ সদয় নহয়, সদয় নোহোৱাৰ কাৰণ ব্যক্তিগত আৰু ৰাজনৈতিক, দুয়োটাই। ব্যক্তিগত কাৰণ কেইটা জানোঁ। সেই-কেইটাৰ উল্লেখ কৰি খাল খান্দি ঘৰিয়াল চপাই আনিব নোখোজোঁ। কেম্বোডিয়াৰ প্ৰধানমন্ত্ৰীজনাৰ মনোভাৱ সুকীয়া। মানুহজন নেহৰুৰ পৰম ভক্ত।

দেশত ফৰাছী শাসকৰ বিপক্ষে গঢ়ি উঠা স্বাধীনতা আন্দোলনৰ বিষয়ে এইখিনিতে দুআষাৰ কব খুজিছোঁ। লগতে আৰু এষাৰ কথা কৈ থব খুজিছোঁ —কেম্বোডিয়াত স্বাধীন শাসন প্ৰৱৰ্ত্তন হবৰ পৰা আংকোৰৰ প্ৰতি ৰজাঘৰীয়া দৃষ্টি যেনেকৈ প্ৰবল হৈছে, তেনেকৈ প্ৰজাঘৰীয়া দৃষ্টিও প্ৰবল হৈছে। দেশৰ ই আজি আধ্যাত্মিক হৃৎপিণ্ড। আংকোৰৰ স্তম্ভ কেইটা কেৱল ৰজাঘৰীয়া পতাকাৰেই চিহ্ন নহয়, বিদেশী শাসনৰ বিপক্ষে বিপ্লৱী খেমৰ ইছাৰক আন্দোলন যি গঢ়ি উঠিছিল, সেই বিপ্লৱৰ পতাকাতো ই ঠাই পাইছে। এই প্ৰতি-

ষ্ঠানটোৰ সম্পূৰ্ণ নাম হৈছে নেক্‌বুম ইছাৰাক্‌ খেমৰ। অৰ্থ হৈছে খেমৰ স্বাধীনতা সংঘ। ইয়াৰ জন্ম হয় ১৯৫৪ চনৰ অক্টোবৰ মাহত। "শত্ৰুক ধ্বংস কৰিবলৈ শত্ৰুৰ অস্ত্ৰ-শস্ত্ৰ লুণ্ঠন কৰা"—এয়ে আছিল ইছাৰক বিপ্লৱৰ মূল আঁচনি। এওঁলোকে হাবিত নিজেও অস্ত্ৰ-শস্ত্ৰ নিৰ্মাণ কৰিছিল। গৰিলা যুদ্ধৰ প্ৰশিক্ষণ ব্যৱস্থাৰো যোগাৰ হৈছিল— প্ৰতাৰণা হৈছে গৰিলা ৰণ-কৌশলৰ মূল আধাৰ।

স্বাধীনতাৰ অৰ্থে খেমৰ ইছাৰাকৰ দ্বাৰায় সশস্ত্ৰ বিপ্লৱ অনুষ্ঠিত হৈছিল। কেম্বোডিয়াৰ ৰবৰ পামৰ বনুৱাসকলৰ বৰঙণিও এই ক্ষেত্ৰত অতুলনীয়। আমাৰ স্বাধীনতা সংগ্ৰামত —ই যেতিয়া ১৯৪২ চনত ব্যাপক ৰূপ লয়, তেতিয়াও জনসংখ্যাৰ শতকৰা এজনেহে অংশ গ্ৰহণ কৰিছিল। এতিয়াৰ বহু "দেশপ্ৰেমিক (?) তেতিয়া বৃটিশ চৰকাৰৰ অনুমোদনকাৰী বহতীয়াহে আছিল। কেম্বোডিয়াত এনে এটা অৱস্থা হোৱা নাছিল। পোনপটীয়াকৈ নহলেও, আওপকীয়াকৈ হলেও, সমূহ জনসাধাৰণে এই বিপ্লৱলৈ বৰঙণি যোগাইছিল। শেষ মুহূৰ্তলৈকে ফৰাছী শাসকসকলে ক্ষমতা ত্যাগ কৰাৰ কথা চিন্তা কৰা নাছিল। লাওছ আৰু ভিয়েটনাম সীমান্তত ফৰাছী সৈন্য বাহিনীৰ শোচনীয় পৰাজয়ে এই সিদ্ধান্ত লবলৈ ফৰাছীসকলক বাধ্য কৰিছিল।

১৯৫৪ চনৰ মাৰ্চ মাহত বহা জেনেভা সন্মিলনত ভিয়েটনাম, কেম্বোডিয়া আৰু লাওছ, এই দেশ তিনিখনক স্বাধীনতা দিয়াৰ সপক্ষে আন্তৰ্জাতিক চুক্তি স্বাক্ষৰিত হয়। এই দেশ তিনিখনৰ জনসাধাৰণৰ দ্বাৰায় পৰিচালিত স্বাধীনতা আন্দোলন এনেদৰেই সাৰ্থক হয়। এই জেনেভা সন্মিলনৰ জৰীয়তে ফৰাছী শক্তিবৰ্গই নামাকৰণ কৰা ইণ্ডো-চীন উপনিৱেশৰ মৃত্যু ঘটে। ইণ্ডো-চীনৰ ছাইৰ বুকুত তিনিখন স্বাধীন ৰাষ্ট্ৰ ঠন ধৰি উঠে। বিশ্বৰ মানচিত্ৰৰ পৰা চিৰকালৰ কাৰণে ইণ্ডো-চীন বোলা শব্দটো নিশ্চিহ্ন হৈ যায়। কেম্বোডিয়াই ১৯৫৩ চনৰ পৰা স্বাধীনতাৰ পোহৰ দেখিবলৈ পায়। ইণ্ডো-চীন যুদ্ধৰ অন্তত ক্ৰমাৎ দেশৰ অৱস্থা শান্ত হৈ আহিবলৈ ধৰে।

ৰাজকোঁৱৰ সিহানুকে ১৯৪৭ চনত একচ্ছত্ৰী ৰাজতন্ত্ৰৰ (absolute monarchy) অৱসান ঘটাই তাৰ পৰিৱৰ্ত্তে নতুন এক বিধানতন্ত্ৰৰ প্ৰৱৰ্ত্তন কৰে। ৰজা এই বিধানতন্ত্ৰ অনুসাৰে ৰাষ্ট্ৰৰ প্ৰধান শাসনকৰ্ত্তা যদিও দেশ পৰিচালনাৰ দায়িত্ব নিৰ্বাচিত সংসদৰ ওপৰত ন্যস্ত কৰা হয়। কেম্বোডিয়াত এনেকৈয়েই বিধানতান্ত্ৰিক নৃপতিতন্ত্ৰৰ উদ্ভৱ সাধন কৰা হয়। জেনেভা চুক্তি অনুসাৰে ১৯৫৫ চনৰ ছেপ্তেম্বৰ মাহত কেম্বোডিয়াত নিৰ্বাচন অনুষ্ঠিত হয়। সকলো ৰাজনৈতিক দলকে নিজৰ নিজৰ দল নিৰ্মূল কৰিবলৈ সিহানুকে অনুৰোধ জনাইছিল। ইয়াৰ পৰিৱৰ্ত্তে এক সুসংগঠিত নতুন ৰাজনৈতিক দল নিৰ্মাণ কৰিবলৈ উপদেশ দিছিল। সোঁপন্থী সকলো ৰাজনৈতিক দলে এই উপদেশৰ প্ৰতি সঁহাৰি জনালে। এইবোৰ দল আৰু সিহানুকৰ

ব্যক্তিগত সমৰ্থনকাৰীসকল সংঘবদ্ধ হৈ নতুন এক ৰাজনৈতিক দলৰ উদ্ভৱ সাধন কৰিলে। নতুন ৰাজনৈতিক দলটোৰ নাম সংকুম্ অৰ্থাৎ জনতাৰ সমাজ-বাদী সংঘ। ইয়াৰ নেতৃত্ব ন্যস্ত হল সিহানুকৰ ওপৰত। ১৯৫৫ চনৰ সাধাৰণ নিৰ্বাচনত সংসদৰ মুঠ একানব্বৈখন আসনৰ ভিতৰত এই দলটোৱে আটাইবোৰ আসন লাভ কৰে। কেম্বোডিয়াৰ সংসদক জাতীয় পৰিষদ বোলা হয়। এই দলটোৰ দ্বাৰাই পৰিচালিত চৰকাৰৰ সিহানুক হ'ল প্ৰধানমন্ত্ৰী। এনেকৈয়ে কেম্বোডিয়াৰ ৰাজনৈতিক জীৱনত নতুন এক অধ্যায়ৰ আৰম্ভ হ'ল। ই হৈছে আমেৰিকাৰ যুক্তৰাষ্ট্ৰৰ সাম্ৰাজ্যবাদৰ প্ৰতিৰোধ। দেশৰ গঠন-মূলক আঁচনিৰ আদিছোৱাত সিহানুকে আমেৰিকাৰ অৰ্থ-সাহায্য গ্ৰহণ কৰিছিল সঁচা কথা। কিন্তু ই আছিল স্বৰ্ত্তবিহীন অৰ্থ-সাহায্য গ্ৰহণ।

কেম্বোডিয়াক ছিয়াটো গোষ্ঠীত অন্তৰ্ভুক্ত কৰিবৰ কাৰণে জন্ ফষ্টাৰ ডালেছে কৰা অভিসন্ধিৰ ইতিহাস অতি কদৰ্য্য। সেইবোৰৰ বৰ্ণনা দি কিতাপখনৰ আকাৰ বঢ়াৰ খোজা নাই। কেম্বোডিয়াৰ নিচিনা সমস্যাবহুল দেশ এখনৰ ৰাষ্ট্ৰনায়কৰ (সিহানুক) পক্ষে এনে অভিসন্ধি সাহসেৰে খৰ্ব কৰিব পৰাটো কম চমকপ্ৰদ কথা নহয়। সিহানুক কেৱল বুদ্ধিমান আৰু নিৰ্ভীক ব্যক্তিয়েই নহয়, তেওঁৰ আদৰ্শবাদ আকাশলংঘী। আদৰ্শৰ অভাৱ হলে মানুহৰ মৃত্যু ঘটে। সিহানুকে এইষাৰ কথা বৰ ভালকৈ উপলব্ধি কৰিছিল।

ইণ্ডো-চীন যুদ্ধৰ অন্ত পৰাৰ পিছত সিহানুকৰ উপলব্ধি হল, দেশৰ গঠনমূলক কৰ্ম্ম প্ৰচেষ্টাৰ সন্ধিক্ষণত তেওঁ ৰজা হৈ থকাটো প্ৰশংসনীয় কথা নহব। ১৯৫৫ চনৰ মাৰ্চ মাহৰ দুই তাৰিখে ৰেডিঅ' যোগে অকস্মাৎ সিহানুকে সিংহাসন ত্যাগ কৰাৰ সিদ্ধাত ঘোষণা কৰে। এই সিদ্ধান্তত কেৱল কেম্বোডিয়া বাসীয়েই নহয়, বিদেশী কুটনৈতিক মহলসমূহো স্তম্ভিত নোহোৱাকৈ নাছিল। সিহানুক কৰাকৰ পিছত ৰাজপাটত উঠিছিল। তেওঁৰ পিতাক তেতিয়াও জীৱিত। সিহানুকে ৰাজ-সিংহাসন পৰিত্যাগ কৰিলত তেওঁৰ পিতাক ৰাজপাটত উঠে আৰু মাক ৰাণী হয়। ৰজাৰ নাম আছিল সুৰামৰিৎ। সম্ভৱতঃ আচল শব্দটো হৈছে 'সুৰামৃত'— শব্দটোৱে উচ্চাৰণৰ বিজুতিত এনে ৰূপ লৈছে। ইয়াৰ পিছত কৌৰিৰ সিহানুক দেশৰ প্ৰধানমন্ত্ৰী হস। প্ৰধানমন্ত্ৰী হৈয়েই এওঁ বৈদেশিক সাহায্যৰে দেশখন গঢ়ি তোলাত মনোনিৱেশ কৰিলে। বৰ্তমান এওঁ প্ৰধানমন্ত্ৰী নহয়। দেশৰ বিধানতন্ত্ৰই সমৰ্থন কৰা প্ৰধান ৰাষ্ট্ৰনায়কহে। মন্ত্ৰীসভাৰ সভাপতি।

আমি ইয়াৰ পিছত কেম্বোডিয়া এৰিলোঁ। আহিবৰ সময়ত আঙ্কোৰৰ পৰা শিলত খোদিত তৰোৱালৰ আৰ্হিৰ তৰোৱাল এখন কিনিলোঁ— অপেশ্বৰাৰ আৰ্হিৰ চোলাত ওলোমাই লোৱা এটা ৰূপৰ "বেজো" কিনিলোঁ। দিল্লীত বেজটো ক'ৰবাত হেৰুৱালোঁ। তৰোৱালখন এতিয়াও আছে, খেমৰ

ৰাজ্যৰ জীৱন্ত এক স্মৃতি-চিহ্ন। কেম্বোডিয়াৰ বিবিধ অভিজ্ঞতাই মনৰ মণিকোঠাত যি স্মৃতি উদ্বেলিত কৰিলে, সেই স্মৃতি তৰোৱালতকৈয়ে বহুত প্ৰখৰ, বহুত তীক্ষ্ণ।

"শ্ৰান্তিম্লান চকুযোৰে তাইৰ কোনো এক
নজনা দেশৰ
নুবুজা ভাষাৰ কথা আঁকি লৈ
বহুত কথা কয়।"

আকাশপথেদি যেতিয়া বেঙ্কক চহৰৰ পৰা লাওছ ৰাজ্যৰ ৰাজধানী ভিয়েন্টিয়ানলৈ উৰিছিলোঁ, তলত দেখিছিলোঁ ঘোৰ অৰণ্যৰ ভৰপূৰ লানী লানী পৰ্বত। ক'তো যেন কোনো জনপ্ৰাণী নাই, জীৱ-জন্তুও নাই, এনে হেন আমাৰ অনুমান হৈছিল। বেঙককৰ পৰা ভিয়েনটিয়ানলৈ আকাশ পথেদি দুঘণ্টাৰ বাট। প্লেনৰ খিড়ীকিৰে বাহিৰলৈ চাব নোৱাৰি, কেউপিনে ঘন চিয়াঁহ ৰীবুলীয়া দৈত্যকায় ডাৱৰবোৰ। তললৈ চাব নোৱাৰি, কেৱল পৰ্বত আৰু পৰ্বত। দক্ষিণ চীনৰ পৰা ক্ৰমাৎ এঢলীয়া হৈ শ্যাম উপসাগৰ পৰ্যন্ত পৰি-ব্যাপ্ত হৈ থকা এই পৰ্বতসমূহ আনাম পৰ্বতমালাৰ চালুকীয়া বংশধৰ। অৱশেষত এই পৰ্বতসমূহ ভিয়েনটিয়ানৰ দক্ষিণ অঞ্চলত নিশ্চিহ্ন হৈ গৈছে। এই পৰ্বতমালাৰ শিখৰসমূহেই হৈছে বৰ্তমান লাওছ ৰাজ্যৰ পূব সীমান্ত। এই পৰ্বতমালা পূবৰ পৰা হেলনীয়াকৈ মেকং নৈৰ উপত্যকা পৰিমিত বিয়পি আছে। আনহাতে আনাম পৰ্বতমালাৰ শিখৰসমূহেই হৈছে দুটা বিস্তৃত সভ্যতা-সংস্কৃতি ধাৰাৰ ব্যৱধান স্বৰূপ; এটা হৈছে ভাৰতীয় সংস্কৃতি ধাৰা, আনটো হৈছে চীন দেশীয় সংস্কৃতিধাৰা। লাওসকল সংস্কৃতিৰ পিনৰ পৰা ভাৰতীয় হিন্দু সংস্কৃতিৰ প্ৰায় সমগোষ্ঠীৰ, ভিয়েটনামী সকল হৈছে চীন দেশীয় সংস্কৃতিৰ সমগোষ্ঠীৰ। আমাৰ আকাশীযানখন আছিল "ডাকোটা"। ডাকোটা বিমান আকাশত বৰ বেছি সাত হেজাৰ ফুটলৈকে উঠিব পাৰে, তাতোকৈ নোৱাৰে। বাহিৰত ডাৱৰ আৰু পৰ্বত। অতি কষ্টেৰে এইবোৰক অতিক্ৰম কৰি আমাৰ আকাশীযানখন গন্তব্যস্থানলৈ উৰিছিল। পৰ্বত-বোৰ স্নিগ্ধ আৰু শান্ত। কবি কীট্ছৰ ভাষাতে কবৰ মন যায়ঃ "Thou unravished birde of quietness" বুলি।

"তলত দেখিলোঁ মই গাৰোপাহাৰ
সেয়া যেন ক'ৰবাৰ সেউজ সাগৰ
ওখোৰা মোখোৰা কতনা লহৰ।"

তলত সেইয়া অৱশ্যে গাৰোপাহাৰ নহয়, লাওছৰ কোনোবা নামগোত্ৰ-হীন পৰ্বতহে। আমাৰ উত্তৰ-পূব সীমান্ত অঞ্চলতো এনে ধৰণৰ নামগোত্ৰ-হীন পৰ্বত বহুত আছে। চীনা আক্ৰমণৰ অন্তত উত্তৰ-পূব সীমান্ত অঞ্চললৈ

যাও'তে সহযাত্ৰী সামৰিক বিভাগৰ কৰ্ণেল এজনে এইবোৰৰ কথা আমাৰ আগত উল্লেখ কৰিছিল। চিনাক্ত কৰা মানসেৰে কোনো কোনো পৰ্বতৰ নাম তেওঁলোকে নিজেই দি লৈছে। পৰ্বতবোৰ আমাৰ চিত্ৰ-তাৰকা সকলৰ নামেৰেই তেওঁলোকে নামকৰণ কৰিছে। পৰ্বত এটাৰ ফাললৈ কৰ্ণেলজনে আঙুলিয়াই আমাক কৈছিলঃ এইটো পৰ্বতৰ নাম "বৈজয়ন্তীমালা।"

আমাৰ প্লেনখন লাওছৰ ৰাজধানী ভিয়েনটিয়ান অভিমুখে উৰিছে আৰু উৰিছে। পৰ্বতীয়া শোভাই আমাৰ মন বৰকৈ মুহিছিল। ভূপেন হাজৰিকাৰ দৰে প্ৰতিভা থকা হলে এই পৰ্বতবোৰক লৈ মৰো এটা গান ৰচনা কৰিলোহেঁতেন। জীৱনত এবাৰেই এটা গান ৰচনা কৰিছিলোঁ। সেইটোৰ পটভূমি বৰ আমোদজনক। মোৰ ডাঙৰ ল'ৰাটো তেতিয়া সৰু। জাৰৰ দিন। লেপ লৈ বাঢ়িয়াকৈ শুই আছোঁ। সি তেনেই পুৱাতে উঠিছে। উঠিয়েই, কি উষ্মা জাগিল তাৰ কব নোৱাৰোঁ, লেপখন টানি "এটা গান গোৱা, গান গোৱা" বুলি মোক আমনি কৰিবলৈ ধৰিলে। "ইয়াক লৈ নেযায়হি কেলৈ" বুলি ভাবি মাকলৈ মোৰ খং উঠিছিল। বাগৰ সলাই আকৌ শুবলৈ যত্ন কৰিলোঁ। সি নেৰে। এইবাৰ খং মূৰৰ চুলিৰ আগ পালেগৈ। একেকোবেই শোৱাপাটী এৰি মাটিত থিয় হলোঁ। তেতিয়াই ৰচনা কৰি ইংৰাজী গান এটা "লাৰে লাপ্পা" সুৰত গাই দিলোঁ। গানটোৰ প্ৰথম শাৰী কেইটা হৈছে এই ঃ

"There was a big boy,
There was a little boy,
Both went to Digboi."

নিজে ৰচনা কৰা এইটোৱেই মোৰ প্ৰথম আৰু শেষ গান। গানটোৰ কথা মনত পৰিলে এতিয়াও মোৰ হাঁহি উঠে। এনে ধৰণৰ গানতো আৰু লাওছৰ পৰ্বতমালাৰ বিষয়ে ৰচনা কৰিব নোৱাৰি। মানুহে flippant বুলি কব। "আসামীজ লিটাৰেছাৰ" বোলা কিতাপখনৰ কোনোবা ঠাইত লেখিছোঁঃ "Flippancy is a sign of intellectual maturity" এনে ধৰণৰ কিবা। তথাপি মানুহে যদি কথাষাৰ নুবুজে, তেতিয়া?

প্লেনখন ক্ৰমাৎ তললৈ নামি অহাৰ লগে লগে চকুত পৰিল ঠায়ে ঠায়ে পৰ্বতৰ গাত ওলমি থকা একোখন খেতিৰ পথাৰ; ইমান নিমজ আৰু কোমল যে দলিছা দলিছা যেন লাগিছিল। মেকং নৈখনৰ কাষ চপাৰ লগে লগে মনত ভাব হল, পৰ্বতবোৰ নৈৰ কাষৰ উপত্যকালৈকে যেন নামি আহিছে। উপত্যকাত সোঁবোৰ মানুহৰ ঘৰ। ইখনৰ পিছত সিখনকৈ গাঁও আৰু কেউপিনে খেতিৰ পথাৰ দেখিলে 'মন চকু' কিয় আচল চকুৰেই জুৰ পৰি যায়। আচল চকু জুৰ নপৰিলে 'মন চকু' জুৰ পৰিব নোৱাৰে। খেতিৰ পথাৰেৰে লাওছ যে'নকৈ উভৈনদী, তেনেকৈয়ে পাহাৰ-পৰ্বত, হাবি-বননিৰেও উভৈনদী। গভীৰ অৰণ্য আছে বাবেই হয়তো কোনো কোনোৱে লাওছক "নিযুত হাতীৰ দেশ" বুলিও কয়।

এইয়া ভিয়েনটিয়ান, লাওছৰ ৰাজধানী। তেনেই নিজ্জৰ্ এখন চহৰ। মেকং নৈৰ গতিৰ আকোৰা পকোৰা ভাজে ভাজে অৱস্থিত। গাভৰু দেহাৰ ওখ-চাপৰবোৰৰ ভাজে ভাজে বিয়পি থকা এখন ফুলাম চাদৰ যেন। লাওছৰ আয়তন হৈছে গ্রেট ব্রিটেনৰ সমান। মানচিত্রত চালেই বুজিব পাৰি, ৰাষ্ট্রখন ঠেক আৰু দিঘলীয়া। ইয়াৰ দক্ষিণে হৈছে কেম্বোডিয়া, দক্ষিণ-পশ্চিমে টাইলেণ্ড, উত্তৰ-পশ্চিমে ব্রহ্মদেশ আৰু চীনদেশ, পূবে ভিয়েটনাম। টাইলেণ্ড আৰু লাওছৰ মাজৰ সীমাৰেখা নিৰ্দ্ধাৰণ কৰিছে মেকং নৈয়ে। এছিয়াৰ চাৰিখন সৰ্ববৃহৎ নৈৰ ভিতৰত মেকং নৈৰ স্থান চতুৰ্থ। ই দীঘলে ২,৬০০ মাইল। বাকী তিনিখনৰ দুখন হৈছে চীনদেশত, যাংচি আৰু হোৱাংহো। বাকীখন হৈছে ছোভিয়েট ৰুছিয়াৰ এছিয়া অঞ্চলত, ইনিচি।

আমাৰ ব্রহ্মপুত্রৰ দৰে মেকং নৈৰ উৎপত্তি পৰ্বতত। তিব্বত অঞ্চলত ব্রহ্মপুত্রৰ নাম হৈছে চাংপো। মেকং মেকঙেই। ইয়াৰ তেনে কোনো সুকীয়া নাম নাই। তিব্বতত উৎপত্তি হৈ চীনৰ উনান প্রদেশৰ দক্ষিণ অঞ্চলেদি মেকং নৈ বৈ আহিছে। লাওছ ৰাজ্যৰ উত্তৰ সীমান্তত অৱস্থিত মোঅংচি বোলা গাঁও-খনৰ দাঁতিকাষৰীয়া অঞ্চলেদি বৈ আহি ঘাই লাওছ ৰাজ্যত প্রৱেশ কৰিছেহি। ইয়াৰ পিছত লাওছৰ পশ্চিম ভাগেদি ব্রহ্মদেশ আৰু টাইলেণ্ডৰ সীমান্তইদি বৈ গৈছে। এপ্রিল মাহত মেকং শীৰ্ণ নৈ, ছেপ্টেম্বৰ মাহত নতুন গাভৰুৰ দৰে উভৈনদী নৈ।

ভিয়েনটিয়ান চহৰত আমি থকা হোটেলটো একেবাৰে মেকং নৈৰ পাৰতে অৱস্থিত। হোটেলৰ ওপৰ মহলৰ কোঠাটো সোমাই যেতিয়া দুৱাৰখন মেলি দিছিলোঁ, মকং নৈখন চকুৰ আগত জলজলাই উঠিছিল। মনটো ভৰি পৰিল। তাহানি জেনেভা চহৰত জেনেভা হ্রদৰ প্রায় পানী-যুৱলীত অৱস্থিত হোটেল এটাত আছিলোঁ। ইজৰাইলৰ তেল এভিভ্ চহৰতো একেবাৰে সমুদ্র পাৰত অৱস্থিত হোটেল এটাত আছিলোঁ। এঠাইত হ্রদৰ বুকুৰ মৃদু লহৰে মনলৈ উন্মাদনা আনিছিল, আনঠাইত সাগৰৰ বিশালতাই মনটো আচ্ছন্ন কৰিছিল। ভিয়েনটিয়ানত আচ্ছন্ন কৰিছিল মেকং নৈৰ মৃদু গুঞ্জন আৰু স্নিগ্ধ শোভাই। নৈৰ সিপাৰৰ অৰণ্যৰ সেউজীয়া লহৰে মন জোকাৰি গৈছিল।

"আজি এই কলঙৰ নিজান পাৰত বহি কত কিযে
দেখিছোঁ সপোন;
সিপাৰৰ এজাৰৰ ৰূপৰ অনল-শিখা, সোণাৰুৰ
সোণালী যৌৱন।"

......নৈখনে মোক তন্ময় কৰিছিল। ভিয়েনটিয়ান চহৰত থকা দিন-কেইটা পুৰা চলফাট নো দিওঁতেই নৈখনৰ পাৰত বনাই ফুৰিছিলোঁ। নৈৰ বুকুত এখন সাধাৰণ কুঁৱলীৰ ওৰণী। লাহে লাহে বেলিটো ওলাই আহে। ওৰণী দাঙি নৈখনে পাৰলৈ চাই হাঁহে। এদিন নিশা প্রায় দুই বজাত নৈশ-ক্লাব এটাৰ পৰা উলটিছোঁ। উলটিয়েই কোঠাত সোমাই শুবলৈ নগৈ কিছু সময়ৰ কাৰণে নৈৰ পাৰত থিয় হলোঁ। সকলো শ্রান্তি যেন আঁতৰি গ'ল।

.....আমু এদিনৰ কথা। গাড়ী লৈ পকী আলিটোৰেদি নৈব পাৰে পাৰে বহুত দূৰলৈ আমি ফুৰিবলৈ গৈছিলোঁ। এটা পাৰঘাট পালোঁগৈ। তেতিয়া সাঁজ লাগো লাগো। ঘাটে এজনক পাই কলোঁ ঃ "আমাক নাও এখন দিয়ক। কিমান পইচা লাগে লব। আমি নৈত অলপ ফুৰোঁ।" ঘাটৈয়ে কলে ঃ "আপোনালোক বিদেশী মানুহ। নেলাগে যাব এই বাতিখন। সিপাৰে সোঁৱা টাইলেণ্ড। সীমান্তৰক্ষী সৈন্যই ক'ৰবাত গুলীয়াব পাৰে।" তেতিয়াহে বুজিলো, সীমান্তত ফুৰাচকা কথাটো কেনে বিপজ্জনক। ......এনেতে নৈৰ পাৰত দূৰণিত এটা খেৰীঘৰ দেখিলোঁ। সেইখন এখন চাহৰ দোকান। দোকান খন দেখি অসমৰ কোনোবা নিৰ্জন পাৰঘাটৰ দোকান যেন লাগিছিল। চাহ বেচা ছোৱালীজনীৰ কাপোৰ-কানি সাধাৰণ, দোকানৰ ঢিমিকঢামাক কৈ জ্বলি থকা চাকি'টোৰ পোহৰত দেখিলোঁ, তাইৰ যৌৱন-লাৱণ্য কি যে অপূৰ্ব। ভোক-পিয়াহ আমাৰ একোৰেই লগা নাছিল। তথাপি কিবা অলপ খাওঁ বুলি দোকানৰ বেঞ্চ এখনত বহি পৰিলোঁ।......

ভিয়েনটিয়ানত এজনে আমাক কৈছিল ঃ "মাটিকালিৰ পিনৰ পৰা লাওছ ডাঙৰ দেশ। সেই অনুপাতে ইয়াৰ জনসংখ্যা বৰ তাকৰ। আচল লাওছিয়ান আৰু তাকৰ।" লাওছ এখন পৰ্বতীয়া সীমান্ত অঞ্চল। ইয়াৰ পৰ্বতবোৰ, আনকি পৰ্বতৰ দাঁতিকাষৰীয়া অঞ্চলবোৰো, ঘোৰ অৰণ্যৰে ভৰপূৰ। মাজে মাজে হাবি পুৰি ঠাই উলিয়াই মানুহ গাঁও সাজি প্ৰৱৰ্ত্তি আছে। এই গাঁওবোৰৰ পৰিৱেশ হৈছে থিয় গৰা, খৰস্ৰোতা জান, জুৰি, নৈ—এইবোৰ কিন্তু চাবলগীয়া বস্তু—আৰু কুৰ'লীৰ ডাৱৰেৰে আৱৰি থকা পৰ্বতৰ টিংবোৰ। আনকি ৰাজধানী ভিয়েনটিয়ান চহৰখনো এনে এখন নিজ্জৰ্ চহৰ। পৃথিৱীৰ আধুনিক ৰাজধানী সমূহৰ যি উখল-মাখল, সেই উখল-মাখলৰ পৰিচয় ইয়াত লেশমানো নাই। চহৰখনত স্থায়ী ভাৱতীয় মানুহৰ সংখ্যা হৈছে প্ৰায় এশ চল্লিশজন। এওঁলোকৰ প্ৰায়বোৰৰেই বজাৰত কাপোৰৰ দোকান আছে। এজন উচ্চ পদস্থ সামৰিক বিষয়াই—ইংৰাজী কেইটা বুঢ়া বৃটিশ বিষয়াই কোৱাৰ দৰে কয়—আমাক কলে ঃ "ভিয়েনটিয়ানত বৰ অকলশৰীয়া অকলশৰীয়া যেন লাগে। ইয়াত লগৰীয়া স্বৰূপে মদ নাইবা নিজৰ তিৰোতাজনী, এই দুটা বস্তুৰ এটা নহলে থকাটো অসম্ভৱ।" মই ধেমালিৰ সুৰত কলোঁ "আপুনি নিশ্চিতকৈ জানে নে, নিজৰ তিৰোতা নে আন তিৰোতা হলেও হব?" ধেমালিৰে কৈছিলোঁ যদিও মানুহজনে কথাষাৰৰ আচল অৰ্থ বুজিব পাৰিছিল। তেওঁ অকলে থাকে। লগত "নিজৰ তিৰোতা" নাই। দিল্লীত মানুহজনৰ সহধৰ্ম্মিণীক লগ পাইছোঁ। বৰ ধুনীয়া মানুহ। মদ? চব্বিশ ঘণ্টাই মানুহজনে মদকে খায়।

লাওছৰ অধিবাসীসকলৰ সৰহভাগেই সংখ্যালঘু সম্প্ৰদায়ৰ মানুহ। এই বিষয়ে পিছত কম। আদিতে এই সকল চামে চামে চীনদেশৰ পৰা অহা। ত্ৰয়োদশ শতিকাত কেনেকৈ দক্ষিণ চীনৰ পৰা জন-স্ৰোতৰ প্ৰবাহ নামিছিল, সেই বিষয়ে টাইলেণ্ডৰ কথা কওঁতে কৈছোঁ। এই সকলৰ প্ৰায় ভাগেই সেই

জনস্রোতৰ স্ফুলিঙ্গ। আচল লাওছৰ মানুহৰ টাই মানুহৰ সৈতে অদ্ভুত সাদৃশ্য আছে, ভাষা, ৰীতি-নীতি প্ৰায় সকলোপিনৰ পৰা। লাওছৰ যেতিয়া খণ্ড খণ্ড জনসাধাৰণৰ কথা চিন্তা কৰোঁ, প্ৰায়েই মোৰ এঙ্গেলছলৈ মনত পৰে। লাওছৰ পৰ্বত আৰু উপত্যকাসমূহত বসবাস কৰা মানুহবোৰক লৈ তথ্যানুসন্ধান কৰিবলৈ পোৱাহেঁতেন তেওঁৰ অদ্বিতীয় পুথি "অৰিজিন্ অব্ ডি ফেমেলি এণ্ড ডি ষ্টেট্" বোলা কিতাপখন আৰু সমৃদ্ধিশালী হৈ উঠিলহেঁতেন। সভ্যতা উত্থাপনৰ কাহিনীৰ বেলেগ বেলেগ স্তৰত আজিও এই মানৱপুঞ্জ নিমজ্জিত। বহু অঞ্চলত লাওছৰ মানৱ গোষ্ঠী এতিয়াও জন-জাতীয় বৰ্ণ-খণ্ডত বিভক্ত। সোঁ সিদিনালৈকে আমাৰ উত্তৰ-পূৱ সীমান্ত অঞ্চলৰ অংশবিশেষৰ জনসমাজত থকাৰ দৰে এতিয়াও ইয়াৰ কোনো কোনো অঞ্চলত দাসপ্ৰথা বিদ্যমান। এইষাৰ কথাৰ সম্ভেদ পাই কিছুদূৰ আচৰিত হৈছিলোঁ। মানৱ সভ্যতাৰ পম খেদি চালে এইষাৰ কথাত আচৰিত আৰু শ্যো হব লগা একো নাই। স্বাধীন লাওছ ৰাজ্য স্থাপন হোৱা হৈছে কিমান দিন? সাম্ৰাজ্যবাদৰ ইতিহাস ফঁহিয়াই চালে ফৰাচী সাম্ৰাজ্যবাদ কিমান নিম্ন স্তৰৰ আছিল, সেইষাৰ কথা বঢ়িয়াকৈ বুজিব পাৰি। কলা-সাহিত্য, সকলোপিনৰ পৰা বাছকবনীয়া জাতি বুলি পৃথিৱীৰ ইতিহাসত পৰিচিত যদিও তেওঁ-লোকৰ কলঙ্কৰ চিন মচিব নোৱাৰাকৈ এৰি থৈ গৈছে একালৰ লাওছেই হওক বা কেম্বোডিয়াই হওক, এই উপনিবেশবোৰত।

ফা নগোম বোলা ৰাজকোঁৱৰ এজনে ১৯৫৩ চনত বৰ্তমান লাওছ অঞ্চলত পাথেৎ লাও নামেৰে ৰাজ্য এখন স্থাপন কৰিছিল। পাথেৎ লাওৰ অৰ্থ হৈছে লাও-ভূমি। বৰ্তমানৰ লাওছ ৰাষ্ট্ৰ বহু শতিকা জুৰি দুখন ৰাজ্যত বিভক্ত আছিল। এখন হৈছে খেমৰ ৰাজ্য আৰু আনখন হৈছে শ্যাম ৰাজ্য। বৰ্তমান লাওছৰ ৰাজধানী ভিয়েনটিয়েন আছিল দুয়োখন ৰাজ্যৰ সীমাৰেখা। মেকং নৈৰ উজনিত শ্যাম ৰাজ্যৰ প্ৰভাৱ আৰু নামনিত খেমৰ ৰাজ্যৰ প্ৰভাৱ, এনেদৰেই দেশখনক বিভক্ত আছিল।

ঊনবিংশ শতাব্দীৰ মাজভাগত সাম্ৰাজ্য বিস্তাৰৰ উদ্দেশ্যেৰে ফৰাচী শক্তিবৰ্গ লাওছ অঞ্চলত প্ৰৱেশ কৰে। ফৰাচীসকলৰ আগমণৰ সময়ত সমগ্ৰ দেশখন কেইবাখনো সৰু সৰু ৰাষ্ট্ৰত বিভক্ত আছিল। ওপৰত কৈ অহা ১৯৫৩ চনত স্থাপিত ফা নগোম ৰাজ্যৰ ওপৰত সঘনাই বহিৰ্শত্ৰুৰ আক্ৰমণ হৈছিল। ৰাজ্যখনত শান্তি বোলা বস্তুটো নাছিলেই বুলিব লাগে, প্ৰায় সদায় অস্থিৰতা। লাওছৰ ঠায়ে ঠায়ে বিজয়ী বহিৰ্শত্ৰুসমূহে নিজৰ বহ-তীয়া ৰাজ্য স্থাপন কৰিছিল। আজিৰ লাওছৰ দক্ষিণ-অঞ্চলত অষ্টাদশ শতিকাৰ আগভাগত চম্পাচাক নামেৰে এখন ৰাজ্য স্থাপন কৰা হৈছিল। এই ৰাজ্যখন শ্যাম সাম্ৰাজ্যৰ বহতীয়া আছিল। ইয়াৰ উপৰিও বৰ্তমানৰ কেম্বো-ডিয়াত সেই সময়ত অৱস্থিত ৰাজ্য এখনৰ সৈতেও নিখুঁত সম্বন্ধ স্থাপন কৰা হৈছিল। আৰু এখন ৰাজ্য স্থাপিত হৈছিল বৰ্তমান লাওছৰ ৰাজ-ধানী ভিয়েনটিয়ানত। এইখন ৰাজ্য আনাম সাম্ৰাজ্যৰ বহতীয়া আছিল। আৰু এখন স্থাপন হৈছিল লাওছৰ উত্তৰ অঞ্চলত, লোৱাংপ্ৰভাং বোলা এডোখৰ

ঠাইত। লোৱাং প্ৰভাং শ্যাম সাম্ৰাজ্যৰ বহতীয়া আছিল। অষ্টাদশ শতিকাৰ আগছোৱাত শ্যামদেশে ভিয়েনটিয়ান ৰাজ্য নিজৰ অধীনলৈ আনে। এই যুদ্ধত ভিয়েনটিয়ান ৰাজ্য সম্পূৰ্ণৰূপে ভষ্মীভূত হয়। অতীজৰ শ্যাম সাম্ৰাজ্যবাদ ইয়াতে ক্ষান্ত নেথাকিল। লাওছৰ আন দুখন ৰাজ্য, চম্পাচাক আৰু লোৱাং প্ৰভাং, এই দুখনো তেওঁলোকে আক্ৰমণ কৰিলে। বহু যুদ্ধ-বিগ্ৰহৰ অন্তত এই দুখন ৰাজ্যও সম্পূৰ্ণৰূপে শ্যাম সাম্ৰাজ্যৰ অধীনলৈ আহিল।

লোৱাং প্ৰভাং ৰাজ্যৰ বৰ্তমানৰ নৃপতি গৱাকী সমগ্ৰ লাওছৰ নৃপতি। নৃপতিক সাক্ষাত কৰাৰ উদ্দেশ্যেৰে পুৱাই আমি এদিন ভিয়েনটিয়ানৰ পৰা লোৱাং প্ৰভাংলৈ আকাশীযানেৰে যাত্ৰা কৰিছিলোঁ। ডকোটা বিমানেৰে পুৰা এঘণ্টা সময় লাগে। বিমান বন্দৰত আমাক অভ্যৰ্থনা জনাবলৈ ৰাজ-প্ৰাসাদৰ পৰা কেইজনীমান ছোৱালী পঠোৱা হৈছিল। হাতে হাতে একোখন ৰূপৰ শৰাইত কিছুমান ফুল। লাওছত সোণ আৰু ৰূপ বৰ সস্তা। আনকি ইয়াত চিগাৰেটৰ ছাই-দানীবোৰো নানা ধৰণৰ বনকৰা, ৰূপৰ। এনে এটা ৰূপৰ বনকৰা ছাই-দানী উপহাৰ পাইছিলোঁ। লৈ আহিছোঁ। শৰাই দেখি অসমলৈ মনত পৰিছিল। সংস্কৃতিৰ কি অভূতপূৰ্ব সাদৃশ্য। এই-বোৰ মানুহহে আমাৰ আপোন।.. ......

লোৱাং প্ৰভাঙত লাওছৰ ৰজাৰ বাসস্থান। এই পিনৰ পৰা চহৰখনক লাওছৰ দ্বিতীয় ৰাজধানী বুলিব পাৰি। ৰজাৰ সৈতে ৰাজকাৰেঙত আমাৰ সাক্ষাৎ হৈছিল। তাতো দেখিলোঁ গাদী লগোৱা, খুৰাবোৰ সোণেৰে বন্ধোৱা তামুলীপীৰাহে, চকী-মেজৰ যোগাৰ নাই। ৰজা আছুতীয়াকৈ থোৱা এনে এখন তামুলীপীৰাতে বহিল। সৰ্বমুঠ সত্তৰ মিনিট কাল আমাৰ আলো-চনা চলিল, ৰাজনীতিৰ পৰা আৰম্ভ কৰি সংস্কৃতি পৰিমিত। নৃপতি গৱাকীৰ ভাৰতৰ প্ৰতি মনোভাব অতি প্ৰশংসনীয়। মানুহজন ভাল লাগিল। কৃত্ৰিম গাম্ভীৰ্য্য নাই, সকলো সময়তে হাঁহি থাকে। ধৰ্ম আৰু সংস্কৃতিৰ বিষয়ে মানুহজনৰ জ্ঞান গভীৰ। বিমান বন্দৰৰ পৰা ৰাজপ্ৰাসাদলৈ যোৱাৰ পথত এখন নৈ পায়। এটা পাৰঘাট আছে। পাৰঘাটটো একেবাৰে অসমৰ পাৰঘাট যেন লাগিল, নৈৰ পাৰৰ হাবি-বননিবোৰো। অৱশ্যে এটা কথাত আমাৰ মিচিনা নহয়। ইয়াত মানুহৰ সমাগম বৰ কম। যিখন দেশত জন-সংখ্যাৰ ক্ষেত্ৰত সংখ্যালঘুতাহে এটা সমস্যা, সংখ্যাৰ আধিক্য সমস্যা নহয়, সেইখন দেশত এনে হোৱাটো একো কথা নহয়। সৰুতে তাহানি দিখৌ নৈৰ এনে এটা পাৰঘাটেদি পাৰ হৈছিলোঁ। সাদৃশ্যটো মনত পৰিছিল।

"দিখৌ নৈ এৰিব পাৰোঁ মই
জাঁজী নৈয়ো এৰিব পাৰোঁ"

কি এৰিব নোৱাৰোঁ, সেই বিষয়হে মন স্পষ্ট নহয়। এই পাৰঘাট-টোৰেদি বিমান বন্দৰলৈ প্ৰত্যাবৰ্ত্তনৰ পথত আকৌ পাৰ হব লগা হৈছিল।

সেই একে নিৰ্জ্জনতা। এনেতে চকুত পৰিল দুজনী গাভৰুৰে নৈৰ এডোখৰ-লৈকে নামি চুটি মেখেলা কেইখন কৰঙনৰ কিছু ওপৰলৈ দাঙি এখন হাতেৰে পানী খাইছে। বগা, নিপোটল মাংসপেশী। আচল সৌন্দৰ্য্য স্বাস্থ্যই দিয়ে। বাহিৰৰ ৰঙচঙীয়া প্ৰসাধনে চমক লগায়, প্ৰকৃত সৌন্দৰ্য্য নিদিয়ে। আজিও সেই দৃশ্যটো মোৰ চকুত ছাঁব হৈ আছে। ইয়াৰ ছোৱালীবোৰে পিন্ধা সাৰংবোৰ ধুনীয়া, বন কৰা। পাৰীবোৰ বৰ চমৎকাৰ। যিবোৰ অসমীয়া ছোৱালী মেখেলা এৰি আজিও শৰীৰ শৰণাপন্ন হোৱা নাই, সেইবোৰে ইয়াৰে পাৰী মেখেলাত লগাই লব পাৰে। দেখিলে নিজৰেই ভাল লাগিব।...

সন্ধ্যা লোৱাং প্ৰভাঙৰ পৰা উলটি আহি ভিয়েনটিয়ান পালোঁহি। দুয়োখন চহৰৰ মাজত মনতে বিজনি কৰি চলোঁ। পৰিবেশ নিজ্জৰ্ন আৰু শান্ত যদিও ভিয়েনটিয়ান বৰ্তমান আধুনিক চহৰ হোৱাৰ পিনে আগবাঢ়িছে, লোৱাং প্ৰভাং এতিয়াও এখন সৰু নিজ্জৰ্ন চহৰ হৈয়েই আছে। আধুনিক চহৰ-জীৱনৰ গতি চঞ্চলতা নাই। সেই কাৰণেই সম্ভৱতঃ ইমান মোহনীয়। প্ৰথম দিনা ভিয়েনটিয়ান চহৰ আহি সোমোৱাৰ লগে লগে এজনে সুধিছিলঃ "চহৰখন আপোনাৰ কেনে লাগিছে?" তাৰ উত্তৰত মই কৈছিলোঁঃ "This is a small sleepy town" —"এইখন এখন নিদ্ৰামগ্ন সৰু চহৰ।" লোৱাং প্ৰভাঙৰ পৰা যিদিনা প্ৰত্যাৱৰ্ত্তন কৰোঁ, সেইদিনা নিশা ভিয়েনটিয়ানত আমাৰ সন্মানাৰ্থে এখন ভোজ সভা আছিল। সেই ভোজ সভাত এগৰাকী মহিলাই সুধিলেঃ "আপোনাৰ লোৱাং প্ৰভাঙখন কেনে লাগিল" আগতে ভিয়েনটিয়ানৰ বিষয়ে কৰা মন্তব্য ফাঁকি দোহাৰি যোগ দিলোঁঃ "Perhaps Luang Prabhang sleeps a little more" "সম্ভৱতঃ লোৱাং প্ৰভাং অলপ বেচি শোৱে"......

লাওছৰ ৰাজনৈতিক বুৰঞ্জীৰ কথা লেখোঁ বুলি বহুতদূৰ আঁতৰি আহিলোঁ, নহয়? এতিয়া আচল কথালৈ আহোঁ। ১৮৯৪ চনত সমগ্ৰ দেশ-খন ফৰাছী শক্তিৰ অধীনলৈ আহে। সেই সময়ত গোটেই দেশখন সৰু সৰু গোষ্ঠী-নেতৃত্বত বিভক্ত আছিল। এনেবোৰ কাৰণৰ বাবেই ঊনবিংশ শতিকাৰ পশ্চিমীয়া সাম্ৰাজ্যবাদ এছিয়াৰ দেশসমূহত সহজে প্ৰৱেশ কৰিব পাৰিছিল, ভাৰতৰ ক্ষেত্ৰতো এইটো অৱস্থাই হৈছিল। পোনপটীয়া ভাবে এই গোষ্ঠী-নেতৃত্বৰ কোনো কোনো ফৰাছী শক্তিৰ বহতীয়া হৈছিল; কোনো কোনো দেখাত মুকলিমুৰীয়া হৈ থাকিল যদিও সেইয়া ফৰাছী শক্তিৰ অনুগ্ৰহ আৰু অনুমোদনতহে। লাওছৰ ৰাজ্যসমূহ অধিগ্ৰহণৰ অৰ্থে ফৰাছী শক্তিৰ সৈতে যিবোৰ চুক্তি স্বাক্ষৰিত হ'ল, সেইবোৰ স্বাক্ষৰিত হ'ল শ্যামদেশীয় ৰজাৰ সৈতেহে, পোনপটীয়াকৈ লাওছ নৃপতিসকলৰ সৈতে নহয়। আমাৰ য়াণ্ডাবু সন্ধিও এনেধৰণৰ বস্তুহে। অসম ভূমিৰ কাৰণে ইংৰাজৰ সৈতে চুক্তি স্বাক্ষৰিত হৈছিল অসমৰ স্বৰ্গদেউৰ সৈতে নহয়, সেই সময়ৰ ব্ৰহ্মদেশৰ নৃপতিৰ সৈতেহে। .........শাসনকাৰ্য্য স্থানীয় নৃপতিৰ জৰীয়তে নচলাই লাওছৰ গোষ্ঠী-নেতৃবৰ্গৰ জৰীয়তেহে পৰিচালনা কৰা হৈছিল। লাওছৰ

যি যি অঞ্চলত গোষ্ঠী-নেতৃবৰ্গ নাছিল, সেই সেই অঞ্চলত ফৰাছীসকলে নিজেই এনেধৰণৰ নতুন নেতৃত্বৰ জন্ম দিছিল।......

কেম্বোডিয়াৰ নংপেনত নিযুক্ত কৰাৰ দৰে এই ফৰাছীসকলে লোৱাং প্ৰভাং ৰাজ দৰবাৰতো এজন ৰেচিডেণ্ট চাহাব নিযুক্ত কৰিছিল। ইয়াৰ উপৰিও এইজনা বিষয়াক অৰ্থ সচীবৰ দায়িত্বও দিয়া হৈছিল। ঊনবিংশ শতিকাৰ পশ্চিমীয়া সাম্ৰাজ্যবাদী শক্তিসমূহৰ, ইংৰাজেই হওক বা ফৰাছীয়েই হওক, প্ৰশাসনীয় আহি প্ৰয় এবে ধৰণৰ আছিল। আমাৰ ইয়াত ইংৰাজৰ আমোলত তথাকথিত স্বাধীন নৃপতিবৰ্গৰ যিটো অৱস্থা হৈছিল, সেই একেটা অৱস্থাই ফৰাছীৰ অধীনত লাওছতো হৈছিল, কেম্বোডিয়াতো হৈছিল। নামত লোৱাং প্ৰভাঙত এজন ৰজা থাকিল। সেইদৰে ভিয়েন-টিয়ানতো নামত এজন ৰজা থাকিল, চম্পাচাক ৰাজ্যতো থাকিল।

লাওছ ভূমি-পৰিবেষ্টিত দেশ। ইয়াৰ সমুদ্ৰ-তীৰ নাই। সমুদ্ৰৰ পৰা ই বহু আতৰত। মেকং নৈৰ নামনি অঞ্চলত আনহাতে শিলনিৰ প্ৰাদুৰ্ভাৱ সৰহ হোৱা হেতুকে নাও চলাচল কৰাটো অসম্ভৱ কথা। বহিৰ্-সংযোগ পথৰ এনেবোৰ স্বাভাৱিক জঞ্জালৰ কাৰণেই সাম্ৰাজ্যবাদীৰ শাসন কালত ফৰাছী-সকলে দেশৰ স্বাভাৱিক সম্পদৰাশি লুণ্ঠন কৰি নিজৰ দেশলৈ নিব পৰা নাছিল। সেইবুলি দেশৰ বাইজক ফৰাছীসকলৰ প্ৰশাসনীয় অধিকৰ্ত্তা নাইবা ফৰাছী সেনাবাহিনীৰ অধিকৰ্ত্তাসকলে শোষণ কৰি জুৰুলা নকৰাকৈ আছিল জানো ? শুনিলে আচৰিত যেন লাগিব, আনকি নৱজাতক শিশুৰ মুখৰ পৰাও এওঁলোকে মাতৃ-দুগ্ধ অপহৰণ কৰিছিল। কেনেকৈ ? ৰাজহ সংগ্ৰহৰ ক্ষেত্ৰত ফৰাছীসকলৰ বিশেষ কোনো নিৰ্দ্ধাৰিত পদ্ধতি নাছিল। তেওঁলোকৰ আমোলত কোনোৱে সৰহকৈ ৰাজহ দিব লগা হৈছিল, কোনোৱে একেবাৰে নিদিয়াকৈও হৈছিল। এওঁলোকে এবিধ ৰাজহ নিয়মিত ৰূপে ধাৰ্য্য কৰিছিল। সেইবিধ হৈছে সন্তান সম্ভৱা মাতৃৰ স্তনৰ গাখীৰৰ ওপৰত। যদিও লাওছৰ নাৰী মুছলিমুৰীয়া, আমাৰ দেশৰ দৰে ইয়াত পৰ্দ্দা-প্ৰথাই নাৰীৰ জীৱন যদিও পংগু নকৰাকৈ আছে, তথাপি নাৰী সন্তান সম্ভৱা হোৱাৰ লগে লগে ফৰাছীৰ আমোলত মানুহৰ সমাজৰ পৰা আঁতৰি ফুৰিব লগা হৈছিল। এনে নাৰী দেখিলেই ফৰাছী ৰাজকৰ্মচাৰীয়ে স্তনৰ ওপৰত ৰাজহ ধাৰ্য্য কৰি দিয়াটো সম্ভৱ। আনকি তেওঁলোকে মাতৃদুগ্ধ পোষ্য শিশুকো লগত লৈ বাহিৰলৈ নগৈছিল, ভয়তে। টুৰ্গেনিভে কৈছিল ঃ "স্বাস্থ্যৱতী নিপোটল এগৰাকী মাতৃ, বাহুবন্ধনত এটি শিশু, ইয়াতোকৈ আৰু মনোৰম দৃশ্য ভগবানৰ সৃষ্টিত হব নোৱাৰে।" লাওছত ফৰাছী আমোলত জন্ম গ্ৰহণ কৰা হলে টুৰ্গেনিভে সম্ভৱতঃ এইষাৰ কথা নকলে-হেঁতেন। লাওছত মাতৃৰ বাহু-বন্ধনত শিশু দেখিবলৈ হলে পৰিয়ালৰ অন্বেষণপুৰলৈ যাব লাগিব, বাহিৰত নহয়।

১৯৫৪ চনত ফৰাছী সাম্ৰাজ্যৰ সূৰ্য্য ইণ্ডো-চীন উপনিবেশৰ আকাশত ধুৰ যায়। এই উপনিবেশৰ সৰ্ববৃহৎ অঞ্চল আছিল লাওছ ভূমি-খণ্ড। ইয়াৰ

মাটিকালি ৯১,০০০ বৰ্গ মাইল। দক্ষিণ-পূব এছিয়াৰ প্ৰায় সোঁ মাজত লাওছ ৰাষ্ট্ৰ অৱস্থিত। সৰ্বমুঠ দুখন প্ৰদেশেৰে এই ৰাজ্যখন গঠিত। কিবা নহয় কিবা কাৰণত এই দুয়োখন প্ৰদেশৰে সীমান্ত-অঞ্চল জনবহুল। বিদেশী ৰাষ্ট্ৰৰ সীমাৰেখা স্পৰ্শ কৰি অৱস্থিত। এই দুখন প্ৰদেশৰ বাহিৰে লাওছৰ বাকী অঞ্চলসমূহ নদীমাতৃক অঞ্চল বুলিব পাৰি। নৈবোৰ ৰাজ্যত অৱস্থিত পৰ্বত মালাৰ পৰা ওলাই লাওছৰ দক্ষিণ বা পশ্চিম দিশলৈ প্ৰবাহিত হৈছে। লাওছত বৰষুণ কম নহয়। প্ৰায় ওৰেটো বছৰ বৰষুণ। প্ৰায় সকলো সময়তে আকাশ মেঘাচ্ছন্ন, ৰ'দৰ মুখ দেখিবলৈ পোৱাটো একপ্ৰকাৰ টানেই।

আন্তৰ্জাতিক ৰাজনৈতিক মহলত আজি লাওছৰ "প্লেইন্ অব্ জাৰছ্" বোলা অঞ্চল ডোখৰ জনাজাত ঠাই। এই অঞ্চল ডোখৰ লাওছৰ মাজ মজিয়াত অৱস্থিত। সমুদ্ৰৰ জলপৃষ্ঠৰ বিজনিত ঠাইডোখৰ ৩,৬০০ ফুট উচ্চ। যদিও আন্তৰ্জাতিক জগতত ঠাইডোখৰ "প্লেইন", "সমতল" বুলি জনাজাত, ই আঁচলতে সমলত নহয়। পৰ্বতৰ টিলা, সেউজীয়া ঘাঁহনি আৰু গছগছনি ঠাইডোখৰৰ মাজে মাজে যথেষ্ট আছে। গোটেই লাওছখনেই এখন অৰণ্যভূমি। এনে সমতল ভূমি-অঞ্চলত অৰণ্য থকাটো একো আচৰিত কথা নহয়। ইয়াৰ দক্ষিণ অঞ্চলত অৱস্থিত সৰ্বোচ্চ পৰ্বতৰ শিখৰটো হৈছে মুঠ ৯,২৪০ ফুট। এইটোতকৈ উত্তৰ ভিয়েটনামৰ ৰাজধানী হানয়ৰ দক্ষিণ প্ৰাঙগণত আৰু ওখ পৰ্বত নাই। আমাৰ নগা পৰ্বতৰ মাউণ্ট জাফোতকৈ ই অলপহে চাপৰ। মাউণ্ট জাফোৰ উচ্চতা হৈছে দহ হেজাৰ ফুট; ই নানাবিধ অৰ্কিডৰ কাৰণে বিখ্যাত।

এইখিনিতে প্ৰশ্ন হয়ঃ লাওছৰ এই অঞ্চল ডোখৰৰ নাম "প্লেইন অব্ জাৰছ্" হল কিয় ? প্ৰত্নতত্ত্ববিদ্‌সকলে কয় ঃ ইয়াৰ মাজ মজিয়াৰ মাটিৰ তলত এশটাতকৈ অধিক প্ৰাচীন যুগৰ শিলৰ বিৰাটকায় কলহ পোৱা গৈছিল। সেই কাৰণে আকৃতিৰ পিনৰ পৰা একোটা কলহ ইমান ডাঙৰ যে, তাত একোজন মানুহ অনায়াসে সোমাই থাকিব পাৰে। আমেৰিকাৰ যাদুঘৰত তাহানি এনে বৃহৎ আকৃতিৰ কলহ দেখিছিলো; সেইবোৰো চীনদেশীয় কলহ, গাত নানাবিধ কাৰুকাৰ্য সম্বলিত। প্ৰত্নতত্ত্ববিদ্‌সকলৰ মতে, এই কলহবোৰ প্ৰাচীনকালত মৰিশালিত ব্যৱহাৰ কৰা হৈছিল; এইবোৰ দুহেজাৰ বছৰৰ পূৰ্বৰ বস্তু। লাওছসকল দুহেজাৰ বছৰৰ পূৰ্বে এই অঞ্চলত বসবাস কৰা নাছিল। কলহৰ ভিতৰখন পৰীক্ষা কৰি চালে এটা কথা পৰিস্কাৰ হৈ পৰে। ভিতৰত কিছুমান চিহ্ন আছে, সেই চিহ্নবোৰত লোৰ অস্ত্ৰৰ চানেকী আছে। দুহেজাৰ বছৰৰ পূৰ্বে চীনাসকলেহে লোৰ ব্যৱহাৰ জানিছিল। ইয়াৰ পৰাই কোনো কোনো প্ৰত্নতাত্ত্বিকে কলহসমূহ চীনদেশীয় স্মৃতি-চিহ্ন বুলি অনুমান কৰে।

আধুনিক লাওছৰ ৰাজনৈতিক বুৰঞ্জী খেলিমেলি। বুজিবলৈ টান। যোৱা মহাসমৰৰ সময়ত এফালে কেনেকৈ জাপানী সমৰবাদীৰ আৰু আন-ফালে ফৰাছী সাম্ৰাজ্যবাদীৰ মাজত সংঘাত হৈছিল, সেইষাৰ কথা সহজতে বুজিবলৈ টান। পৰাধীনতাৰ শিকলি ছিঙি ১৯৪৯ চনৰ জুলাই মাহত লাওছ

ফৰাছী শাসনমুক্ত হয়। পৰাধীনতাৰ শিকলি ছিঙি ভাৰত, ব্ৰহ্মদেশ, ফিলিপিন্‌ছ, ইণ্ডোনেছিয়া আদি দেশসমূহে ইতিমধ্যে স্বাধীনতাৰ পোহৰ দেখিছিল। তেতিয়াও, অৰ্থাৎ ১৯৪৯ চনৰ শেষ ভাগলৈকে পৰাধীন হৈ আছিল মালয়, সিংগাপুৰ, বৰ্ণিঅ', নিউগিনি আৰু টিমৰ। চীন দেশত কম্যুনিষ্ট আন্দোলন আৰু ইণ্ডো-চীনত জাতীয়তাবাদী আন্দোলন, দুয়োটা ঘটনা প্ৰায় সমসাময়িক বস্তু। দুয়োটাৰে বুৰঞ্জী সমান্তৰাল। ১৯৪৯ চনতে স্বাধীনতা ঘোষণা কৰিছিল যদিও, লাওছৰ বহুক্ষেত্ৰত তেতিয়াও ফৰাছী আধিপত্য অক্ষুণ্ণ হৈ আছিল। ১৯৫৩ চনত নানা বিষয় লৈ দুয়োখন ৰাষ্ট্ৰৰ মাজত আলোচনা হয়। এই আলোচনাৰ জৰীয়তে দুয়োখন ৰাষ্ট্ৰৰ মাজত এক মীমাংসা হয়, এক সিদ্ধান্ত হয়। এই সিদ্ধান্তৰ জৰীয়তে ৰাষ্ট্ৰ দুখনৰ মাজত এক বন্ধুত্ব আৰু সহযোগিতাৰ চুক্তি সম্পাদিত হয়।

এই চুক্তিৰ প্ৰথম দফাটোত এনেদৰে আছে: "The French Republic recognises and declares that the Kingdom of Laos is a fully independent and sovereign state."

এনেকৈয়ে বহু দিন লুপ্ত হৈ থকা স্বাধীনতা-সূৰ্য্যৰ লাওছৰ আকাশত পুনৰ উদয় হয়। ইয়াৰ লগে লগে নতুন জাতীয় জীৱনৰ আৰম্ভ হয়। ১৯৫৪ চনৰ জেনেভা চুক্তিয়ে লাওছক এক নতুন আন্তৰ্জ্জাতিক মৰ্য্যাদা প্ৰদান কৰে। জেনেভা চুক্তি অনুসাৰে ভাৰত, পোলেণ্ড আৰু জেনেভাৰ প্ৰতিনিধিয়ে সংগঠিত "ইন্‌টাৰ-নেশ্যনেল্‌ কমিছন্‌ ফৰ্‌ চুপাৰ্বিভিছন্‌ এণ্ড কণ্ট্ৰোল্‌" অনুষ্ঠানৰ জন্ম হয়।

স্বাধীন হ'ল যদিও লাওছত বিপ্লৱৰ এতিয়াও অন্ত পৰা নাই। এচাম মানুহৰ নেতৃত্বত বিপ্লৱ চলি আছে। আন্তৰ্জ্জাতিক জগতত ই আশংকাৰ ছাঁ নেপেলোৱাকৈ থকা নাই। এই বিপ্লৱ পথেৎলাও বাহিনীৰ নেতৃত্বত চলি আছে। আমাৰ বিদ্ৰোহী নগা সংগঠনৰ দৰে এই পাথেৎলাও বাহিনীটো সশস্ত্ৰ বিপ্লৱী বাহিনী। এই বিপ্লাৱী অনুষ্ঠান দুটাৰ মাজত অপূৰ্ব্ব এক সাদৃশ্য পৰিলক্ষিত হয়। পাথেৎলাও সংগঠন যথেষ্ট টনকিয়াল। ইয়াৰ কেইবাটাও শাখা সংগঠন আছে। যেনে কৃষক সংগঠন, নাৰী সংগঠন, যুৱক সংগঠন ইত্যাদি। প্ৰভাৱান্বিত কৰাৰ উদ্দেশ্যেৰে সম্ভৱতঃ সময়ে সময়ে এওঁলোকে জনসাধাৰণৰ আগত সামৰিক সংগঠনৰ প্ৰদৰ্শন কৰে। বিপ্লৱী নগাৰ এনে প্ৰদৰ্শন নিজে নগাপৰ্বতত দেখি আহিছোঁ। কিছুমান দৃশ্য দেখি হাঁহি উঠিছিল। ৰেভাৰেণ্ড মাইকেল স্কট তেতিয়াও ভাৰতৰ পৰা বহিস্কৃত হোৱা নাছিল। ওপৰত উল্লেখ কৰা দৃশ্যৰ যেতিয়া প্ৰদৰ্শন হৈছিল, মাইকেল স্কট মোৰ কাষতে থিয় হৈ আছিল। আচলতে সংগঠনৰ পিনৰ পৰা বিদ্ৰোহী নগা আৰু পাথেৎলাও, এই দুটা অনুষ্ঠানৰ বৈপ্লৱিক কাৰ্য্যপন্থাৰ মাজত এতিয়াও বিশেষ কোনো পাৰ্থক্য মোৰ চকুত ধৰা পৰা নাই।

স্বাধীন লাওছ ৰাজ্যৰ প্ৰধানমন্ত্ৰীৰ পৰা আৰম্ভ কৰি প্ৰায়বোৰ ৰাষ্ট্ৰীয় নেতাৰ সৈতে বহুকথাই বিশদভাৱে আলোচনা কৰি আহিছোঁ। এওঁলোকে

এটা কথা অন্তৰে অন্তৰে উপলব্ধি কৰিছে যেন মোৰ অনুমান হৈছে। বিশ্ব-শান্তিৰ বাবে পৃথিবীৰ ববমুৰীয়া ৰাষ্ট্ৰ কেইখনেই কেৱল নহয়, নতুনকৈ সংগঠিত ৰাষ্ট্ৰসমূহেও সাম্রাজ্যবাদী নীতি নাইবা বিস্তাৰ-নীতি পৰিত্যাগ কৰিব লাগিব। এইষাৰ কথা লাওছৰ প্ৰধানমন্ত্ৰী ৰাজকোঁৱৰ শোভানা ফুমাই আমাক বাৰে বাৰে কৈছিল। মানুহজন ভ ৰতৰ প্ৰতি সদয় আৰু সহানুভূতি-শীল। আমি আমাৰ ৰাজনৈতিক সমস্যাৰ কথা কৈছিলোঁ। প্ৰধানমন্ত্ৰীয়ে তেওঁৰ দেশৰ সমস্যাৰ বিষয়ে আমাক বিবৰি কৈছিল। কমিউনিষ্ট পাথেৎলাও বাহিনী উত্তৰ ভিয়েটনামৰ দ্বাৰা কেনেকৈ পৰিচালিত, সেইষাৰ কথা মানুহ-জনে উদাহৰণৰে সৈতে আমাৰ আগত ব্যাখ্যা কৰিছিল। কেনেকৈ কমিউনিষ্ট গৰিলা বাহিনী ল'ওছৰ পথ এটাইদি দক্ষিণ ভিয়েটনামলৈ যায়, সেই বিষয়েও কৈছিল। এই গোপন পথটোৰ নাম "হো চি মীন ট্ৰেইল্।" এই পথটোৰ কথা লাওছত বহুতৰ মুখত শুনিছোঁ। প্ৰধানমন্ত্ৰীয়ে কৈছিলঃ এই অন্যায় বিচৰণক প্ৰতিৰোধ কৰিবলৈ পোনতে তেওঁ ফৰাছী দেশৰ পৰা অস্ত্ৰ-শস্ত্ৰ বিচাৰিছিল। অৱশেষত ফৰাছীৰ ওচৰত বিমুখ হৈ তেওঁ আমেৰিকাৰ যুক্ত-ৰাষ্ট্ৰৰ কাষ চাপিব লগা হয়। টাইলেণ্ডৰ দৰে লাওছতো আমেৰিকাৰ প্ৰভাৱ সুস্পষ্ট। ....ভিয়েনটিয়ানত এখন প্ৰেছ কনফাৰেন্স হৈছিল। সেই সভাত পৃথিৱীৰ দেশসমূহক আমেৰিকাই দিয়া অৰ্থসাহাযাৰ বিষয়ে প্ৰখ্যাত "লাইফ" আলোচনীৰ সাংবাদিক এজনে মোক এটা প্ৰশ্ন কৰিছিল। উত্তৰটো ইমান টানকৈ দিছিলোঁ যে সাংবাদিকজনে চিঞৰি উঠিছিলঃ "এইটো কাকতৰ হেডলাইন হব।" মই কলোঁঃ "এইটো নিদিব, দিলে আন্তৰ্জাতিক সম্বন্ধৰ ক্ষেত্ৰত ব্যাঘাত জন্মিব পাৰে। সেই কাৰণেই নিদিব। মই অফ্ দি ৰেকৰ্ডহে কৈছোঁ।" জানিশুনি দেশৰ অহিত সাধন কৰা কোনো কামকে মই কৰা নাই।

এইখিনিতে লাওছত অৱস্থিত আমাৰ ডিফেন্স মিনিষ্ট্ৰীয়ে প্ৰেৰণ কৰা মেডিকেল মিছনটোৰ বিষয়ে কব খুজিছোঁ। এই মিছনটোৱে লাওছত অসম্ভৱ ভাল কাম কৰিছে। কথাই কথাই প্ৰধানমন্ত্ৰীয়ে আমাক মিছনটোৰ কৰ্ম-পটু-তাৰ আৰু সোৱাৰ ভাবৰ কথা কৈছিল। কথাখিনি শুনি ভাল লাগিছিল। ইয়াৰ উপৰিও এই মিছনটোৰ প্ৰশংসা বহুতৰে মুখত শুনিছোঁ। আনকি সাধাৰণ মানুহৰ মুখতো। এই মিছনটোৰ প্ৰশংসা কৰি আন এজন ৰাষ্ট্ৰ-নেতাই আমাক কৈছিলঃ "ভাৰতে আমাক এনে ধৰণৰ সেৱা-ধৰ্মপৰায়ণ কেই-জনমান দন্তচিকিৎসক দিব নোৱাৰেনে?" কথাষাৰ আমি দিল্লীত মন্ত্ৰীক কৈছোঁহি। ১৯৬৭ চনৰ এপ্ৰিল মাহত ভাৰত চৰকাৰে এনে এটা মিছন লাওছলৈ প্ৰেৰণ কৰিছে। ......ভিয়েনটিয়ানৰ ভোজসভাত ইয়াৰে, অৰ্থাৎ মিছনটোৰ কেইজনমান ডাক্তৰক আমি লগ পাইছিলোঁ। এওঁলোকৰ দ্বাৰাই পৰিচালিত চিকিৎসালয়টোলৈকো এদিন গৈছিলোঁ। অনুষ্ঠানটো পৰিদৰ্শন কৰি ভাল লাগিছিল। এই চিকিৎসালয়টো অত্যন্ত জনপ্ৰিয়।......

অতীজত ওচৰচুবুৰীয়া ৰাষ্ট্ৰসমূহৰ ৰাজনৈতিক উথলমাথলৰ বা-বতাহ যেনেকৈ ৰাষ্ট্ৰখনৰ গাত লাগিছিল, বৰ্তমানেও তেনেকৈ নলগাকৈ থকা নাই।

অতীজত লোৱাং প্ৰভাং বাজ্য কিমানৰ হাত বাগৰিছিল, তাৰ লেখজোখ নাই। একালত লোৱাং প্ৰভাং ৰাজ্য আনাম ৰাজ্যৰ অধীনত আছিল। সেইদৰে শ্যাম ৰাজ্যৰো ই অধীন হৈছিল। দেশখনত ১৯৫৪ চনৰ পৰা নতুন এক পৰিস্থিতিৰ উদ্ভৱ হৈছে। বিশ্বৰ ৰাজনৈতিক গোষ্ঠীৰ ভাৰসাম্যই যুদ্ধ বিদূৰ কৰি লাওছলৈ কিছুদূৰ হলেও শান্তি ননাকৈ থকা নাই। তথাপি, এইষাৰ কথাও সঁচা, বৰ্তমান ভিয়েটনামত দেখা দিয়া সংঘাতৰ প্ৰভাৱ লাওছৰ ৰাজনৈতিক জীৱনৰ ওপৰতো নপৰাকৈ থকা নাই।

স্বাধীন লাওছে সংঘৰ্ষকামী বিশ্বত ভাৰসাম্য ৰক্ষা কৰাৰ মানসেৰেই নিৰপেক্ষ নীতি অবলম্বন কৰিছে। অন্তৰ্ভুক্তি হোৱাৰ দূৰৰ কথা, লাওছ কোনো সমৰ-গোষ্ঠীৰ কাষ চাপিবৰ কাৰণেও প্ৰস্তুত নহয়। নিৰপেক্ষ নীতিক সবল আৰু টনকিয়াল কৰি ৰখাৰ উদ্দেশ্যেৰে দুই শক্তি-গোষ্ঠীৰ মাজৰ শীতল যুদ্ধৰ পৰাও লাওছ আঁতৰি আছিল। ইয়াৰ প্ৰমাণ স্বৰূপে উদাহৰণ এটা এইখিনিতে দাঙি ধৰিব খুজিছোঁ কমিউনিষ্ট চীনৰ সৈতে কূটনৈতিক সম্বন্ধ যেনেকৈ স্থাপন নকৰাকৈ আছে, তেনেকৈ ফৰাছীৰ সৈতেও লাওছে কূটনৈতিক সম্বন্ধ স্থাপন নকৰাকৈ আছে। উত্তৰ ভিয়েটনাম আৰু দক্ষিণ ভিয়েটনামৰ ক্ষেত্ৰতো লাওছে এই একে নীতিকে অবলম্বন কৰিছে। আনহাতে কমিউনিষ্ট চীন আৰু জাতীয়তাবাদী চীন, উত্তৰ আৰু দক্ষিণ ভিয়েটনাম, কোনোখন ৰাষ্ট্ৰৰ সৈতে সদ্ভাৱৰ অভাৱ নোহোৱাকৈও আছে। এইখিনিতে ভাৰত আৰু ইণ্ডোনেছিয়াই গ্ৰহণ কৰা নিৰপেক্ষ নীতিৰ সৈতে লাওছে গ্ৰহণ কৰা নিৰপেক্ষ নীতিৰ পাৰ্থক্য।

নিৰপেক্ষ নীতিৰ অতি শক্তিশালী পৃষ্ঠপোষক হৈছে লাওছৰ বৰ্তমানৰ প্ৰধানমন্ত্ৰী শোভনা ফুমা। ১৯৫৬ চনৰ আগভাগত এইজনা প্ৰধানমন্ত্ৰীয়ে এনেদৰে ঘোষণা কৰিছিল ঃ "We will oppose any foreign interference in our own affairs. We will strive to maintain the best possible relations with our friends and allies (i.e. France), and especially with our neighbours." ফৰাছী শাসনে এসময়ত লাওছক দাসত্বৰ শিকলি পিন্ধাইছিল যদিও আৰু লাওছৰ স্বাধীনতা ৰণ এই সাম্ৰাজ্যবাদী শক্তিৰ বিপক্ষে অনুষ্ঠিত হৈছিল যদিও স্বাধীন লাওছত পশ্চিমীয়া আন শক্তিৰ ৰিজনিত ফৰাছী দেশ আজি অধিক জনপ্ৰিয়। স্বাধীন ভাৰতে ইংলণ্ডৰ সৈতে যি সৌহাৰ্দ্যপূৰ্ণ সম্বন্ধ স্থাপন কৰিছে, লাওছেও সেই একেধৰণৰ সৌহাৰ্দ্যপূৰ্ণ সম্বন্ধ ফৰাছী দেশৰ সৈতে স্থাপন কৰিছে। ১৯৫৬ চনৰ আগষ্ট মাহত প্ৰধানমন্ত্ৰী শোভানা ফুমা পিকিং আৰু হানয় ভ্ৰমণ কৰিবলৈ গৈছিল। পিকিং ভ্ৰমণৰ অন্তত চৌ এন-লাইৰ সৈতে শোভানা ফুমাৰ যি যুটীয়া বিবৃতি ওলাইছিল, সেই বিবৃতিত লাওছে গ্ৰহণ কৰা "শান্তি আৰু নিৰপেক্ষতা" নীতিৰ কথা আৰু দৃঢ়ভাৱে ঘোষণা কৰা হৈছে। লাওছৰ স্বতন্ত্ৰতাৰ ওপৰত যেতিয়ালৈকে কোনো শক্তিয়ে হস্তক্ষেপ নকৰে, তেতিয়ালৈকে সমৰ-গোষ্ঠীত লাওছ যে অন্তৰ্ভুক্ত নহয় সেইষাৰ কথাও ঘোষণা কৰা হৈছে।

লাওছে কমিউনিষ্ট চীনৰ সৈতে বন্ধুত্বপূৰ্ণ সম্বন্ধ বিচাৰে। তথাপি চীনক কূটনৈতিক স্বীকৃতি দিবলৈ শোভানা ফুমাই অস্বীকাৰ কৰিছে। এইসাৰ কথা স্পষ্ট ভাষাতে প্ৰধানমন্ত্ৰীজনাই চৌ-এন-লাইক জানিবলৈকো দিছিল। শোভানা ফুমা পিকিং ভ্ৰমণৰ অন্তত হানয় ভ্ৰমণ কৰিবলৈ যায়। তাতো এই একে সিদ্ধান্তকে তেওঁ সাব্যস্ত কৰে। প্ৰধানমন্ত্ৰীয়ে হানয়ত অভূতপূৰ্ব আদৰ অভ্যৰ্থনা পাইছিল। এইষাৰ কথাই তেওঁৰ মনত গভীৰ সাঁচ বহুৱাইছিল। এনে ধৰণৰ অপূৰ্ব আদৰ অভ্যৰ্থনা শোভানা ফুমাই দক্ষিণ ভিয়েটনাম ভ্ৰমণ কালতো পাইছিল। এইখিনি কথা নিজেই তেওঁ আমাক কৈছিল।

লাওছ ৰাজ্যত পাথেৎ লাওৰ সহযোগত কিছুকালৰ কাৰণে এক মিলিত চৰকাৰে স্থাপিত হৈছিল। চৌ-এন-লায়ে মিলিত চৰকাৰক ততাতৈয়াকৈ অভিনন্দন জনাবলৈ পাহৰা নাছিল। এইবুলি প্ৰধানমন্ত্ৰী শোভানা ফুমাই কমিউনিষ্ট শক্তিৰ দুৰভিসন্ধিমূলক উদ্দেশ্যৰ কথা যে নুবুজাকৈ আছিল, সেইষাৰ কথাও নহয়। ভাল হব বুলিয়েই চিন্তা কৰি শোভানা ফুমাৰ বক্তৃতা এটাৰ একাংশ এইখিনিতে তুলি দিব খুজিছোঁ। "It (Government) will do all it can to check the communists' sabotaging activities and the spread of communist thoughts and ideas. Our neutral policy applies only to the military field. Politically speaking, we will adopt a system of constitutional monarchy and practise democracy. We have decided to maintain friendly relations with democratic countries." পাথেৎ লাওৰ সৈতে সংগঠিত মিলিত চৰকাৰ সৰহদিন প্ৰৱৰ্ত্তি নেথাকিল। বৰ্ত্তমান লাওছৰ ৰাষ্ট্ৰনায়ক এজনে আমাক কৈছিল: পাথেৎ লাও বাহিনীৰ গৰিলাসকলক গৰিলা-যুদ্ধ শিক্ষা আৰু আহিলা-পাতিৰ যোগান ধৰি উত্তৰ ভিয়েটনামৰ শাসকবৰ্গই প্ৰস্তুত কৰি তুলিছিল। কেৱল উত্তৰ ভিয়েটনামেই নহয়, বৰ্ত্তমান লাওছত কমিউনিষ্ট চীনৰ ছাঁ নপৰাকৈ থকা নাই। ....... এইখিনিতে কৈ থোৱাটো ভাল হ'ব, পোন প্ৰথমবাৰৰ কাৰণে ১৯৫৮ চনৰ মে' মাহৰ ৪ তাৰিখে লাওছৰ নাৰী সমাজে ভোটদানৰ অধিকাৰ পায়।......

লাওছৰ ৰাজনৈতিক জীৱনৰ বিষয়ে দীঘলীয়াকৈ কলোঁ। এতিয়া দুআষাৰ মান ইয়াৰ মানৱ-সমাজৰ বিষয়ে কব খুজিছোঁ। লাওছখনক এখন নানা জাতিপুঞ্জৰে বোৱা তোলা দলিছা বুলিলে অত্যুক্তি কৰা নহব। স্থূল-ভাৱে কবলৈ গলে লাওছত অন্ততঃ ত্ৰিশটা বিভিন্ন সম্প্ৰদায়ৰ মানুহ আছে। এই সকলৰ বিষয়ে পিছত কম। এই সকলক লৈ কেনেকৈ ফৰাছী ৰাজ-শক্তিয়ে প্ৰশাসনীয় কাৰ্য্যব্যৱস্থা পৰিচালিত কৰিছিল, সেই বিষয়ে থুলমূলকৈ অলপ কব খুজিছোঁ। শাসন-কাৰ্য্যৰ বাবে ফৰাছী সকলৰ আমোলত প্ৰতিখন প্ৰদেশ কিছুমান জিলাত বিভক্ত কৰা হৈছিল। আমাৰ দেশত ইংৰাজসকলে যেনে ধৰণৰ ব্যৱস্থা গ্ৰহণ কৰিছিল, ঠিক তেনে ধৰণৰ ব্যৱস্থা লাওছত ফৰাছীসকলেও গ্ৰহণ কৰিছিল। লাওছত এই জিলাসমূহক মোৱাং বা কং বোলা

হয়। এই জিলাসমূহক দুনাই কিছুমান সৰু সৰু খণ্ডলৈ বিভক্ত কৰা হৈছিল। এই অঞ্চলবোৰৰ শাসনকৰ্ত্তাসকলক টাছেং বা কোং বোলা হৈছিল। আমাৰ গাম বা গাঁওবুঢ়া সকলৰ দৰে টাছেং সকল লাওছ জন-সমাজৰ প্ৰাচীন অনুষ্ঠান। ফৰাছী শাসন প্ৰৱৰ্ত্তনৰ পূৰ্বে টাছেং সকলক নিৰ্বাচনৰ জৰীয়তে বছা হৈছিল। সামাজিক কথাতেই কেৱল নহয়, যুদ্ধ-বিগ্ৰহৰ ক্ষেত্ৰতো এওঁ-লোকে দলক নেতৃত্ব দিছিল। নিৰ্বাচনৰ পৰিৱৰ্ত্তে ফৰাছী আমোলত মনো-নয়ন নীতি প্ৰৱৰ্ত্তন কৰা হৈছিল। মনোনীত জনতকৈ নিৰ্বাচিতজনৰ মৰ্য্যাদা অধিক বুলি চিৰকাল স্বীকৃত হৈ আহিছে। টাছেং সকলৰ সহকাৰী দল-পাতি সকলক ফিয়া বোলা হৈছিল। ফিয়াৰ অধীনতো এবিধ সহকাৰী বিষয়া আছিল। সেই সকলক খন-ছি নাইবা খন-হাট্ বোলা হৈছিল। "ছি"ৰ অৰ্থ হৈছে চাৰি। খন-ছি সকলৰ চাৰিখন গাঁও আৰু খন-পেট সকলৰ আঠখন গাঁৱৰ ওপৰত প্ৰভুত্ব চলিছিল। ইয়াৰ উপৰিও আৰু এটা শব্দ আছে। শব্দটো হৈছে "বান"। ইয়াৰ অৰ্থ হৈছে "সৰু গাঁও"। "বান-টাই"ৰ কথা টাইলেণ্ডৰ বিষয়ে লেখোঁতে উল্লেখ কৰি আহিছোঁ। ভাষাৰ পিনৰ পৰা লাওছ আৰু টাইলেণ্ডৰ সাদৃশ্য অভূতপূৰ্ব। লাওছতো পানীক "নাম" বোলে। সিদিনা দিল্লীৰ ৰাজ-ভৱনৰ ভোজসভা এখনত লাওছৰ যুৱৰাজ আৰু যুৱ-ৰাণীক লগ পাইছিলো—এইষাৰ কথা তেওঁলোকেও সাব্যস্ত কৰিছিল।

ফৰাছী শাসকবৰ্গই টাছেং সকলৰ ওপৰত ৰজহ সংগ্ৰহ কৰাৰ দায়িত্ব ন্যস্ত কৰিছিল। এনেদৰে ক্ষমতাৰ অংশীদাৰ হবলৈ পাই টাছেংসকল অত্যাচাৰী অনুষ্ঠান বিশেষলৈ ৰূপান্তৰিত হৈছিল। দেশৰ ইমূৰৰ পৰা সিমূৰলৈকে এই অত্যাচাৰৰ কাৰণেই এইখিনি মানুহক ৰাইজে বিতৃষ্ণাৰ চকুৰে চাইছিল। আমাৰ বহুতৰেই দৰে এওঁলোক আছিল বিদেশী শাসকৰ পদলেহনকাৰী বহতীয়া। তাৰ পৰিবৰ্ত্তে এওঁলোকে পাইছিল ক্ষমতা। ক্ষমতাৰ কাৰণেই জন-সাধাৰণৰ পৰা পাইছিল একপ্ৰকাৰ অৰ্থহীন, অন্তঃ-সাৰশূন্য মৰ্য্যাদা। ৰাইজ ভয়ত ভৰ্জিছিল, ভক্তিত নহয়। ভয়ৰ জৰীয়তে জন্ম পোৱা ভক্তি কচুপাতৰ পানীৰ দৰেই খন্তেকীয়া।

ওপৰত কৈ অহা বিভিন্ন ত্ৰিশটা সম্প্ৰদায়ৰ মানুহৰ ভিতৰত লাওছৰ ঘাই সম্প্ৰদায়টো হৈছে লাওলুম। আচল লাও মানুহ সমূহ জনসংখ্যাৰ প্ৰায় অৰ্দ্ধেক। ষষ্ঠ আৰু ত্ৰয়োদশ শতিকাৰ ভিতৰৰ কালছোৱাত চীনৰ দক্ষিণ অঞ্চলৰ পৰা প্ৰব্ৰজন কৰি অহা মানুহৰ এচাম হৈছে লাওসকল। সেই পিনৰ পৰা এওঁলোক টাইজাতীয় মানুহ। এওঁলোক টাইলেণ্ডৰ টাইসকলৰ দৰে থেৰাবাদী বৌদ্ধ মতাৱলম্বী। সেই কাৰণেই সম্ভৱতঃ এওঁলোকৰ ভাষাবো অভূতপূৰ্ব সাদৃশ্য দেখিবলৈ পোৱা যায়। লাওলুম সকল চহৰ বা উপত্যকাৰ দৰে ঠাইত বাস কৰে। এওঁলোকৰ মুঠ সংখ্যা দুই লাখ বুলি কোনো কোনোৱে অনুমান কৰে। পুৰঠ জনসংখ্যা বিজ্ঞানৰ অভাৱ হেতুকে এই বিষয়ে সঠিক হব নোৱাৰি।

আমাৰ খেতিয়কৰ দৰেই লাওলুম সকলে নাঙলেৰে মাটি চহাই খেতি কৰে। পথাৰত আমাৰ দৰেই পানী সাঁচি থবৰ কাৰণে আলি বান্ধে। এয়া হৈছে ভৈয়ামৰ খেতিৰ পদ্ধতি। পৰ্বতীয়া ৰাইজৰ খেতিৰ পদ্ধতি সুকীয়া। ই আমাৰ কোনো কোনো পৰ্বতীয়া ৰাইজৰ মাজত প্ৰচলিত "জুম" খেতিৰ লেখীয়া। লাওছত এনে ধৰণৰ খেতিক "ৰায়" খেতি বোলে। "ৰায়" খেতিৰ কাৰণে মাটিত হালবোৱা নহয়। হাবি কাটি জুই লগাই দিয়া হয়। মাটিত গাত খান্দি ধানৰ স'চ দিয়া হয়। এঠাইত সাধাৰণতে এবাৰহে এই খেতি কৰিব পাৰি। এবাৰ "ৰয়" খেতি কৰাৰ পিছত আন ঠাইলৈ খেতিৰ পথাৰ স্থানান্তৰিত কৰা হয়। মানুহৰ ব্যক্তিগত সম্পত্তিৰ জোখ সীমাবদ্ধ।

জনসংখ্যাৰ পিনৰ পৰা লাওছৰ দ্বিতীয় বৃহৎ সম্প্ৰদায়টো হৈছে লাও টেনহে। এওঁলোক আদিতে ইণ্ডোনেছিয়াৰ বৰ্ণ-সমাজৰ গোষ্ঠীভুক্ত মানুহ। সংখ্যা হিচাপে ইয়াৰ পিছত লাও উং সকলক ধৰিব পাৰি। এওঁলোক চীনা গোষ্ঠীভুক্ত মানুহ। ইতিমধ্যে লাও টেনহ সকলৰ সৈতে এওঁলোকৰ নীতি-নিয়ম, ৰক্ত-প্ৰবাহ আদিৰ যথেষ্ট মিশ্ৰণ হৈছে। ইয়াৰ উপৰিও দেশৰ যিসকল সংখ্যালঘু সম্প্ৰদায়ৰ মানুহ আছে, সেই সকলৰ সম্মিলিত সংখ্যা লাওলুম সকলৰ সৈতে প্ৰায় সমান বুলি এজন লাও নেতাই আমাক কৈছিল। চীনা মানুহ আৰু ভিয়েটনামী মানুহো ইয়াত কিছু পৰিমাণে আছে। চহৰবোৰৰ ব্যৱসায় বাণিজ্য, যেনে ৰেষ্টোৰা, কাঠমিস্ত্ৰীৰ দোকান ইত্যাদি চীনা মানুহৰ হাতত। এনেবোৰ ব্যৱসায়-বাণিজ্য গাঁও অঞ্চলত ভিয়েটনামী মানুহৰ হাতত। মেকং নৈৰ উপত্যকাত মাটি চহাই খেতি কৰাৰ দায়িত্ব বহন কৰিছে লাওলুম ৰাইজে। এওঁলোক সামাজিক সংগঠনৰ পিনৰ পৰা লাওছৰ আন সম্প্ৰদায় সমূহৰ বিৰ্জানত বহুদূৰ আগবঢ়া। লাওলুম মানুহ আৰু ভিয়েটনামী মানুহ, সচৰাচৰ এই দুটা বৰ্ণগোষ্ঠীৰ মানুহ একে গাঁৱতে প্ৰায় বাস কৰে। ভিয়েটনামী আৰু চীনা মানুহ, এওঁলোক প্ৰত্যেকটোৰে জনসংখ্যা হৈছে প্ৰায় ত্ৰিশ হেজাৰ। এওঁলোক সংখ্যা অনুপাতে শক্তিশালী সম্প্ৰদায় নহয়।

সাধাৰণতে লাও-টেনহ সকল পৰ্বতৰ নামনি অঞ্চলত বাস কৰে। পৰ্বতৰ শিখৰত থাকে লাও উংসকল। লাওছৰ জনসাধাৰণ উপত্যকা অঞ্চলত নাইবা পৰ্বতত বাস কৰে। লাও উংসকল কেইবাটাও জনজাতিৰ সমষ্টি। যেনে, মিও, ল'ল, য়াও আদি। পুৰুষে এওঁলোকৰ হাবিত চিকাৰ কৰে, পাইপেৰে কানি খায়। স্ত্ৰীসকলে খেতিপথাৰ চায়। চিকাৰৰ উপৰিও এওঁ-লোকে পথাৰত আফিং, গোমধান, ধান ইত্যাদিৰ খেতি কৰে। এওঁলোকৰ ঘাই আহাৰৰ বস্তু হৈছে ভাত। লাও উং সকলৰ দৰে লাও টেনহ সকল স্বাধীনচিতীয়া পৰ্বতীয়া ৰাইজ। পৰ্বতৰ শিখৰত বাস কৰা সকলক এওঁ-লোকৰ ফৰাছী সাম্ৰাজ্যবাদী শাসনে কেতিয়াও পৰাভূত কৰিব পৰা নাছিল।

পৰ্বতীয়া লাও টেনহ ৰাইজৰ মাজত ছোৱালী অপহৰণ কৰা এটা ৰীতি আছে। বন্ধু-বান্ধৱক লগত লৈ ডেকাই নিশা ছোৱালী পলুৱাই আনে।

এইদৰে পলুৱাই অনা ছোৱালীজনীক একে কোবেই যদি ডেকাৰ গাঁও পোৱাবগৈ পৰা হয়, তেন্তে উদ্দেশ্য সাৰ্থক হব বুলি ধৰিব লাগিব—ইয়াৰ পিছত ল'ৰা-ছোৱালী দুয়োঘৰৰ মাজত বিবাহৰ দিহা কৰা হয়। ছোৱালী ঘৰত উপহাৰ স্বৰূপে কেইযোৰামান ম'হ আৰু কেইকলহ মান লাওপানী দিয়াৰো যোগাৰ হয়, অৰ্থাৎ সেই বিষয়ে সিদ্ধান্ত গ্ৰহণ কৰা হয়। সেইবুলি ছোৱালী পলুৱাই নিওঁতে বাটতে যদি কেনেবাকৈ ছোৱালী ঘৰৰ মানুহে বাধা দিব পাৰে, তেন্তে সেইখিনিতে সেই ডেকাৰ সেই ছোৱালীৰ সৈতে বিবাহৰ আশা নিৰ্মূল হ'ল বুলি ধৰিব লাগিব। নানা দেশ আৰু জাতিৰ বিবাহ-পদ্ধতিৰ বিষয় জানিব লগা বহুতো কথা আছে। মোৰ "বহাগতে পাতি যাওঁ বিয়া" বোলা কিতাপখনত এই বিষয়ে বহলাই লিখিছোঁ।

প্ৰধানতঃ লাওছৰ উৰ্জনি অঞ্চল, দক্ষিণ আৰু মধ্য অঞ্চল ইত্যাদিত প্ৰায় এক লাখ লাও উং মানুহৰ বসতি। এওঁলোকৰ কোনো লিখিত ভাষা নাই। মানুহবোৰ কিন্তু অত্যন্ত তীক্ষ্ণ বুদ্ধিৰ। এওঁলোকৰ সমাজত খেতি-কাৰ্য্যত নাৰীৰ বৰঙণি উল্লেখযোগ্য। লাও উং সমাজৰ নাৰী অত্যন্ত শ্ৰম-শীলা। সম্ভৱতঃ এইটো গুণৰ কাৰণেই এওঁলোকৰ সমাজৰ একোজন পুৰুষে তিনি-চাৰি গৰাকীকৈ বিয়া কৰায়। ডেণ্টন চাহাবে তেওঁৰ কিতাপত আমাৰ উত্তৰ-পূব সীমান্ত অঞ্চলৰ মিছিমি সমাজত প্ৰচলিত একেধৰণৰ প্ৰথাৰ কথা সুন্দৰকৈ লেখিছে। অসমৰ ভৈয়ামৰ বজাৰত তেওঁ হেনো একোজন মিছিমি মানুহৰ লগত প্ৰতি বছৰে নতুনকৈ এগৰাকী পত্নী দেখিবলৈ পাইছিল। আদিম কৃষিজীৱী সমাজত নাৰীৰ স্থান সুকীয়া। এই বিষয়ে "ফ'ক্ ছং অব্ ইণ্ডিয়া" বোলা কিতাপখনত আছে।

লাওছত বাস কৰা টাই মানুহৰ তিনিটা ভাগ আছে। ভাগ কেইটা গাৰ বৰণ অনুসাৰে কৰা হয়। যেনে (১) কৃষ্ণবৰণ টাই (২) শ্বেতবৰণ টাই, (৩) ৰক্তিম টাই। লাওছৰ বুৰঞ্জীবিদ সকলৰ মতে এওঁলোক অতীজত দক্ষিণ চীনত আছিল। ইয়াৰ পৰা প্ৰব্ৰজন কৰি আহি ৰঙা নৈ আৰু মেকং নৈৰ উপত্যকাত এওঁলোক বাস কৰিবলৈ লয়। এওঁলোকৰ আন লাওসকলৰ সৈতে চকুত লগা এটা পাৰ্থক্য আছে। সেইটো হৈছে, এই মানুহখিনি বৌদ্ধ মতাৱলম্বী নহয়। যি চাম মানুহ ইয়াৰ পিছত চীনৰ দক্ষিণাঞ্চলৰ পৰা এই অঞ্চলসমূহলৈ আহে, সেই সকলক 'য়াও' বোলে। ইয়াৰ পিছৰ চাম মানুহক 'মিও' বোলে। এই দুয়োচাম মানুহ পৰ্ব্বতৰ অধিবাসী। এইসকল লাওছ অঞ্চললৈ ঊনবিংশ শতাব্দীত দক্ষিণ চীনৰ পৰা আহে। আমাৰ অসমলৈ উত্তৰ ব্ৰহ্মদেশৰ পৰা অষ্টাদশ শতিকাৰ শেষ ভাগতহে চিংফৌসকল আহে। 'চিংফৌ শব্দৰ অৰ্থ হৈছে 'মানুহ'। 'য়াও' বা "মিও' শব্দৰ মানে কি নজানোঁ। মিও সকলৰ সংখ্যা তিনি লাখৰ পৰা পাঁচ লাখৰ ভিতৰত হব। মিও সকল যুঁজাৰু জাতি।

মিও সকলে আফিং খেতি কৰে। এওঁলোকে আফিং খেতি কৰি প্ৰচুৰ পৰিমাণে ধন উপাৰ্জন কৰিছে। লাওছৰ আন জনজাতীয় ৰাইজৰ ৰিজনিত

এওঁলোক বিশেষভাৱে সমৃদ্ধশালী। মিও মানুহে পৰিধান কৰা ৰঙীন সাজপাৰ, বৃপৰ আ-অলঙ্কাৰ ইত্যাদিৰ পৰই এইষাৰ কথা অনুমান কৰিব পাৰি। আফিঙৰ পথাৰত যেতিয়া ফুল ফুলে, সি এক চাবলগীয়া দৃশ্য হয়। ম'ভ্ ৰঙৰ ফুলবোৰ যেতিয়া বতাহত হালি-জালি থাকে, মানুহৰ মনবোৰ কোনোবা এক "ৰতনপুৰ"লৈ উৰা মাৰে। কবি ৱৰ্ডছৱৰ্থে দেখা হ'লে "ডেফোডিলছ্" বোলা কবিতাটোৰ দৰে "পপিছ্" নামেৰে আন এটা কবিতা লেখিলেহেঁতেন। অক্টোবৰ মাহত আফিং খেতি আৰম্ভ কৰা হয়। ফেব্ৰুৱাৰী বা মাৰ্চ্চ মাহত খেতি চপোৱা হয়। এওঁলোকৰ খেতি চপোৱা কাম নাৰীসমাজে কৰে।

এইখিনিতে আৰু এষাৰ কথা কোৱাটো ভাল হ'ব। নিজৰ দোৱানত লাওটেনহসকলক "খ" বোলে। বহুবছৰৰ আগতে এই জাতিটোৰ বিষয়ে "ষ্টেটছ্মেন্" কাগজত মনোৰম প্ৰবন্ধ এটা পঢ়া মনত আছে। "খ" শব্দটোৰ অৰ্থ হৈছে "বহতীয়া"। "খ" সকল হৈছে লাওছৰ আদিম অধিবাসী। আগতে কৈ অহা হৈছে, এইসকল ইণ্ডোনেছিয়াৰ আদিম জাতি এটাৰ সৈতে সম-গোষ্ঠীৰ। "খ" সকলৰ উৎপত্তিৰ বিষয়ে এটা আখ্যান আছে। আখ্যানটো হৈছে এইঃ বিৰাট কোমোৰা এটাৰ পৰা আদিতে "খ" সকলৰ উৎপত্তি হয়। ভগবানে তপত লোহা এডোখৰ হাতত লৈ কোমোৰাটো খোচ মাৰি দিছিল। খোচ মাৰি দিয়াৰ লগে লগে তাৰ ভিতৰৰ পৰা লানী পাতি মানুহ ওলাবলৈ ধৰিলে। তপত লোৰ স্পৰ্শত মানুহবোৰৰ গাৰ বৰণ ক'লা হ'ল। এনে ধৰণৰ জন্ম আখ্যান আমাৰ কিছুমান পৰ্বতীয়া জনজাতিৰ বিষয়েও আছে। ভিয়েনটিয়ান চহৰত বন্ধু এজনে "খ" সকলৰ এই জন্ম বৃত্তান্তটো কৈছিল। আখ্যানটো শুনাৰ লগে লগে তাহানি ডক্টৰ ৰাধাকৃষ্ণণে আমাৰ দক্ষিণ ভাৰতৰ ব্ৰাহ্মণ সকলৰ বিষয়ে ধেমালিৰ সুৰত কোৱা এষাৰ কথা মনত পৰি-ছিল। দাক্ষিণাত্যৰ আন মানুহৰ দৰে ব্ৰাহ্মণৰ গাৰ বৰণ ক'লা। ইয়াকে উপলক্ষ্য কৰি ডক্টৰ ৰাধাকৃষ্ণণে কৈছিলঃ "এই সকলৰ গাত যজ্ঞৰ ধোঁৱা অলপ বেছিকৈ লাগিছিল।" "খ" সকল পৰ্বতত থাকে। এওঁলোকে ধান, কপাহ আৰু ধপাতৰ খেতি কৰি জীৱন নিৰ্বাহ কৰে। আমাৰ উত্তৰ-পূব সীমান্তৰ কোনো কোনো পৰ্বতীয়া ৰাইজ থকাৰ দৰে এওঁলোক চাংঘৰ সাজি থাকে। "খ" সকলৰ কেইবাটাও উপজাতি আছে। যেনেঃ লেভেল্, এলেক্, লডা, চু, নাগি ইত্যাদি। অতীজকালত যুগ যুগ ধৰি এইসকল লাওলুম আৰু শ্যামসকলৰ বহতীয়া আছিল।

এইখিনিতে "খ" সকলৰ আন এটা উপ-জাতি "খ"-লোৱাংসকলৰ বিষয়ে সামান্য ভাৱে উল্লেখ কৰিব খুজিছোঁ। "খ লোৱাং" শব্দৰ অৰ্থ হৈছে "পীত বৰণীয়া বহতীয়া"। এওঁলোক খেতিয়ক মানুহ নহয়। এবিধ গছৰ বাকলি খাই তেওঁলোকে পেট প্ৰৱৰ্ত্তায়। ৰ'দত শুকুৱাই এই গছৰ বাকলি-বোৰ গুড়ি কৰা হয়। খাবলৈ আটা-ময়দাৰ লেখীয়া। এঠাইৰ গছৰ বাকলি খাই অন্ত কৰাৰ পিছত এনেবিধ গছ থকা আইন ঠাইলৈ এওঁলোক

যায়। প্ৰকৃতপক্ষে 'খ'-লোৰা সকল ভ্ৰাম্যমান জাতি। সেই বুলি "ইজৰাইল" কিতাপত বৰ্ণনা কৰা বেডুইন সকলৰ দৰে এওঁলোক নহয়। এওঁলোকৰ জীৱনত বেডুইন সকলৰ জীৱনৰ ৰোমাণ্টিক আকৰ্ষণ নাই। ঘৰ বুলিবলৈ এওঁলোকৰ নায়েই। য'তেই জিৰণি লয়, ত'তেই এওঁলোকে কল ঠৰুৱাৰে ঘৰ সাজি লয়। এওঁলোকৰ পিন্ধন-উৰণৰ পিনৰ পৰাও সাজপাৰ তেনেই তাৰৰীয়া। যি পিন্ধে, সেই সাজো গছৰ বাকলিৰহে।

এতিয়াও লাওছৰ জনসংখ্যাৰ অৰ্দ্ধেক বৌদ্ধধৰ্মী আৰু অৰ্দ্ধেক জড়োপাসক। পৰ্বতীয়া জনসাধাৰণৰ সহজাত বিশ্বাস এটা আছে। হাবিবননি ভূত-প্ৰেতৰ আলয়। ভূত-প্ৰেতক "ফি" বোলা হয়। এনে জনবিশ্বাসক কেন্দ্ৰ কৰি নানান বলি-বিধান, জন-উৎসৱ, উপাসনা ইত্যাদিৰো উৎপত্তি নোহোৱাকৈ থকা নাই। গছ, নৈ, পৰ্বত, সকলোতে ভূত-প্ৰেত আছে। আওমৰণেৰে মৰা মানুহৰ প্ৰেতাত্মা অশৰীৰী ৰূপে মানুহৰ মাজত বিচৰণ কৰে।

লাওছ বিভিন্ন ভাষা আৰু বিভিন্ন জনজাতীয় সমাজৰ সমষ্টি। সমগ্ৰ দেশখনৰ কথা এৰিছোঁৱেই, আনকি এখন প্ৰদেশতে কেইবাটাও ভাষা সমান্তৰালভাৱে চলি থকাৰ প্ৰমাণ আছে। উদাহৰণ স্বৰূপে খং-ছেলী বোলা প্ৰদেশখন লব পাৰি। ইয়াত অতি কমেও ওঠৰটা ভাষাৰ প্ৰচলন দেখা যায়—প্ৰত্যেকটোৱেই সমান্তৰালভাৱে প্ৰৱৰ্ত্তন। সেইদৰে উৎসৱ-পাৰ্বনো বিধে বিধে। ভিয়েনটিয়ানত এজন বন্ধুৱে ক'বৰ দৰে ঃ "Life here is punctuated by numerous festivals" বৌদ্ধধৰ্মৰ সৈতে সাঙোৰ খাই থকা উৎসৱাদিৰ কথা কব খোজা নাই,—এওঁলোকৰ আন ধৰণৰ ঋতু-উৎসৱো অলেখ আছে। চীন দেশ নাইবা ভিয়েটনামৰ সীমান্তৰ গাঁওসমূহত এনে উৎসৱ যথেষ্ট বিস্তৃত ভাবে হয়। আলহীক জনোৱা অভ্যৰ্থনাক কেন্দ্ৰ কৰিও এওঁলোকৰ উৎসৱ অনুষ্ঠিত হয়। এই উৎসৱসমূহ বেচ জাকজমকতাপূৰ্ণ। আলহীৰ হাতৰ সৰুগাঠিত বগা কাপোৰ এডোখৰ বান্ধি দিয়া হয়—ই বন্ধুত্ব বুজায়।

শ্যামদেশীয় মানুহৰ আক্ৰমণত এসময়ত লাওছৰ জনসংখ্যা ছেদেলি ভেদেলি হৈছিল। বহু পৰিমাণে হ্ৰাসো পাইছিল। এতিয়াও সেই ধ্বংসপ্ৰাপ্ত জনসংখ্যা পূৰণ হোৱা নাই। উদাহৰণ স্বৰূপে, এসময়ত লাও টেনহু বাইজৰ—এওঁলোক প্ৰায় চল্লিশটা সুকীয়া খণ্ডত বিভক্ত আছিল—প্ৰত্যেকটো খণ্ডৰে জনসংখ্যা প্ৰায় তিনি লাখতকৈ কম নাছিল। শ্যামসকলৰ আক্ৰমণত এওঁলোকৰ বহুতো মানুহ মহামাৰীত গৰু-ম'হ মৰাৰ দৰে মৰিছিল। ইয়াৰ প্ৰতিফল স্বৰূপে জনসংখ্যা হ্ৰাস পাই মাথোন কেইহাজাৰ মানতহে ৰৈছিলগৈ। এতিয়াও জনসাধাৰণৰ মাজত এই দুৰ্যোগৰ বিষয়ে বহু আখ্যান প্ৰচলিত হৈ আছে। ধাননি পথাৰত মানুহৰ তেজে যেনেকৈ ডোঙা বান্ধিছিল, তেনেকৈ মানুহৰ শবে জান, জুৰি, নৈ উপচি পৰিছিল। "ডাঃ ঝিভাগো" বোলা বোলছবিখন চাইছিলোঁ। তাত এনে কিছুমান দৃশ্য দেখিছিলোঁ। সেই দৃশ্য সমূহে কল্পনাক অধিক সজীৱ কৰিছিল। শ্যামসকলৰ আক্ৰমণৰ পৰা

যিসকল বক্ষা পৰিছিল, সেই সকলক বন্দী কৰি নি ভৈয়ামৰ লাওলুম ৰাইজৰ ওচৰত বিক্ৰী কৰা হৈছিল। এই সকল শৰণাৰ্থীকে এতিয়া "খ" অৰ্থাৎ "বহতীয়া" বোলা হয়। এনেদৰেই এটা নতুন সম্প্ৰদায়ৰ উৎপত্তি হয়। এই-খিনিতে কৈ থওঁ—ভিয়েটনামত খেতিয়কে বছৰত তিনিটাকৈ খেতি কৰে, লাওছৰ খেতিয়কে মাথোন এটা।

লাওছত বহুতক লগ পালোঁ, বহুতৰে সৈতে বহুত আলোচনাও হ'ল। আনকি লাওছত থকা ইংলণ্ডৰ ৰাষ্ট্ৰদূত জনৰ সৈতেও ইংৰাজী কবিতাৰ বিষয়ে আলোচনা হৈছিল, টি. এছ. ইলিয়টৰ পৰা আৰম্ভ কৰি ডিলন্ টমাছ্ পৰ্য্যন্ত। ডিলন্ টমাছৰ কবিতাৰ শাৰী এটা মোৰ অসম্ভৱ ভাল লাগে। শাৰীটো হৈছেঃ "After the first death, there is no other" মোৰ মনত ভাব হ'ল, এইষৰ কথা সঁচা নহয়। মৃত্যু মানুহৰ এবাৰেই নহয়। বহুবাৰ হয়। একোখন দেশ ভ্ৰমণৰ অন্তত, বহু মানুহৰ সৈতে চা-চিনাকি হোৱাৰ অন্তত, যেতিয়া সেইখন দেশৰ পৰা বিদায় লোৱাৰ মুহূৰ্ত আহি পৰেহি, তেতিয়া হয়। এনে মৃত্যুৰ কথা স্মৰণ কৰিলে মনটো বেদনাত চমকি উঠে।

"আমাৰ উলাহ-উৎসাহ  
পোৰা কয়লাত জিপ্‌জিপ্ বৃষ্টি-প্ৰপাত;  
আমাৰ গীত আৰু সুৰৰ পোহৰ  
মৃতাত্মাৰ থৰ লগা চকুৰ ইঙ্গিত,  
জোনাকৰ ফালে।"



আমি যেতিয়া মালয়ছিয়াৰ ৰাজধানী কোৱালা লামপুৰত উপনীত হওঁ, তেতিয়া সন্ধিয়া। বাহিৰত অলপ পাতলীয়াকৈ বৰষুণ। বিমানবন্দৰটো উদ্ভাসিত কৰা বিজুলী বন্তিৰ পোহৰে বৰষুণজাকক স্পষ্ট কৰি তুলিছিল। পৃথিবীৰ বহুতো বিমান-বন্দৰ দেখিলোঁ। কিন্তু এইটোৰ লেখীয়া নিকা, আকৰ্ষণীয় বিমান-বন্দৰ খুব কমেই দেখিছোঁ। বহুতখিনি বিমান-বন্দৰটোৰ ৰং, ৰূপ দেখি চহৰখনৰ ৰং ৰূপৰ কথা কল্পনা কৰিব পাৰি। যেতিয়া চহৰত প্ৰৱেশ কৰিলোঁ, তেতিয়া বুজিলোঁ, কল্পনাই কেনেকৈ বাস্তৱত ৰূপ লোৱাটো সম্ভৱ। বিমান-বন্দৰত আমাৰ কাৰণে দেশ-বিদেশৰ ভালেমান বাতৰি-যোগানিয়াৰ বাট চাই আছিল। সেই সকলৰ লগত বিশ্বৰ ৰাজনৈতিক পৰিস্থিতিৰ বিষয়ে নানা কথাৰ আলোচনা হ'ল। মালয়ছিয়াৰ জনপ্ৰিয় বাতৰি কাকতখনৰ নাম "ষ্ট্ৰেইটছ্ টাইমছ্", অতি উন্নত ধৰণৰ কাগজ। পিছদিনা পুৱা বিমান-বন্দৰত অনুষ্ঠিত হোৱা বাতৰি যোগানিয়াৰৰ মেলখনৰ সংবাদ পঢ়িবলৈ পালোঁ।......

এই প্ৰেছ-কন্ফাৰেন্সখনৰ যোগেদি দেশখনৰ ৰাজনৈতিক চিন্তা ধাৰাৰ বিষয়ে যথেষ্ট সম্ভেদ পালোঁ। প্ৰেছ-কন্ফাৰেন্সখনৰ ঠিক আগমুহূৰ্তত কোৱালা লামপুৰত থকা আমাৰ ভাৰতীয় হাই-কমিছনাৰজনে আমাৰ কাণে কাণে কৈছিল ঃ "মিলিত জাতি-সংঘৰ মজিয়াত ১৯৬৫ চনত অনুষ্ঠিত হোৱা পাকিস্থানৰ ভাৰত আক্ৰমণৰ পৰিপ্ৰেক্ষিতত মালয়ছিয়াই আমাক যি সমৰ্থন দিছিল, সেই বিষয়ে উল্লেখ নকৰিব। সেইষাৰ কথা ইয়াৰ মানুহে বৰ বেছি উপভোগ নকৰে।" প্ৰেছ-কন্ফাৰেন্সৰ দোমোজাত আমাৰ দলপতিয়ে এইষাৰ সাৱধান বাণীৰ কথা পাহৰি গল। মালয়ছিয়াৰ প্ৰধানমন্ত্ৰী টুংকু আব্দুল ৰহমানৰ ভাৰতৰ প্ৰতি যি সম্ভাৱ, আমাৰ দেশত তেওঁৰ যি জনপ্ৰিয়তা, এইষাৰ কথা কোৱাৰ উৎসাহত আমাৰ দলপতিগৰাকীয়ে হাই-কমিছনাৰে যিষাৰ কথা কবলৈ বাধা দিছিল, সেইষাৰ কথাকে কৈ পেলালে। আমাৰ হাই-কমিছনাৰজনে কথাষাৰ শুনি ৰঙা-চঙা পৰিল। মোক পিছফালৰ পৰা মানুহজনে হেচুকি দিলে। ......আমাৰ হাই-কমিছনাৰ জনৰ নাম হৈছে এম-কে কিড্ৱাই। বৰ সৰবৰহী মানুহ। এওঁ আৰু এওঁৰ পত্নী, উভয়ে খুব তামোল খায়। মানুহজনে মালয়ছিয়াত থকা কালছোৱা নিতৌ মোক

একোটোপোলাকে তামোল দিছিল। সেই কেইদিন তামোলৰ লেশমানো আহুকাল হোৱা নাছিল।

এইখিনিতে কৈ থোৱাটো উচিত হব, ১৯৬৫ চনৰ ভাৰত-পাকিস্থান বিৰোধৰ সময়ত মিলিত জাতি সংঘত মালয়ছিয়াই আমাক জনোৱা সমৰ্থনৰ বাবে সাময়িক ভাবে হলেও মালয়ছিয়া আৰু পাকিস্থানৰ কূটনৈতিক সম্বন্ধ ছেদ হৈছিল। এই সম্বন্ধ ছেদ হয় ১৯৬৫ চনৰ অক্টোবৰ মাহত। আলোচনা প্ৰসংগত মালয়ছিয়াৰ শিক্ষা মন্ত্ৰীজনাই আমাক এষাৰ বিশ্বাস কৰিব নোৱাৰা কথা কৈছিল: মালয়ছিয়াৰ পৰা কলম্বো আঁচনি অনুসৰি চল্লিশজন ছাত্ৰ পাকিস্থানলৈ শিক্ষা লাভ কৰাৰ উদ্দেশ্যে গৈছিল। কূটনৈতিক সম্বন্ধ ছেদ হোৱাৰ লগে লগে ইয়াৰে বত্ৰিশজন ছাত্ৰক—এওঁলোকৰ শিক্ষা সাং হবলৈ তেতিয়াও বহুত বাকী—পাকিস্থান কৰ্তৃপক্ষই পাকিস্থান ত্যাগ কৰিবলৈ আদেশ দিয়ে। ......এই ছাত্ৰ কেইজনক ভাৰতত শিক্ষা লাভ কৰাৰ উদ্দেশ্যেৰে সুবিধা কৰি দিবলৈ মন্ত্ৰীজনাই আমাক অনুৰোধ জনালে। আমি তেতিয়াই মান্তি হলোঁ—এইটো ভাল কথা। আমাক মন্ত্ৰীজনাই আৰু এষাৰ অদ্ভুত কথা কৈছিল: মালয়ছিয়াৰ কমিউনিষ্টপন্থী কেইজনমান, সমাজবাদী নেতাই পাকিস্থানৰ ৰাজধানী কৰাচীত বিপ্লৱী মালয় আলহী চৰকাৰ এটা স্থাপন কৰাৰ দিহা কৰিছিল। বৰ্তমান এই কেইজন দেশদ্ৰোহী নেতা মালয়ছিয়াত আটক-বন্দী হৈ আছে।

যোৱা ১৯৬২ চনত চীনে ভাৰতৰ ওপৰত নগ্ন আক্ৰমণ অনুষ্ঠিত কৰিছিল; সেই সময়ত আমাৰ প্ৰতি টুংকু আব্দুল ৰহমানে অকুণ্ঠিত চিত্তেৰে যি সমৰ্থন আগবঢ়াইছিল, সেইষাৰ বুৰঞ্জীৰ এক অবিস্মৰণীয় ঘটনা। ভাৰত ভ্ৰমণৰ উদ্দেশ্যেৰে সেইসময়ত মালয়ছিয়াৰ প্ৰধানমন্ত্ৰী কলিকতাত উপনীত হৈছিলহি। এনেতে চীনৰ নগ্ন আক্ৰমণ অনুষ্ঠিত হয়। আমাক সেই দুৰ্যোগৰ সময়ত মুক্ত মনেৰে সমৰ্থন দিয়াৰ উপৰিও স্বদেশলৈ প্ৰত্যাৱৰ্ত্তন কৰি মন্ত্ৰী-গৰাকীয়ে "গণতন্ত্ৰ ৰক্ষা কৰক" নাম দি এটা সাহায্য-নিধি খুলিছিল। গণতন্ত্ৰৰ বিষয়ে টুংকুৰ আস্থা সুস্থ। টুংকুৱে এষাৰ কথা কৈছিল: Democracy must be an ideology. ওপৰত উল্লেখ কৰা পুঁজিটোৰ জৰীয়তে ভাৰতলৈ প্ৰায় পঞ্চাশ লাখ টকা তেওঁ প্ৰেৰণ কৰে। এইষাৰ কথা উপৰুক্ত প্ৰেছ-কন্‌ফাৰেন্সখনত নকৈ আমাৰ হাই-কমিছনাৰে কবলৈ বাধা দিয়া কথাষাৰ দলপতিয়ে কৈছিল। হাই-কমিছনাৰে হেচুকি দিয়াৰ লগে লগে চীনৰ আক্ৰমণৰ সময়ত উপৰুক্ত ভাৱে টুংকুৱে দিয়া সহায়-সমৰ্থনৰ কথা মই উত্থাপন কৰিলোঁ। পিছদিনা মালয়ছিয়াৰ কেইবাখনো বাতৰি কাকতত দেখিলোঁ চীনৰ আক্ৰমণৰ সময়ত টুংকুৱে দিয়া সহায়-সমৰ্থনৰ কথা উল্লেখ হৈছে। পাকিস্থানৰ আক্ৰমণৰ পৰিপ্ৰেক্ষিতত দিয়া সমৰ্থনৰ কথা নহয়। বিমান-বন্দৰত উত্তীৰ্ণ হৈয়েই মালয়ছিয়াৰ ৰাজনৈতিক মনস্তত্বৰ বিষয়ে এনেকৈয়ে যি ইংগিত পাইছিলোঁ, সেই ইংগিত যে আখৰে আখৰে সঁচা, সেইষাৰ কথা পিছদিনা পুৰা বাতৰি-কাকতৰ জৰীয়তে প্ৰমাণিত হৈছিল।

কোৱালা লামপুৰ প্ৰাচীন চহৰো নহয়, পুৰণি নগৰো নহয়। ই এখন নিকা, স্নিগ্ধ ৰাজধানীহে। যিটো বছৰত আমাৰ দেশত প্ৰথম স্বাধীনতা ৰণ অনুষ্ঠিত হয়, যিটো বছৰত আমাৰ বিপ্লৱী-বীৰ মণিৰাম দেৱানৰ বিপ্লৱ পৰিস্ফুট হয়, অৰ্থাৎ ১৮৫৭ চনত, কোৱালা লামপুৰ চহৰ পোনতে আৱিষ্কৃত হয়। "কোৱালা", "লামপুৰ" শব্দ দুটাৰ অৰ্থ হৈছে "পঙ্কিল মোহনা"। কোৱালা লামপুৰ ফেডাৰেটেড্ মালয় ষ্টেটছৰ ১৮৯৬ চনত ৰাজধানী হয়। ১৯৪৮ চনত মালয়ছিয়া ফেডাৰেছন যেতিয়া স্থাপন কৰা হয়, তেতিয়াও এইখন চহৰতেই ৰাজধানী স্থাপন কৰা হয়। মালয়ছিয়াৰ ৰবৰ আৰু টিন অঞ্চলৰ চহৰখনক স্নায়ু-কেন্দ্ৰ বুলিব পাৰি। চহৰৰ বহু ঠাইলৈকে গৈছিলোঁ। বহুজনৰ সৈতে বহু কথা আলোচনা হৈছিল। ভাৰত-পাকিস্থান সমস্যা সম্বন্ধে ইয়াৰ ৰাষ্ট্ৰীয় নেতাসকলে প্ৰত্যেকটো কথা অতি সূক্ষ্ম ভাৱে জানে —আলোচনা প্ৰসঙ্গত মই প্ৰায়েই আচৰিত নোহোৱাকৈ নাছিলোঁ। সেইদৰে মালয়ছিয়া আৰু ইণ্ডোনেছিয়াৰ ভিতৰত বৰ্তমান যি সংঘাত, আলোচনা প্ৰসঙ্গত, সেই সংঘাতৰ বিষয়ে আমাৰ জ্ঞানেৰে তেওঁলোকক স্তম্ভিত নকৰাকৈ নাছিলোঁ। ......কেম্বোডিয়া আৰু আংশিক ভাৱে টাইলেণ্ডতহে ভাৰত-পাকিস্থান সমস্যা সম্বন্ধে আমাৰ দৃষ্টিভঙ্গী দাঙি ধৰোঁতে কিছু আহুকাল পাইছিলোঁ। আহুকাল পোৱাটোত কিছুদূৰ অৱশ্যে কাৰণ নথকাও নহয়। দুয়োখন দেশৰে বৈদেশিক নীতি, এখনৰ আমেৰিকা আৰু আনখনৰ কমিউ-নিষ্ট চীনৰ সৈতে সাঙোৰ খোৱা। ......আমাৰ সমস্যাৰ কথা মালয়ছিয়া আৰু সিঙ্গাপুৰত বিশদভাৱে ব্যাখ্যা কৰাৰ কোনো প্ৰয়োজন হোৱা নাছিল। প্ৰত্যেকটো কথা এই দুয়োখন দেশৰ ৰাষ্ট্ৰ-নায়কসকলে বঢ়িয়াকৈ জানে।......

নকৈ সজা কোৱালা লামপুৰ চহৰৰ সংসদ-ভৱন আৰু মজজিদটো চাবলগা বস্তু। সংসদ-ভৱনটো দেখি আমাৰটোলৈ মনত পৰিছিল। আমাৰটো পুৰণি, তেওঁলোকৰটো নতুন, সা-সুবিধা অপৰ্য্যাপ্ত। সৰু টিলা এটাৰ ওপ-ৰত ভৱনটো অৱস্থিত। চালে চকু আঁতৰাই অনা টান। বস্তুটো আধুনিক কাৰুকাৰ্য্যৰ এক মনোৰম নিদৰ্শন। মালয়ছিয়াৰ সদনৰ দুয়োজন অধ্যক্ষৰ সৈতে এই ভৱনতে আমাৰ দীঘলীয়াকৈ আলোচনা হৈছিল। সেইদৰে ওপৰত কৈ অহা মজজিদটোও আটকধুনীয়া। এই মজজিদটো নিৰ্মাণ কৰাৰ পূৰ্বে দিল্লীত অৱস্থিত আমাৰ জুম্মা মজজিদটো কাৰিকৰসকলে পৰিদৰ্শন কৰিবলৈ আহিছিল। তথাপি গঠন-প্ৰণালী আৰু আহিৰ্ৰ পিনৰ পৰা দুয়োটা মজজিদৰ মাজত জুখিব নোৱাৰা পাৰ্থক্য বিদ্যমান। কোৱালা লামপুৰৰ মজজিদত একেলগে ন হেজাৰ মানুহে নামাজ পঢ়াৰ ঠাই আছে। এফালৰ পৰা এই ঠাইডোখৰ পৰিপাটিকৈ চাইছিলোঁ। নামাজ পঢ়া গোটেই মজিয়াখন ৰবৰৰ গাদী দিয়া। মজজিদটো নিৰ্মাণৰ কাৰণে যি অৰ্থৰ প্ৰয়োজন হৈছিল, সেই পুজিলৈ কেৱল মালয়ছিয়াৰ মুছলীম সম্প্ৰদায়ৰ মানুহেই নহয়, সকলো সম্প্ৰদায়ৰ মানুহেই বৰঙণি আগবঢ়াইছিল। ইংৰাজী "চেকুলাৰ" শব্দটো আমাৰ দেশত ধৰ্ম্ম-নিৰপেক্ষতা বুলি ব্যৱহাৰ কৰোঁ যদিও প্ৰকৃত অৰ্থত ইয়াক মালয়ছিয়াতহে কাৰ্য্যকৰী কৰা হৈছে। আমাৰ ভাৱতে এই মজজিদ-

টোলৈ ৰূপৰ সিংহাসন এখন উপহাৰ দিছে। নিজে দেখি আহিছোঁ, নামাজ পঢ়া ঠাইত মজজিদত ৰূপৰ সিংহাসন জিলিকি আছে।

মালয়ছিয়াৰ প্ৰধানমন্ত্ৰী টুংকু আবদুল ৰহমান অত্যন্ত জনপ্ৰিয় ব্যক্তি। গান্ধীজী আমাৰ কাৰণে যেনেকৈ "জাতিৰ জনক", তেনেকৈ জন-সাধাৰণৰ কাৰণে টুংকু "বাপা মালয়ছিয়া।" "বাপা" শব্দৰ অৰ্থ হৈছে "জনক।" মানুহ-জন চুটি-চাপৰ, চুলি পাতলীয়া। নাকটোৰ তলত একোছা গোফৰ ক্ষুদ্ৰ সংস্কৰণ। দেখিবলৈ অশুৱনি যদিও মানুহজন আকৰ্ষণীয়। মালয়ৰ মানুহৰ সাধাৰণতে গাৰ বৰণ যিমান ক'লা, মানুহজন তাতোকৈ অধিক ক'লা। দেখিলে আমাৰ দক্ষিণ ভাৰতৰ মানুহ যেন লাগে। মানুহজন ইংলণ্ডৰ কেম্ব্ৰিজ বিশ্ববিদ্যালয়ৰ ছাত্ৰ আছিল। টুংকু মেধাৱী ছাত্ৰ নাছিল। ছাত্ৰাৱস্থাত মানুহ-জনে পৰীক্ষাত উত্তীৰ্ণ হোৱা ক্ষেত্ৰত যি ধৈৰ্য্যৰ পৰিচয় দিছিল, সেই ধৈৰ্য্যই হৈছে তেওঁৰ ওৰেটো ৰাজনৈতিক জীৱনৰ মূল আধাৰ।

মানুহজন অত্যন্ত সৰল। এই সৰলতাই হৈছে মানুহজনৰ ৰাজনৈতিক জীৱনৰ কৃতকাৰ্য্যতাৰ মূল অনুপ্ৰেৰণা আৰু সচাৰকাঠী। এওঁৰ জীৱনটো এখন "মুকলি কিতাপ।" টুংকুৰ মনটো কিমান পোনপটীয়া, তাৰ উদাহৰণ এটা এইখিনিতে দিব খুজিছোঁ। "মই ভাল মুছলমান। সেইবুলি মোৰ ব্ৰাণ্ডি আৰু চ'ডা নহলে নচলে।" এইবুলি মানুহজনে গিলাছটো দাঙি ধৰে। এই-খিনিতে টুংকু সম্বন্ধে আৰু এটা কথা লিপিবদ্ধ কৰিব খুজিছোঁ। ৰাজ-ধানীৰ হোটেল এটাৰ টেবুলত বহি এনিশা মানুহজনে আহাৰ কৰি আছে। দূৰৈৰ টেবুল এখনত আহাৰ খাই থকা এজনৰ চকু অকস্মাৎ প্ৰধানমন্ত্ৰীৰ ওপৰত পৰিল। চিনি পোৱা মাত্ৰকে প্ৰধানমন্ত্ৰীৰ টেবুললৈ মানুহজনে ভাল উৎকৃষ্ট ধৰণৰ মদ এবটল বয়টোৰ হাতত দি পঠালে। সাধাৰণতে মদ খোৱা মানুহবোৰ উদাৰ মনৰ হয়। টুংকুৱে বটলটো পাই বয়টোক কলেঃ "মানুহ-জনক মোৰ টেবুললৈ আহিবলৈ কবা।" মানুহজন আহিল। প্ৰধানমন্ত্ৰীয়ে কলেঃ "চাওক, মই এতিয়া কফিহে খাইছোঁ। এপিয়লা খাওক।" এইবুলি পিয়লা এটা আগবঢ়াই দিলে। পিয়লাটো মুখত লৈ মানুহজনে দেখিলে, সেয়া কফি নহয়, "ৰাম" বোলা এবিধ মদহে। কোৱালা লামপুৰ চহৰত টুংকু সম্বন্ধে ইজন সিজনৰ মুখত শুনিছোঁঃ "He is not clever, but he is completely sincere." মানুহজনে যি কামকে কৰে, একাগ্ৰ চিত্তৰে কৰে। সৰল, পোনপটীয়া, মুক্ত দৃষ্টি হৈছে মানুহজনৰ কৃতকাৰ্য্যতাৰ সচাৰ-কাঠী।

তেওঁ যে মেধাৱী নহয়, টুংকুৱে সেইষাৰ কথা নিজেও জানে। এবাৰ তেওঁ নিজেই কৈছিল : "If any one says I have nothing up here, (মূৰটো টুকুৰিয়াই) I don't worry. But if any one says I have nothing here, (বুকুখন টুকুৰিয়াই) I am damned annoyed. কোনো কোনোৱে হয়তো কব : ৰাজনীতিজ্ঞৰ কাৰচাজি। কাৰচাজি হ'লেও নিজৰ

বিষয়ে স'চা কথা ক'বলৈ দ্বিধাবোধ কৰাটো ভণ্ডামিৰ পৰিচায়ক। সেই কাৰণেই বিশ্ব-বিশ্রুত দাৰ্শনিক নিট্‌ছেৰ কথা এষাৰ মোৰ খুব ভাল লাগেঃ "নিজৰ কথা কবলৈ থকা সত্বেও যিজনে নিজৰ কথা নকয়, সেইজনতকৈ ডাঙৰ ভণ্ড আৰু এই পৃথিবীত নাই।" ওপৰত কোৱাৰ দৰে যাৰ অন্তৰ নিৰ্মল, সেই-জনেহে পোনপটীয়াকৈ কথা ক'ব পাৰে। ই যিহকে নহওক লাগিলে, এনে-বোৰ কথাই টুংকুৰ ব্যক্তিত্বৰ সুন্দৰ পৰিচয় দিয়ে। মালয় ১৯৫৭ চনৰ আগষ্ট মাহত স্বাধীন হয়। ১৯৫৭ চনৰ আগষ্ট মাহৰ ৩১ তাৰিখে বৃটিশৰ ইউনিয়ন জেক্ নোতিয়া থহি পৰে আৰু তাৰ পৰিৱৰ্ত্তে স্বাধীন মালয়ছিয়াৰ পতাকা উত্তোলন কৰা হয়, সমবেত জনতাই উচ্চ স্বৰে চিঞৰি উঠিলঃ "বাপা মাৰদেকা।" ইয়াৰ অৰ্থ হৈছেঃ "স্বাধীনতাৰ পিতৃ।" স্বাধীনতাৰ পিতৃ কোন ? টুংকু আবদুল ৰহমান।

আন বস্তু, যেনে উদ্যান, চিৰিয়াখানা ইত্যাদি চাবলৈ যোৱাৰ লগতে ইয়াৰ বিশ্ববিদ্যালয়টোও চাবলৈ গৈছিলোঁ। মালয় বিশ্ববিদ্যালয় ১৯৪৯ চনত স্থাপিত হয়। পৰ্বতৰ টিলাৰ ওপৰত অৱস্থিত, সেউজীয়া ঘাঁহনিৰে পৰিবেষ্টিত বিশ্ববিদ্যালয়টো চাব লগা বস্তু। তাহানি বেঙ্গুণ বিশ্ববিদ্যালয়টো দেখি ভাবিছিলোঁ—এইটোতকৈ আৰু মনোৰমকৈ স্থাপিত বিশ্ববিদ্যালয় দক্ষিণ-পূব এছিয়াত দ্বিতীয় নাই। মালয় বিশ্ববিদ্যালয়টো দেখি এতিয়া এই সিদ্ধা-ন্তটো সলাব পৰা হৈছোঁ। আচলতে মালয় বিশ্ববিদ্যালয় এক আন্তৰ্জ্জাতিক প্ৰতিষ্ঠান বুলি ক'লে ভুল কৰা নহ'ব। ইয়াৰ ছাত্ৰ-ছাত্ৰীৰ সংখ্যা এহেজাৰতকৈ অধিক। মালয়, চীনা, ভাৰতীয়, সিংহলী, ইউৰোপীয় ইত্যাদি তৰহে তৰহে ছাত্ৰ-ছাত্ৰী আছে। সেইদৰে অধ্যাপকসকলৰ ভিতৰতো ইংৰাজ, অষ্ট্ৰেলিয়ান, নিউজিলেণ্ডাৰ, ওলন্দাজ, আমেৰিকান, কেনেডিয়ান, ইজিপ্টচিয়ান, মালয়, চীনা ইত্যাদি বিধে বিধে আছে। নানা জাতি, নানা গোষ্ঠীৰ মানুহৰ মালয়-ছিয়ান এক অপূৰ্ব সমাবেশ। নতুন মালয়ছিয়া কেনেকৈ গঢ়ি উঠিছে, সেই-যাৰ কথা জানিবলৈ হ'লে কোৱালা লামপুৰ চহৰৰ ৰাজহুৱা বাছ-গাড়ীবোৰলৈ চালেই হ'ব। ব'ছৰ ড্ৰাইভাৰজন যদিৰা মালয়, কন্‌ডাক্টৰজন চীনা আৰু যাত্ৰীবোৰ? তৰহে তৰহে মানুহ।

মালয়ছিয়া হৈছে ৰৌদ্ৰস্নাত এখন ধুনীয়া দেশ। প্ৰাচীন গ্ৰীকসকলে মালয়ক "স্বৰ্ণ দ্বীপ" আখ্যা দিছিল। গ্ৰীক ভূগোলবিদ এজনৰ মতে মালয় হৈছে "the last inhabited land of the rising sun itself." এও' ধাৰণা কৰিছিল, মালয় ভূখণ্ডৰ সিপাৰে আৰু জন-বসতি নাছিল। ইটালী যেনেকৈ নীল আকাশৰ স্বৰ্ণদীপ্ত ৰবি-ৰশ্মিৰে ঢোৱা দেশ, মালয়ছিয়া তেনেকৈয়ে ৰৌদ্ৰস্নাত এখন মনোৰম দেশ। কেউপিনে সেউজীয়া, পৰ্বত আৰু উপত্যকা। তাৰ মাজে মাজে মানুহৰ কৌশলী হাতৰ পৰশ পৰি দেশ-খন আৰু ধুনীয়া হৈ পৰিছে। পৰ্বত আৰু উপত্যকাৰ মাজে মাজে ৰবৰৰ বাগিচা। এই বাগিচাবোৰৰ বিষয়ে পিচত কম। ......মালয়ছিয়া হৈছে নখন

ৰাজ্যিক প্ৰান্তৰৰ সমষ্টি। বৃটিশ ৰাজ-শক্তিৰ শাসন-কালত ১৯৪৮ চনত এই ৰাজ্যিক প্ৰান্তৰসমূহ একত্ৰীকৰণ কৰা হয়। এই প্ৰান্তৰসমূহ পূৰ্ব্বে সৰু সৰু নৃপতি-ৰাজ্যত বিভক্ত আছিল। একত্ৰীকৰণৰ পৰৱৰ্ত্তী কালছোৱাত, বৃটিশৰ আমোলত এই নৃপতি-ৰাজ্যসমূহৰ হাতত ধৰ্ম্ম, সমাজ আদি পৰিচালনা কৰাৰ দায়িত্বহে ন্যস্ত কৰা হৈছিল। ভাৰতৰ দৰে মালয়ছিয়া কমনৱেলথৰ অন্তৰ্ভুক্ত দেশ। মালয়ছিয়াৰ নখন ৰাজ্যৰ ভিতৰত পাহাং হৈছে সৰ্ব্ববৃহৎ ৰাজ্য। পাৰ্লিছ বোলা ৰাজ্যখন সৰ্বক্ষুদ্ৰ ৰাজ্য। আন কেইখন ৰাষ্ট্ৰ হৈছে জহোৰ, নেগ্ৰী ছেম্বিলান্, ছেলাংগৰ, কেদাহ, কেলেনটান্, টেনগান, পেৰাক্। ইয়াৰ উপৰিও পেনাং আৰু মালাক্কা, এই দুখনো মালয়ছিয়াৰ অন্তৰ্ভুক্ত। মালয়ছিয়া সৰ্বমুঠ এঘাৰখন ৰাজ্যৰ ফেডাৰেচন।

মালয়ছিয়াৰ মাটিকালি হৈছে ১৩০,০০০ বৰ্গ মাইল। আচলতে মালয় দ্বীপ দীঘলে চাৰিশ মাইল। ইয়াৰ সৰ্ব্ববৃহৎ অঞ্চল ডোখৰ হৈছে দুশ মাইল। উপদ্বীপটোৰ এফালে হৈছে ভাৰত সাগৰ আৰু আনফালে হৈছে দক্ষীণ চীন সমুদ্ৰ। মালয়ছিয়াৰ বুকুত মালয় উপদ্বীপ অন্তৰ্ভুক্ত হৈ থকাৰ দৰে বৰ্ণিঅ' দ্বীপৰ উত্তৰ-পশ্চিম অঞ্চলো অন্তৰ্ভুক্ত হৈ আছে। যেনে চাৰৱাক, চাৱাহ ইত্যাদি। দক্ষিণ চীন সমুদ্ৰৰ বুকুত অৱস্থিত এইবোৰ অঞ্চললৈ সমুদ্ৰ-পথেদি যাই মালয় ভূ-খণ্ডৰ পৰা চাৰিশ মাইল। ইয়াৰ উপৰিও আৰু কিছুমান সৰু সৰু দ্বীপো মালয়ছিয়া ফেডাৰেচনৰ অন্তৰ্ভুক্ত হৈ আছে। আমাৰ লোকতন্ত্ৰত যেনেকৈ আন্দামান, নিকোবৰ ইত্যাদি দ্বীপপুঞ্জ অৱস্থিত, তেনেকৈ এই দ্বীপবোৰো মালয়ছিয়া ফেডাৰেচনৰ অন্তৰ্ভুক্ত। মালয় উপদ্বীপৰ ভৌগোলিক অৱস্থানে সাধাৰণতে আমাৰ দৰং জিলাৰ কথা মনত পেলায়। আমাৰ কোনো কোনো পণ্ডিতৰ মতে দৰং জিলাখন দলং এখনৰ দৰে দীঘলীয়া কাৰণেই ইয়াক দৰং বোলে। এইষাৰ কথা মোৰ বৰ দীঘলবটীয়া যেন লাগে। মালয়ছিয়াৰ উত্তৰে টাইলেণ্ড। দক্ষিণে দেশখন প্ৰায় বিষুৱ ৰেখা পৰ্য্যন্ত বিস্তৃত। সিংগাপুৰ মালয়ছিয়াৰ দক্ষিণাঞ্চলত অৱস্থিত। দুয়োখন ৰাষ্ট্ৰৰ মাজত এক সংকীৰ্ণ সংযোগ পথৰ বাহিৰে আৰু একো নাই। এই সংযোগ পথটোক টনকিয়াল কৰি ৰাখিছে এটা স্থল-পথ আৰু এটা ৰেল-পথে।

মালয়ছিয়া প্ৰকৃততে ১৯৫৭ চনত স্বাধীন হয় যদিও বৰ্তমানৰ ফেডাৰেচনৰ জন্ম হয় ১৯৬৩ চনৰ ছেপ্টেম্বৰ মাহৰ ১৬ তাৰিখেহে। গোটেই সমস্যাটো পৰীক্ষা কৰি চাই মিলিত জাতি-সঙ্ঘৰ চেক্ৰেটৰী-জেনেৰেলে যেতিয়া চাৰৱাক আৰু চাৱাহ জনসাধাৰণ এনে এখন ফেডাৰেচনৰ অন্তৰ্ভুক্ত হ'বলৈ প্ৰস্তুত বুলি সিদ্ধান্ত কৰে, ঠিক তাৰ পাছতেই। ১৯৬১ চনৰ মে' মাহৰ ২৭ তাৰিখটো মালয়ছিয়াৰ ৰাজনৈতিক জীৱনৰ এটা গুৰুত্বপূৰ্ণ দিন। এইটো দিনতেই পাঁচখন ৰাজ্যিক প্ৰান্তৰত বিভক্ত দেশখনক একত্ৰীত কৰি এখন ফেডাৰেচনলৈ ৰূপান্তৰিত কৰা লক্ষ্যৰ জন্ম হয়। পোনতে এই ভাবটো দুপৰীয়াৰ এখন ভোজ-সভাত টুংকু আবদুল ৰহমানে ব্যক্ত কৰে। মিলিত

জাতি সংঘৰ দ্বাৰা ওপৰত কৈ অহা ফেডাৰেচন গঠন সম্পৰ্কীয় আলোচনা দুবছৰ কাল চলোৱা হৈছিল। ফেডাৰেচনত যোগ দিয়া প্ৰস্তাৱক কেন্দ্ৰ কৰি সিংগাপুৰত ১৯৬২ চনত গণ-ভোট গ্ৰহণ কৰা হয়। সিংগাপুৰৰ জনসাধাৰণৰ শতকৰা সত্তৰজনে ফেডাৰেচনত যোগ দিয়াৰ সপক্ষে মত প্ৰদান কৰে। টুংকুৱে সিংগাপুৰক Newyork of Malaysia আখ্যা দিছিল। সিংগাপুৰ ভ্ৰমণ কালত এইষাৰ কথা কিমান সঁচা, তাৰ যথাযথ প্ৰমাণ পাইছিলোঁ। উপৰুক্ত গণ-ভোট অনুসাৰে সিংগাপুৰ মালয়ছিয়া ফেডাৰেচনৰ অন্তৰ্ভুক্ত হৈছিল যদিও এই মিলন সৰহ দিন তিষ্ঠি থকাটো সম্ভৱপৰ নহ'ল। ১৯৬৫ চনৰ আগষ্ট মাহৰ ৯ তাৰিখে সিংগাপুৰ মালয়ছিয়া ফেডাৰেচনৰ পৰা বিচ্ছিন্ন হয়। এইষাৰ কথা ঘোষণা কৰা কালত মালয়ছিয়া সদনত দিয়া টুংকু আবদুল ৰহমানৰ বক্তৃতাটো পঢ়িছোঁ। সিংগাপুৰ হৈছে এটা দ্বীপ। সিংগাপুৰ আৰু মালয়ছিয়া ভৌগোলিক ক্ষেত্ৰতহে এক, শাসনৰ ক্ষেত্ৰত নহয়।......

মালয়ছিয়া এফালে ফেডাৰেচন আৰু আনফালে বিধানতান্ত্ৰিক নৃপতি-তন্ত্ৰ। ইয়াৰ সংসদ আমাৰ দৰেই ৰাইজৰ দ্বাৰা নিৰ্বাচিত। কেৱল এই কাৰণেই দেশৰ শাসন-ব্যৱস্থাক বিধানতান্ত্ৰিক বুলিব খোজা নাই। মালয়ছিয়া ফেডাৰেচনৰ ৰাষ্ট্ৰনায়কজন হৈছে চুলতান। ফেডাৰেচনৰ আন সন্নিবিষ্ট ৰাজ্যৰ চুলটান সকলে এই চুলতানজনক পাঁচ বছৰৰ কাৰণে নিৰ্বাচিত কৰে। ইচ্ছা কৰিলে, চুলতানক এওঁলোকে সিংহাসন চ্যুত কৰিবও পাৰে। চুলতানক মালয় ভাষাত অ'গং বোলা হয়। দেশৰ প্ৰকৃত শাসন-ব্যৱস্থা হৈছে গণতান্ত্ৰিক। ইয়াৰ দায়িত্ব নিৰ্বাচিত প্ৰতিনিধি আৰু মন্ত্ৰীবৰ্গৰ ওপৰত ন্যস্ত। এওঁলোকৰ জন-প্ৰতিনিধিৰ পৰিষদখনক—আমাৰ যেনে লোকসভা—"দেৱান ৰায়ত" বোলা হয়। সিখনক—আমাৰ যেনে ৰাজ্য-সভা—"দেৱান নেগাৰ" বোলা হয়। প্ৰথম-খনৰ সদস্য সংখ্যা হৈছে ১০৪, দ্বিতীয়খনৰ ৩৮। ......মালয়ছিয়াৰ ৰাষ্ট্ৰীয় পুষ্প হৈছে "ৰঙা জবা"। এইটোতহে আচৰিত হৈছিলোঁ—ইমান সাধাৰণ ফুল।

মালয়ছিয়া আয়তনৰ ফালৰ পৰা ইংলণ্ডনতকৈ অলপহে ডাঙৰ। ই গ্ৰীছৰ সমান। —বৰ আচৰিত, আমেৰিকাৰ যুক্তৰাষ্ট্ৰৰ টেক্সাছ্ বোলা প্ৰদেশ-খনেই ইয়াতোকৈ আনকি পাঁচ গুণে ডাঙৰ। মালয়ছিয়াৰ মাটিকালিৰ এক চতুৰ্থাংশ গভীৰ অৰণ্যৰে ভৰপূৰ। গ্ৰীষ্ম-প্ৰধান অঞ্চল, য'ত বৰষুণ যথেষ্ট পৰিমাণে হয়, তেনেবোৰ ঠাইত হাবি-বন উভৈনদীকৈ হোৱাটো স্বাভাৱিক কথা। ইংলণ্ডৰ প্ৰকৃতি মালয়ছিয়াৰ প্ৰকৃতি নহয়, সেইদৰে মালয়ছিয়াৰ প্ৰকৃতিও ইংলণ্ডৰ প্ৰকৃতি নহয়। শীতপ্ৰধান প্ৰকৃতিৰ ৰূপ সুকীয়া। ইয়াৰ উপৰিও, মালয়ছিয়াৰ উত্তৰ ভাগ চাপৰ পৰ্বতৰে ভৰপূৰ। পৰ্বতবোৰ দেশৰ দক্ষিণ অঞ্চললৈ ক্ৰমাৎ ক্ষীণ হৈ বিয়পি পৰিছে। পৰ্বতবোৰ থৰাং নাইবা লাওমুৰা নহয়। গছ-গছনি, হাবিৰে ভৰপূৰ। দেশখনৰ পশ্চিম অঞ্চল বিস্তৃত সমতল ভূমিৰে আচ্ছন্ন। এই সমতল ভূমিসমূহ পিতনিৰে উভৈনদী। অসমত হোৱাৰ দৰে এই অঞ্চলসমূহত বানপানী যথেষ্ট পৰিমাণে হয়। আনবোৰ অঞ্চলৰ

ৰিজ্ৰানিত্ত মালয়ছিয়াৰ পূৰ অঞ্চলটো সবাতোকৈ চকুত লগা। সমুদ্ৰৰ উপকণ্ঠত শাৰী শাৰী খেজুৰ গছ, বুপোৱালী বালিচৰ। সকলো সময়তে চীন সাগৰৰ উৰ্মিমালাই এইবোৰ কোবাই থাকে। সাগৰৰ উৰ্মিমালাই পানী-যুঁৰলীৰ বালিচৰ যেতিয়া আশ্বাৰোহী সৈনিকৰ দৰে আক্ৰমণ কৰেহি, পৃথিৱীখন যেতিয়া দিন আৰু সন্ধিয়াৰ পোহৰে আৱৰি ধৰে, সেই দৃশ্য চাব লগা বস্তু। এবাৰ নিবন্ধ হ'লে চকু আঁতৰাই অনা টান। এনে একোটা মুহূৰ্তত মানুহৰ মন অজানিত কিবা এটাৰ বুকুত হেৰাই যায়। ......মালাক্কা প্ৰণালীৰ পূৰ ভাগলৈ ইণ্ডোনেছিয়াৰ অন্তৰ্ভুক্ত সুমাত্ৰা দ্বীপ অৱস্থিত।

যেহেতু মালয়ছিয়া উপদ্বীপ বিষুৱ ৰেখাৰ দাঁতিকাষৰীয়া দেশ, ইয়াৰ জল-বায়ু উত্তপ্ত হোৱাটো স্বাভাৱিক কথা। ওপৰত কৈ অহা হৈছে, বৰষুণ ইয়াত যথেষ্ট পৰিমাণে হয়। গড় হিছাপে বছৰি অন্ততঃ এশ ইঞ্চিতকৈ কম নহয। ইয়াত চকুত লগাকৈ ঋতু পৰিৱৰ্ত্তন নহয়। বছৰটোৰ ভিতৰত কোনোবা কেইটামান মাহত বৰষুণ অধিক পৰিমাণে হয়, কোনোবা কেইটামানত তাক-ৰীয়াকৈ হয়—সেয়ে পাৰ্থক্য। সেইদৰে বছৰটোৰ ভিতৰত কোনোবা কেইটামান মাহত কবৰাত বৰষুণ যদি অধিক হয়, তেন্তে আন কেইটামান মাহত আন কবৰাত অধিক হয়—এইদৰেই বৰষুণৰ চক্ৰ চলি থাকে। দেশৰ কবৰাত নহয় কবৰাত বৰষুণ আছেই।

"কোন ছেলের ঘুম পাড়াতে কে গাহিল গান—
বৃষ্টি পরে টাপুৰ টুপুৰ নদেয় এল বান।"

ইয়াৰ নদীত বান আহে—বৰষুণ কিন্তু "টাপুৰ টুপুৰ"কৈ নপৰে, একেবাৰে কলহৰ কাণেৰে বাকে।

"হুৰ্ হুৰ্ গুৰ্ গুৰ মেঘৰে চিঞৰ
হিৰ্ হিৰ্ গিৰ্ গিৰ্ শব্দে গম্ভীৰ,
ঢালিলে ঐ ঢালিলে কলহৰ কাণেদি
নামিলে ঐ জলৰে কোঁৱৰ।"

১৭৮৬ চনৰ আগষ্ট মাহত বৰ্ত্তমান মালয়ছিয়াৰ অন্তৰ্ভুক্ত পেনাং দ্বীপ ব্ৰিটিশ ৰাজ-শক্তিৰ অধীনলৈ আহে। ইয়াৰ পৰাই ব্ৰিটিশ সাম্ৰাজ্য ক্ৰমাৎ সমগ্ৰ ভূ-খণ্ডত বিয়পি পৰে। আচল মালয় শব্দটো "পেনাং" নহয়, "পিনাং"। "পিনাং" শব্দৰ অৰ্থ হৈছে "গুৱা"। আমাৰ জানো "গুৱা" শব্দৰ পৰাই গুৱা-হাটী নামটো গঢ়ি উঠা নাই? ......পেনাং উপনিবেশ স্থাপন কৰোতা ইংৰাজ জনৰ নাম আছিল ফ্ৰাঞ্চিছ লাইট। এওঁ সেই সময়ৰ এজন সুদক্ষ ব্যৱসায়ী মানুহ। কেইবা বছৰ ধৰি ইষ্ট ইণ্ডিয়া কোম্পানীৰ সমুদ্ৰবাহী জাহাজ মেৰামত কৰাৰ উদ্দেশ্যৰে এইজনা সুদক্ষ ব্যক্তিয়ে এডোখৰ ঠাইৰ প্ৰয়োজনীয়-তাৰ কথা চিন্তা কৰি আছিল। এইজনা দূৰদৰ্শী ইংৰাজৰ চেষ্টাতেই পেনাং আৱিষ্কৃত হৈছিল। ইংৰাজসকলে উপনিবেশ স্থাপনৰ পিছত পেনাং নাম

সলাই তাৰ পৰিৱৰ্ত্তে প্ৰিন্স অৱ্ ৱেলছ দ্বীপ কৰিবলৈ চেষ্টা কৰিছিল। এই চেষ্টা ফলৱতী নহ'ল। পেনাং পেনাং হৈয়েই থাকিল। বাইজৰ হৃৎপিণ্ড স্পৰ্শ নকৰা নাম একোটা ওপৰৰ পৰা জাপি দি কেতিয়াও সঞ্চাৰিত কৰিব নোৱাৰি। আমাৰ ব্ৰহ্মপুত্ৰৰ দলং এতিয়াও ব্ৰহ্মপুত্ৰৰ দলং হৈয়েই আছে। শৰাইঘাটৰ দলং বোলা নামটো প্ৰচলিত হবলৈ বহুদূৰ বাকী।

চাহপাত, ৰেছমী কাপোৰ, নানাবিধ মা-মচলা ইত্যাদি ধৰণৰ নানা ধৰণৰ ব্যৱসায়ী বয়-বস্তু কেণ্টন আৰু কলিকতাৰ মাজত কঢ়িয়াই অনা ইষ্ট ইণ্ডিয়া কোম্পানীৰ সমুদ্ৰবাহী জাহাজ এই বাটেদিয়েই অহাযোৱা কৰিছিল। এই জাহাজবোৰৰ বাবে প্ৰয়োজনীয় জিৰণি আৰু মেৰামতৰ কাৰণে কলিকতা আৰু কেণ্টনৰ মধ্যৱৰ্ত্তী ঠাইত ভাল বন্দৰ এটাৰ প্ৰয়োজন হৈছিল। ফ্ৰান্সিছ লাইট চাহাবে পেনাং আৱিস্কাৰ কৰাৰ পূৰ্বে এই অঞ্চলত কোনো উপযুক্ত সমুদ্ৰ-বন্দৰ যে নাছিল, সেইষাৰ কথা বৰ বেছি শুদ্ধ নহয়। আকীন্ নামেৰে মালয়সকলৰ এটা বন্দৰ আছিল। ইয়াৰ উপৰিও মালাক্কাতো এটা বন্দৰ আছিল। এই বন্দৰটো আছিল ওলন্দাজসকলৰ অধীনত। বন্দৰটো ব্যৱহাৰ কৰাৰ কাৰণে দিব লগা ভাড়াৰ নিৰিখ অতিপাত মহঙীয়া আছিল। এই কাৰণেই সৰহীয়াকৈ ভাড়াৰ ধন ভৰি বন্দৰটো ব্যৱহাৰ কৰিবলৈ কোনো কোনো জাহাজে বৰ টান পাইছিল। ইয়াৰ উপৰিও, বেন্‌কুলেন্ নামেৰে সুমাত্ৰা দ্বীপটো এটা বন্দৰ আছিল। এই বন্দৰটো এতিয়াও আছে। ব্ৰিটিশৰ অধীনস্থ যদিও বন্দৰটোৰ সা-সুবিধা তেনেই তাকৰীয়া। ইয়াতোকৈ ডাঙৰ কথা হৈছে মালাক্কা-উপকূলৰ পৰা বন্দৰটো ভালেমান দূৰত অৱস্থিত।

ভাৰতলৈ পেনাং দ্বীপৰ পৰা সমুদ্ৰবাহী জাহাজেৰে সাত দিনৰ বাট। বন্দৰটো মালাক্কা প্ৰণালীৰ শীৰ্ষ বিন্দুত অৱস্থিত। ইষ্ট ইণ্ডিয়া কোম্পানীৰ হৈ খেদা ৰাজ্যৰ চুলতানৰ সৈতে দূৰদৰ্শী ফ্ৰান্সিছ লাইট চাহাব এক চুক্তিত অৱতীৰ্ণ হয়। এই চুক্তি অনুসাৰে ব্যৱহাৰৰ কাৰণে পেনাং দ্বীপ আৰু পেনাং দ্বীপত অৱস্থিত বন্দৰটো তেওঁ চুলতানৰ পৰা ভাড়ালৈ লয়। এই চুক্তিৰ দ্বাৰা চুলটানৰো কিছু সুবিধা নোহোৱাকৈ নাছিল। ইংৰাজ চুক্তিদাৰ-সকলে ভাড়া দিয়াৰ প্ৰতিশ্ৰুতি দিছিল। ......আদিতে ইষ্ট ইণ্ডিয়া কোম্পানী আছিল এক ব্যৱসায়ী প্ৰতিষ্ঠান। ভাৰতৰ ক্ষেত্ৰত যেনেকৈ তেনেকৈয়ে প্ৰাচ্যৰ বহু অঞ্চলত এই বেপাৰীসকল অৱশেষত সাম্ৰাজ্যবাদী দললৈ ৰূপান্তৰিত হয়। এইবোৰ কথাৰ কাৰণেই সম্ভৱতঃ ইংৰাজসকলক কোনো কোনোৱে 'a nation of Shopkeepers', অৰ্থাৎ দোকানীৰ জাতি বুলি অভিহিত কৰে।

ব্যৱসায়-বাণিজ্যৰ বিস্তাৰ ইষ্ট ইণ্ডিয়া কোম্পানীৰ কাৰণে কেনেকৈ ৰাজ্য প্ৰতিষ্ঠা আৰু ৰাজনৈতিক বিস্তাৰৰ পথ ক্ৰমাৎ সুগম কৰিলে, সেই বিষয়ে আমাৰ বুৰঞ্জীয়ে যথেষ্ট প্ৰমাণ যোগায়। দূৰ দেশত অৱস্থিত ব্যৱসায় সামগ্ৰীৰ গুদামবোৰক নিৰাপত্তা দিয়াৰ উদ্দেশ্যৰে কোম্পানীৰ নিজা সৈন্য-

বাহিনীৰ প্ৰয়োজন হৈছিল। ক্ৰমাৎ ব্যৱসায়ী প্ৰয়োজনীয়তা সামৰিক প্ৰয়োজনীয়তালৈ ৰূপান্তৰিত হ'ল। বিদেশৰ যিবোৰ অঞ্চল বাণিজ্য বিস্তাৰৰ জৰীয়তে কোম্পানীৰ কবললৈ আহিছিল, সেইবোৰ পৰিচালনা কৰিবলৈ প্ৰশাসনীয় যোগানৰ প্ৰয়োজন হৈছিল। অ-সামৰিক ক্ষেত্ৰত এই প্ৰশাসনীয় প্ৰয়োজনীয়তাই গৱৰ্ণৰ পদবীৰ উদ্ভৱ সাধন কৰিলে। পোনতে এনেবোৰ স্বাৰ্থ ৰক্ষাৰ্থে কোম্পানীয়ে বঙ্গদেশত এজন গৱৰ্ণৰ নিয়োগ কৰে। এই গৱৰ্ণৰজনেই অৱশেষত সমগ্ৰ ভাৰতৰ বাবে গৱৰ্ণৰ-জেনেৰেলৰ খিতাপ পায়। এইজনা বিষয়াৰ কৰ্তৃত্ব ভাৰতৰ চাৰিসীমাৰ মাজতে কেৱল আৱদ্ধ নাছিল। বাণিজ্যৰ জৰীয়তে কোম্পানীৰ কৰ্তৃত্ব বিস্তাৰিত হোৱা দক্ষিণ-পূব এছিয়াৰ অঞ্চল সমূহলৈকো গৱৰ্ণৰ-জেনেৰেলৰ কৰ্তৃত্ব ব্যাপ্ত হৈছিল। ......বাহিৰৰ পৰা যোৱা দহ বছৰৰ ভিতৰত কুৰি হেজাৰতকৈ অধিক মানুহ আহি ইতি-মধ্যে পেনাং দ্বীপত বসতি কৰিছেহি। ব্ৰিটিশ ৰাজ-শক্তিৰ আমোলত প্ৰতি-ষ্ঠিত জৰ্জ টাউন বোলা চহৰখনেই পেনাং দ্বীপৰ প্ৰধান চহৰ।......

ফ্ৰান্সিছ লাইট চাহাবে পেনাং দ্বীপত সমৃদ্ধিশালী এক বন্দৰ গঢ়ি তোলাৰ স্বপ্ন দেখিছিল। এই স্বপ্নক বাস্তৱলৈ ৰূপান্তৰিত কৰাৰ পথত অন্তৰায় আছিল ঘাইকৈ দুটা। এটা হৈছে ঃ মালয়বাসী আৰু বুগীসকলৰ মাজত প্ৰায়েই যুদ্ধ-বিগ্ৰহ লাগি আছিল। এই যুদ্ধ-বিগ্ৰহ কোনো কোনো ক্ষেত্ৰত শ্যাম দেশ আৰু ব্ৰহ্মদেশ পৰ্য্যন্ত বিয়পি পৰাৰ আশংকাই দেখা দিছিল। এনে অশান্তিপূৰ্ণ পৰিস্থিতিৰ সম্পূৰ্ণৰূপে ওলন্দাজসকলে সুবিধা লৈছিল। এনেদৰেই এই অঞ্চলসমূহত ওলন্দাজ কৰ্তৃত্ব কাৰ্য্যকৰী কৰি ৰখা হৈছিল। দ্বিতীয়টো কাৰণ হৈছে ঃ এই অঞ্চলসমূহত বাস কৰিবলৈ অহা ইউৰোপীয়সকলক প্ৰায়েই কিবা নহয় কিবা অচিন ৰোগে আক্ৰমণ কৰিছিল আৰু ইয়াৰ ফলস্বৰূপে বহুতৰে মৃত্যুও হৈছিল। এনেবোৰ কাৰণৰ বাবেই পেনাং দ্বীপত ব্যৱসায় বন্দৰ প্ৰতিষ্ঠা কৰা প্ৰস্তাৱ অৱশেষত ইংৰাজ-সকলে পৰিত্যাগ কৰিবলৈ বাধ্য হয়। ছাৰ ষ্টেম্‌ফোৰ্ড ৰেফাল্স—যাৰ স্মৃতি সিংগাপুৰত আজিও অম্লান হৈ আছে—সেই সময়ৰ পেনাং দ্বীপৰ ইংৰাজ গৱৰ্ণৰজনৰ সহকাৰী চেক্ৰেটৰী আছিল। এওঁৰ সবল যুক্তি আৰু পৰামৰ্শ অনুসৰি ১৮১৯ চনত পেনাঙৰ পৰিৱৰ্ত্তে সিঙ্গাপুৰত এটা বন্দৰ স্থাপন কৰাৰ প্ৰস্তাৱত ইংৰাজ কৰ্তৃপক্ষই অধিক গুৰুত্ব প্ৰদান কৰে। তেতিয়াৰ পৰাই বন্দৰ নিৰ্ম্মাণৰ ক্ষেত্ৰত পেনাং ইংৰাজৰ আঁচনিত দ্বিতীয় শাৰীলৈ নিম্নগামী হয়।

তথাপি এইষাৰ কথা কব লাগিব, আজি পেনাঙৰ সমৃদ্ধিৰ প্ৰধান কাৰণ হৈছে সমুদ্ৰবাহী বাণিজ্য। পেনাং দ্বীপ আৰু ঘাই ভূখণ্ডৰ মাজৰ জলাশয় সৰু-বৰ সকলো ধৰণৰ সমুদ্ৰবাহী জাহাজৰ পোতাশ্ৰয়। বন্দৰটোত চকুত পৰে তৰহে তৰহে জাহাজ—চাই থাকিলে আমনি নেলাগে। ইয়াৰে কিছুমান হংকং, জাপান আদি স্পৰ্শ কৰি ইউৰোপ পৰ্য্যন্ত পৰিভ্ৰমণ কৰা বৃহদাকাৰৰ মাজ-সমুদ্ৰৰ জাহাজ। এইবোৰক একোখন সৰু-সুৰা চহৰ বুলিব পাৰি। ইয়াৰ

উপৰিও পোতাশ্ৰয়টো সৰু-সুৰা পণ্যবাহী জাহাজ, চীনদেশীয় পালতৰা জাহাজ, মাছমৰীয়া নাও, চাম্পান আদিৰে দূৰৈৰ পৰাই জিলিকি থাকে। সেইবোৰ নিশাৰ বন্তিৰ পোহৰত সৰু-বৰ একোখন ছবি যেন লাগে। চাম্পান নাৱবোৰ এইবোৰৰ মাজে মাজে ওপঙি ফুৰোঁতে মনৰ দিগন্তত কিবা এক অস্পষ্ট কৌতূহলে খেলি যায়—এই যাত্ৰাত কিবা এক দূৰণিৰ মাদকতা আছে, অসমাপ্তিৰ কিবা এক "মন উৰুঙা" কৰা অনুপ্ৰেৰণা আছে।......

খবৰ লৈ জানিলোঁ, মালয়ছিয়াৰ সমুদ্ৰবাহী বাণিজ্যৰ শতকৰা ওঠৰ ভাগ পেনাং বন্দৰৰ জৰীয়তে সম্পাদন কৰা হয়। আমেৰিকা আৰু ইউৰোপলৈ ৰপ্তানি হোৱা মালয় ৰবৰৰ চাৰি ভাগৰ এভাগ পেনাং বন্দৰ যোগে প্ৰেৰণ হয়। লগতে এইটো কথাও লক্ষ্য কৰিবলগীয়া, মালয়ছিয়াৰ সমুদ্ৰবাহী বাণিজ্যৰ সামগ্ৰীসমূহৰ প্ৰায় অৰ্দ্ধেক বাহিৰৰ পৰা অহা বস্তু। ইয়াৰে শতকৰা দহ ভাগ পেনাং বন্দৰৰ জৰীয়তে সম্পাদন কৰা হয়। মালয়ছিয়াৰ পেনাং নাইবা সিঙ্গাপুৰ বন্দৰৰ জৰীয়তে খিলঞ্জীয়া বাণিজ্য সামগ্ৰীসমূহ আন্তৰ্জাতিক বজাৰত মেলা হয়। প্ৰয়োজন অনুসৰি এই বস্তুবোৰ ইউৰোপ নাইবা ওচৰ-চুবুৰীয়া দেশসমূহলৈ ৰপ্তানি কৰা হয়। এই একেদৰেই খাদ্য বস্তুকে ধৰি বাহিৰৰ পৰা আমদানি হোৱা বস্তু পেনাং আদি বন্দৰলৈ অনা হয়। ইয়াৰ পৰাই প্ৰয়োজন অনুসৰি সামগ্ৰীসমূহ ওচৰচুবুৰীয়া দেশসমূহলৈ দুনাই ৰপ্তানি কৰা হয়। এটা কথা দেখিলেই বুজিব পাৰি—সিঙ্গাপুৰ মালয়ছিয়া ফেডাৰেছনৰ পৰা বিচ্ছিন্ন হোৱাৰ পিছত দেশৰ কাৰণে পেনাং বন্দৰৰ ব্যস্ততা বহুগুণে বৃদ্ধি পাইছে।...... এইখিনিতে কৈ থোৱাটো ভাল হব ঃ টিন গলোৱা উদ্যোগ-প্ৰতিষ্ঠানসমূহৰ সৰহ ভাগেই সিঙ্গাপুৰ আৰু পেনাং অঞ্চলত অৱস্থিত। মালয়ছিয়াৰ খনিসমূহত উৎপাদিত হোৱা টিন গলোৱাৰ উপৰিও বিদেশৰ পৰা, প্ৰধানকৈ টাইলেণ্ড আৰু ব্ৰহ্মদেশৰ আমদানি কৰা টিনো ইয়াতে গলোৱা হয়।.........

প্ৰাকৃতিক দৃশ্যৰ পিনৰ পৰা দক্ষিণ-পূৱ এছিয়া অঞ্চলতে কেৱল নহয়, পেনাং দ্বীপ সমগ্ৰ পৃথিৱীৰ ভিতৰত অতুলনীয়। যুৱতী নাৰীৰ স্তন-দেশৰ দৰে দ্বীপটোৰ মাজভাগত লহপহীয়া সেউজীয়া হাবি-বননিৰে আবৃত কিছু-মান পৰ্বতৰ টিলা আছে। এই পাহাৰবোৰ সমুদ্ৰ-তীৰৰ তিৰবিৰাই থকা বালিচৰৰ উপকণ্ঠত অৱস্থিত। ইয়াৰ মাজে মাজে সিঁচৰিত হৈ আছে একো ছটা বৃহৎ-আকাৰৰ গ্ৰেনাইট শিল। সাগৰৰ পাৰে পাৰে বতাহত হালি-জালি থকা শাৰী শাৰী নাৰিকল গছবোৰ। ইয়াৰ মাজে মাজে জোনটোৱে ভুমুকি মাৰি নীল সাগৰৰ বুকুৰ উৰ্মিমালাৰ বুকুত উথল-মাথলৰ সৃষ্টি কৰে। নিৰ্মল, নিকা আকাশৰ পাৰভাঙি বিয়পি পৰা জোনাকৰ লগত মিহলি হৈ লাহী এই নাৰিকল গছৰ ছাঁবোৰ যেতিয়া চপাকলি আঙুলিৰ শিখা যেন হৈ পৰে, সেই দৃশ্য কোনোবা মহৎ শিল্পীৰ হাতৰ, ফ্ৰেমত বন্ধাই থোৱা, ছবি যেন লাগে। এইখন নিশাৰ ছবি—মালয় ভাষাত নিশাক "মালম্" বোলে। এই দৃশ্য দেখি দূৰণিৰ সাগৰৰ বুকুত ওপঙি অহা কোনোবা যাত্ৰীয়ে

হয়তো কল্পনা কৰে ৰহস্যময় প্ৰাচ্যৰ কথা, ইয়াত পুঞ্জীভূত হৈ থকা মাদকতাৰ কথা। দ্বীপটোৰ মাজে মাজে ধাননি পথাৰ, সৰু সৰু বৰৰৰ বাগিছা। নাৰিকল গছ আৰু দূৰণিৰ পৰ্বতৰ ত্ৰিশূলে যেন শিখৰসমূহ।

ইয়াত অৱস্থিত কেদাহ বোলা যিটো পৰ্বত, সেই পৰ্বতটোৰ শিখৰলৈ যাব পৰা সৰু আলি এটাৰ বাহিৰে আকৰ্ষণীয় সংযোগ-বাহন হৈছে এটা ৰেল-পথ। আলিটোৰে জীপ গাড়ী হলে যাবলৈকো বেয়া নহয়। পৰ্বতটো বৰ মনোৰম। ওপৰৰ পৰা চাই পঠিয়ালে—আমাৰ যেনেকৈ কামাখ্যা পাহাৰৰ ওপৰৰ পৰা ব্ৰহ্মপুত্ৰ আৰু বিজুলী বাতিৰে জকমকাই থকা গুৱাহাটী-মালিগাঁও দেখি, তেনেকৈয়েই, অস্পষ্ট ভাবে হলেও, চকুত পৰে দ্বীপটোৰ মসৃন পৰ্বতমালা আৰু দূৰণিৰ ৰতাহে অশান্ত কৰা সাগৰৰ বুকুখন। আৰু চকুত পৰে সাগৰৰ বুকুত থূপ খাই থকা অসংখ্য সৰু জাহাজবোৰ। দূৰৈৰ পৰা পৃথিৱী এটাৰ বুকুত ওপঙি থকা এইবোৰক কিছুমান কাগজৰ নাও যেন লাগে। অস্পষ্ট ভাবে হলেও ইয়াৰ পৰাই সাগৰৰ সিপাৰৰ মালয় ভূখণ্ডৰ পৰ্বতসমূহ চকুত পৰে, নীলৰ যেন একোটা বিৰাট চপৰা। সেইবোৰৰ দাঁতিয়ে দাঁতিয়ে স্পৰ্শসুখ কামনা কৰি উটি ফুৰিছে কিছুমান বগোৰালী ডাৱৰ। এই ডাৱৰৰ মাজে মাজে ভুমুকি মাৰে টুকুৰা টুকুৰ হৈ নীলা আকাশখনে।

পেনাঙৰ কথা উল্লেখ কৰাৰ দৰে মালাক্কাৰ কথা উল্লেখ নকৰিলে মালয়ছিয়াৰ ছবি অসম্পূৰ্ণ হৈ ৰ'ব। নানা তৰহৰ মা-মচলা, অতীজৰ পৰা মণি-মুক্তা, ৰেছমী কাপোৰ, চীনা মাটি ইত্যাদি বস্তুৰ বাণিজ্য-কেন্দ্ৰ স্বৰূপে মালাক্কা পৰিগণিত হৈ আহিছে। এইবোৰ সামগ্ৰী মালাক্কালৈ পূব অঞ্চলৰ পৰা আহে। পছিমৰ পৰা আহে কাপোৰ, তাম আৰু আফিং। কেদাহ আৰু পেনাং অঞ্চলৰ পৰা আহে সোণ আৰু টিন। সুমাত্ৰা আৰু যাভাৰ পৰা আহে সোণ আৰু জালুক। এনেবোৰ বস্তুৰ বাণিজ্যই হৈছে অতীজৰ পৰা মালাক্কাৰ প্ৰধান বাণিজ্য-বস্তু। প্ৰাচ্যৰ বস্তু, বিশেষকৈ জালুক আৰু নানা বিধ মা-মচলা, সেই সময়ৰ ইউৰোপীয় দেশসমূহৰ অত্যন্ত জনপ্ৰিয় বস্তু। অতীজৰ পৰাই ইউৰোপৰ সৈতে মালাক্কাৰ বাণিজ্যৰ সংযোগ-পথ আছিল ভাৰত। ভাৰতৰ পৰা এই বাণিজ্য-বস্তুসমূহ কাইৰো, আলেকজেন্দ্ৰিয় ইত্যাদি ঠাইলৈ প্ৰেৰণ কৰা হৈছিল। ভেনিছৰ সাউদসকলে কাইৰো, আলেকজেন্দ্ৰিয়া ইত্যাদি ঠাইৰ পৰা এই বস্তুবোৰ ইউৰোপৰ নানা বাণিজ্য-কেন্দ্ৰলৈ নিছিল। মালাক্কাৰ এই বাণিজ্য-সম্পদৰাশিৰ ওপৰত পৰ্তুগীজসকলৰ চকু নপৰাকৈ নাছিল। বাণিজ্যৰ সুবিধাসমূহ কৰায়ত্ত কৰাৰ উদ্দেশ্যৰেই পৰ্তুগীজসকলে মালাক্কা আক্ৰমণ কৰে। সোতৰ দিন ধৰি দুয়ো পক্ষৰ মাজত তয়াময়া ৰণ লাগে। এই ৰণৰ ফল স্বৰূপে মালাক্কা পৰ্তুগীজসকলৰ অধীনলৈ যায়। মালাক্কাত পৰ্তুগীজসকলে এটা দুৰ্গ সাজে। তেওঁলোকে এই দুৰ্গটোৰ নাম দিয়ে "আ-ফামোছা"। ইয়াৰ অৰ্থ হৈছে "খ্যাতি"। মালাক্কা খ্ৰীষ্টাব্দ ১৫১১ চনত পৰ্তুগীজসকলৰ অধীনলৈ যায়। মালাক্কাত পৰ্তুগীজ-শাসন এশ ত্ৰিশ বছৰ কাল চলে। মালাক্কাক কেন্দ্ৰ স্বৰূপে লৈ পৰ্তুগীজসকলে সমগ্ৰ প্ৰাচ্যত খ্ৰীষ্টান ধৰ্ম্ম প্ৰচাৰ কৰিবলৈ যত্ন কৰিছিল। এওঁলোকৰ প্ৰচেষ্টা ফলৱতী নহ'ল।

পৰ্তুগীজ-শক্তি অপসৃত হোৱাৰ অন্তত ১৯৪১ চনত মালাক্কা ওলন্দাজসকলৰ হাতলৈ যায়। যিটো ভৱনৰ পৰা তেওঁলোকে শাসন-কাৰ্য্য চলাইছিল, সেই ভৱনটো এতিয়াও ভাৎছ ষ্টেড্‌ হাউছ নামেৰে জনাজাত। আজিও এই ভৱনটোতেই স্বাধীন চৰকাৰৰ আঞ্চলিক সচিবালয় প্ৰৱৰ্ত্তিত। আজিও মালাক্কাৰ বহু আলি-পদূলিৰ নাম ওলন্দাজ ভাষাৰ। আনকি এই অঞ্চলত বহুত পকী ঘৰ আছে—এইবোৰৰ ইটাবোৰ ওলন্দাজ আহিৰ্ৰ। আমাৰ ৰংঘৰ, কাৰেং ঘৰৰ দৰে এইবোৰেও বহুত পুৰণি কথা কয়। ইংলণ্ড আৰু হ'লেণ্ডৰ মাজত স্বাক্ষৰিত হোৱা এক চুক্তিৰ ফলস্বৰূপে ইয়াৰ পিছত মালাক্কা ইংলণ্ডৰ অধীন হয়। এই বুজাপৰাৰ জৰীয়তে ইংলণ্ড আৰু হ'লেণ্ডৰ মাজত বহুতদিন ধৰি প্ৰাচ্য অঞ্চলত চলি থকা বিবাদৰ অন্ত পৰে। সমগ্ৰ মালয় অঞ্চল ইয়াৰ পিছৰ পৰাই ইংলণ্ডৰ অধীন হয়। হ'লেণ্ডৰ শাসন একমাত্ৰ যাভাত প্ৰৱৰ্ত্তি থাকে। পেনাং আৰু সিঙ্গাপুৰত সংগঠিত হোৱা বাণিজ্য-বিস্তাৰে মালাক্কাৰ বাণিজ্য-স্ফুৰণ ক্ৰমাৎ হীনপ্ৰভ কৰে। মালয়ছিয়াৰ বৰ্ত্তমান সমুদ্ৰবাহী বাণিজ্যৰ পৰিমাণ হৈছে পঞ্চাশ লাখ টন। ইয়াৰ শতকৰা এভাগতকৈ কম বাণিজ্যহে মালাক্কাত কেন্দ্ৰীভূত। বাণিজ্যৰ প্ৰভাৱ টুটিব পাৰে, সেইখিনি মালাক্কাৰ যি মনমোহনীয় ৰূপ, সেই ৰূপ আজিও কালৰ ৰুকুত "শুভ্ৰ সমুজ্বল" হৈ আছে।

ৰবৰ আৰু ধান খেতি, মালয়ছিয়াত এই দুয়োবিধ খেতি অপৰ্য্যাপ্ত পৰিমাণে হয়। কেদাহ, পাৰলীছ, কেলাণ্টন, প্ৰেলেছলী ইত্যাদি অঞ্চলত প্ৰচুৰ পৰিমাণে ধান হয়। পেৰাক্, ছেলনগোৰ্, মালাক্কাৰ দক্ষিণ ভাগ—এইবোৰ ঠাইত ভালেমান টিনৰ পুং আছে, লেখত লবলগীয়া চহৰ কেইখনৰ কথা বাদ দিলে দেখা যায়, এইবোৰ ঠাইত জন-বসতি অতিপাত ঘন। ৰবৰ আৰু ধান খেতিত মালয়ছিয়াৰ শ্ৰমিক সমাজৰ প্ৰায় অৰ্দ্ধেকতকৈ অধিক ব্ৰতী। মালয়-ছিয়াৰ জন-সাধাৰণৰ শতকৰা প্ৰায় নব্বৈজন খেতিয়ক। ইয়াৰে কিছু সংখ্যক মৎসজীৱী মানুহ। আচৰিত হব লগা কথা, মালয়ছিয়া খাদ্য বস্তুৰ ক্ষেত্ৰত স্বাৱলম্বী নহয়। আন দেশৰ পৰা আমদানি কৰা বস্তুৰ ক্ষেত্ৰত আধাতকৈ অধিক হৈছে খাদ্য বস্তু। দেশৰ খেতিৰ মাটিৰ সৰহ ভাগত আছে ৰবৰৰ বাগিচা; ইয়াৰ পিছতেই হৈছে ধানৰ পথাৰ। কৃষিজাত বস্তুৰ ভিতৰত এই দিনৰ পৰা ধানৰ স্থান হৈছে দ্বিতীয়। তথাপি প্ৰয়োজনীয় চাউলৰ অৰ্দ্ধেক ভাগৰ যোগান ধৰিব লাগে টাইলেণ্ড আৰু ব্ৰহ্মদেশে। পৰিমাণ কম হলেও কেমেৰুণ হাইলেণ্ড বোলা এডোখৰ ঠাইত কিছু চাহ খেতিও হয়। মাছৰ ব্যৱসায় মালয়ছিয়াত বিশেষভাৱে জনপ্ৰিয়।

মালয়ছিয়াৰ হাবিত যথেষ্ট পৰিমাণে কাঠ পায় যদিও ভাল কাঠ নহয়। তৰহে তৰহে ইয়াৰ হাবিত গছ পোৱা যায়। গছ আছে মাটি সাৰুৱা কাৰণে নহয়, ইয়াত বৰষুণ যথেষ্ট পৰিমাণে হয়, সেই কাৰণে। প্ৰায়বোৰ বৰ্ষাপ্লাৱিত গ্ৰীষ্মপ্ৰধান অঞ্চলৰ এইটোৱেই লক্ষণ। মালয়ছিয়াৰ কাঠ সেইবুলি বাহিৰলৈ যে ৰপ্তানি নোহোৱাকৈ থাকে, সেইষাৰ কথা নহয়। আভ্যন্তৰীণ নিৰ্মাণ

কাৰ্য্যৰ কাৰণে প্ৰয়োজনীয় সকলো কাঠ মালয়ছিয়াৰ হাবিয়ে যোগান ধৰে। বিদেশৰ ওচৰত ইয়াৰ বাবে হাত পতাৰ কোনো প্ৰয়োজন নাই।

এই কথা দেখি ভাল লাগিল ঃ আমাৰ পথাৰৰ দৰে মালয়ছিয়াৰ পথাৰতো সৰু সৰু আলি দিয়ে। এই আলিবোৰেই হৈছে পথাৰৰ স্নায়ু। আলিবোৰ দেখাৰ লগে লগে সেই গীতটোলৈ মনত পৰিছিল ঃ "পকাধানৰ মাজে মাজে সৰু সৰু আলি ঐ, সৰু সৰু আলি।" চহৰ এৰাৰ লগে লগে চকুত পৰে বিস্তৃত ধাননি পথাৰ। মালয় ভাষাত ধানক "পাদী" বোলে। ইংৰাজী "পেদী" (ধান) শব্দটো সম্ভৱতঃ "পাদী" বোলা মালয় শব্দটোৰ পৰাই উৎপত্তি হৈছে। ইংৰাজী ভাষাটো এক অদ্ভূত ভাষা—পৃথিৱীৰ প্ৰায়বোৰ ভাষাৰ পৰা শব্দ বুটলি ইংৰাজী ভাষাটো সমৃদ্ধিশালী হৈছে। কোনো ভাষা বোৰখা পিন্ধাই চহকী কৰিব নোৱাৰি। নতুন অৰ্থত শব্দৰ প্ৰয়োগ যেনেকৈ প্ৰয়োজন, তেনেকৈ আন ভাষাৰ পৰা শব্দ গ্ৰহণো প্ৰয়োজন। এই বিষয়ে সুকীয়াকৈ প্ৰবন্ধ এটা লেখিব পাৰি। ইংৰাজী "বেম্বু" (বাঁহ) শব্দটো মালয় "বেম্বু" শব্দৰ পৰা অহা। এনে ধৰণৰ আৰু বহু উদাহৰণ দিব পাৰি।...... আমাৰ অসমৰ নাৰীৰ দৰেই মালয়ৰ নাৰীয়েও খেতি-পথাৰৰ কামত যথেষ্ট বৰঙণি যোগায়। এওঁলোকে মুৰত জাপি পিন্ধি লয়। জাপিক মালয় ভাষাত "ৰতন" বোলে।

ধান খেতিৰ সৈতে সম্বন্ধ থকা কাহিনী এটাৰ এইখিনিতে উল্লেখ কৰিব খুজিছোঁ। সৃষ্টিৰ প্ৰথম পুৰুষ আৰু প্ৰথমা নাৰী, আদাম আৰু হাৱালীৰ ছগৰাকী জীয়ৰী আৰু দুটা পুত্ৰ সন্তান আছিল। পৰিয়ালটোক যোৱাকৈ ঘৰত ধান-চাউল নাছিল। এনেতে আদামৰ কাণত এক দৈৱ-বাণী ধ্বনিত হ'ল। ল'ৰা-ছোৱালী এহাল নি পথাৰলৈ ডোখৰ ডোখৰ কৈ কাটি সিঁচি দিবলৈ আদেশ হ'ল। আদেশ অনুসৰি আদামে কাম কৰিলে। দুমাহৰ অন্তত পথাৰলৈ গৈ ল'ৰা-ছোৱালী হালৰ নাম কাঢ়ি আদাম আৰু তেওঁৰ পত্নীয়ে চিঞৰিবলৈ ধৰিলে। চকুৰ আগত তেওঁলোকৰ জাতিস্কাৰ হৈ উঠিল সোণোৱালী ধানেৰে উভৈনদী হৈ থকা এখন পথাৰ। এই ধানবোৰ অকস্মাত গুটি হৈ আকাশলৈ উৰা মাৰি আদামৰ ঘৰৰ চোতাল উপচি পৰিল। এই কাৰণেই মালয়বাসীয়ে ধানক দেৱতাৰ আশীৰ্বাদ বুলি ভাবে। এই কাৰণেই ধান দাওঁতে এওঁলোকৰ দাৱনীয়ে আলফুলকৈ সৰু একোখন কাঁচিৰে দায়। কাঁচিখন "হাততে লুকুৱা" বিধৰ। মালয়ৰ খেতিয়কেই কেৱল নহয়, প্ৰাচ্যৰ সকলো খেতিয়কে ধানক লখিমী বুলি ধৰি আহিছে। আমাৰ নগা সমাজতো ধানৰ ভঁৰালৰ কাষলৈ ৰজঃস্বলা নাৰী নেযায়। প্ৰথমতে এইৰাব কথা বুজিবলৈ টান লাগিছিল। এতিয়া সহজ হৈ পৰিছে।......

ধান-খেতিৰ লগতে দুআৰাৰমান মাছ-কাছৰ বিষয়ে চমুকৈ কব খুজিছোঁ। টাইলেণ্ড বা কেম্বোডিয়াৰ সমানে নহলেও মাছ মালয়ছিয়াত যথেষ্ট পৰিমাণে পোৱা যায়। কেম্বোডিয়াত সমুদ্ৰৰ মাছ পাবলৈ টান। মালয়-

ছিয়াত সমুদ্ৰৰ মাছো যথেষ্ট পৰিমাণে পায়। মাছৰ উপৰিও ইয়াৰ জলাশয়-বোৰত যথেষ্ট পৰিমাণে কাছও পায়। একোটা কাছ কোনো কোনো ক্ষেত্ৰত দীঘলে সাত ফুটতকৈ অধিক হোৱা দেখা যায়। কোনো কোনোটা কাছ ওজনে প্ৰায় আধা টন পৰ্য্যন্ত হোৱাও দেখা যায়। কাছ জাকপাতি জুলাই-আগষ্ট মাহৰ নিশা বালিচৰত উঠে। বালিত মাইকী কাছজনীয়ে একোটা গাত খান্দে। গাতত তাই কণী পাৰে। কণী পৰাৰ পিছত গাতটো চিনিব নোৱাৰাকৈ পুৰাই পেলায়। এইদৰে কণী পৰা হলে তাই আকৌ পানীত বুৰ মাৰেগৈ। একো-বাৰত একোজনী কাছই এশটামানকৈ কণী পাৰে। সৰুতে আমাৰ ঘৰ গমিৰৰ ব্ৰহ্মপুত্ৰৰ পাৰত আছিল। ব্ৰহ্মপুত্ৰৰ বালি চাপৰিত এনেকৈ কাছই কণী পৰা দেখিছোঁ। মালয়ছিয়ালৈ এতিয়া উলটি আহিব খুজিছোঁ। সঁচা কথা, এবাৰত একোজনী কাছই এশটামান কণী পাৰে। সেইদৰে পোৱালি জগে। জগিলে কি হব ? ইয়াৰে কিছুমান মৰিহাজি শেষ হয়। কিছুমান ধৰি নি মানুহে বজাৰত বেচে। কিছুমান চৰায়ে খায়। কিছুমান পানীৰ মাছে খায়। কাছৰ কথা কওঁতে এইখিনিতে মালয়ছিয়াৰ এবিধ জনপ্ৰিয় খাদ্যৰ কথা মনত পৰিছে। ইয়াৰ মানুহে এইবিধ খাদ্যক "ছেইট্" বোলে। জলা আচাৰৰ সৈতে লোটিয়াই তপতে তপতে খাবলৈ বৰ জুতি লগা। গৰুৰ মঙহ, কুকুৰা নাইবা ছাগলীৰ মঙহেৰে এইবিধ আহাৰ প্ৰস্তুত কৰা হয়। আজিকালি এইবিধ আহাৰ দিল্লীতো পায়। ... ..আনাৰস মালয়ছিয়াত খুব হয়। ইয়াৰে সৰহভাগ চকলা চকলকৈ টিনত সংৰক্ষণ কৰি নাইবা বটলত ৰস ভৰাই ইংলণ্ড আদি দেশলৈ ৰপ্তানি কৰা হয়। আমাৰ অসমতো আনাৰস হয়। অসমৰ কোন অঞ্চলৰ আনাৰস বাৰু সকলোতকৈ ভাল ?

মালয়ছিয়াত ধান-খেতিকৈ ৰবৰ-খেতিৰ পৰিমাণ অধিক বুলি আগতে কৈছোঁ। দেশৰ ৰপ্তানি ব্যৱসায়ৰ শতকৰা ষাঠী ভাগ হৈছে ৰবৰ। ৰবৰৰ বাগিচাবোৰ আমাৰ অসমৰ চাহ বাগিচাবোৰৰ দৰেই আকৰ্ষণীয়। সংগঠনৰ পিনৰ পৰা চাহ-বাগিচা আৰু ৰবৰৰ বাগিচা, এই দুয়োবিধৰ মাজত বিশেষ পাৰ্থক্য নেদেখিলোঁ। কোৱালা লামপুৰ চহৰৰ পৰা কেইমাইলমান আঁতৰত অৱস্থিত কো-অপাৰেটিভ্ ছোচাইটিৰ দ্বাৰা পৰিচালিত ৰবৰৰ বাগিছা এখনৰ কথা এইখিনিতে কব খুজিছোঁ। বনুৱা সকল এই কো-অপাৰেটিভ বাগিছা-খনৰ অংশীদাৰ। মেনেজাৰজন ইংৰাজ। বাগিছাখন তেওঁ আমাক এফালৰ পৰা ভন্নতন্নকৈ দেখুৱালে। কল-ঘৰ, বনুৱাৰ বাসস্থান, সকলোবোৰ পৰিপাটি। বাগিছাখনলৈ সোমাই যাওঁতে একেবাৰে অসমৰ চাহ বাগিছালৈ সোমাই যোৱা যেন লাগিছিল। মেনেজাৰজনে ক'লে, একোজোপা ৰবৰ গছৰ বয়স হেনো ত্ৰিশ বছৰ। ত্ৰিশ বছৰৰ অন্তত গছ একোজোপা অলাগতীয়াল হৈ যায়। সাউতকৰে মোৰ ইণ্ডোনেছিয়াৰ এতিয়াৰ ভূতপূৰ্ব ৰাষ্ট্ৰপতি ডক্টৰ সুকৰ্ণই কৰা মন্তব্য এফাকি মনত পৰিল। কথাষাৰ এনে ধৰণৰঃ "মাইকী মানুহবোৰ ৰবৰ গছৰ লেখীয়া। ত্ৰিশ বছৰ বয়স হোৱাৰ পিছত অকামিলা হৈ যায়।" এইষাৰ কথালৈ ইংৰাজ মেনেজাৰৰ দৃষ্টি আকৰ্ষণ কৰিছিলোঁ। কথাষাৰ তেওঁ পঢ়িছে। ......ৰবৰ উৎপাদনৰ ক্ষেত্ৰত পৃথিৱীত ইণ্ডোনেছিয়াৰ

পিছতেই দ্বিতীয় স্থান হৈছে মালয়ছিয়াৰ। synthetic ৰবৰৰ কথা মই কোৱা নাই, উদ্ভিতজাত ৰবৰৰ কথাহে কৈছোঁ। খবৰ লৈ জানিলোঁ, মালয়ছিয়াৰ ৰবৰৰ বাগিছাত প্ৰায় তিনি লাখ বনুৱাই কাম কৰে। এওঁলোকৰ বনুৱা সংগঠন বেচ টনকিয়াল। এই বনুৱাসকলৰ সৰহ ভাগেই হৈছে ভাৰতীয়, তামিল মানুহ। আমি পৰিদৰ্শন কৰা বাগিছাখনত দেখিছিলোঁ, প্ৰতিজোপা ৰবৰৰ গছৰ তলে তলে একোজনীকৈ শাৰী পিন্ধা ছোৱালী, ভৰিত একোযোৰকৈ ৰবৰৰ চেণ্ডেল। কোনোজনীৰ খোপাত একোপাহকৈ ফুল। ইয়াৰে দুই-চাৰিজনীৰ লগত কথাও পাতিছিলোঁ।

মেনেজাৰজন বৰ সৰবৰহী মানুহ। মেনেজাৰ আৰু বনুৱাৰ মাজৰ সৌহাৰ্দ্দ দেখি আচৰিত নোহোৱাকে নাছিলোঁ। মানুহজন বয়সীয়াল, তপামূৰীয়া। চুটি হাফপেণ্ট এটা পিন্ধি মানুহজনে যদিও ডেকাৰ ছেও দিবলৈ যত্ন কৰিছিল, তথাপি বয়সে যে তেওঁক আঁচুৰিছে, সেইষাৰ কথা দেখিলেই ধৰিব পাৰি। আমাৰ কাৰণে তেওঁৰ বঙলাত আদৰ-অভ্যৰ্থনাৰ যোগাৰ হৈছিল। মানুহজনৰ পত্নী গৰাকী গাভৰু, ধুনীয়া ইংৰাজ মহিলা। গাৰ খাজে খাজে যৌবনৰ মাদকতা উভৈনদী হৈ আছে। কথা প্ৰসংগত মেনেজাৰজনে আমাক কলেঃ তেওঁৰ কেইবাটাও নাতি ল'ৰা আছে। মেনেজাৰজনৰ পত্নী গৰাকী মোৰ কাষতে বহিছিল। তেওঁ লাহেকৈ মোৰ কাণে কাণে কলেঃ "মই দ্বিতীয় পক্ষৰহে। আমাৰ বিয়া হোৱা মাথোন দুবছৰহে হৈছে। মোৰ এতিয়াও ল'ৰা-ছোৱালী একো হোৱা নাই।" কথাষাৰ কৈ মানুহ গৰাকীয়ে ভাল কৰিলে। নোহোৱা হলে মেনেজাৰৰ কথাষাৰ শুনি বৰ আচৰিত হৈছিলোঁ। .....এই মাইকী মানুহবোৰৰ মনস্তত্ব মই বুজিব নোৱাৰোঁ। "ম'নাডছ এণ্ড মুডছ" বোলা কিতাপখন আকৌ পঢ়িব লাগিব। এই বুঢ়াটোক বিয়া কৰাবলৈ তাইৰ বাৰু কিহে পাইছিল?

ৰবৰ খেতিৰ বুৰঞ্জী সাধুকথাৰ দৰেই মনোগ্ৰাহী। পোনতে চাহ গছ আৱিষ্কৃত হয় চীন দেশত। চীনাসকলে চাহ-গছক "ফিনাক্" বুলিছিল। এই একেদৰেই পোনতে ৰবৰৰ গছ আৱিষ্কৃত হয় ব্ৰাজিলত। ব্ৰাজিলৰ পৰা ১৮৭৬ চনত আনি পোনতে লণ্ডনৰ কীউ উদ্যানত ইয়াৰ গুটি পচোৱা হয়, আমাৰ যেনেকৈ চাহ গছৰ গুটি পোনতে কলিকতাৰ বটানিকেল উদ্যানত পচোৱা হৈছিল। লণ্ডনৰ কীউ উদ্যানত পচোৱা পুলিৰ কিছু সংখ্যক সিংহললৈ আৰু কিছু সংখ্যক সিঙ্গাপুৰলৈ পঠোৱা হৈছিল। ...মালয়ত ৰবৰ-খেতি সম্ভৱ হয় নিকোলাছ ৰিডলী নামৰ ইংৰাজ এজনৰ যত্নত। মালয়ত সেই সময়ত থকা ইংৰাজসকল কফি খেতি কৰা কাৰ্য্যত ব্যস্ত আছিল। কফিৰ খেতি এৰি এই সকলক ৰবৰৰ খেতিত হাত দিবলৈ কৈ কৈ ৰিডলী চাহাৰ প্ৰায় ব্যৰ্থ-প্ৰয়াস হব লগা হৈছিল। বহুতে এওঁক "বলিয়া" বুলি উপলুঙা কৰিবলৈকো এৰা নাছিল। ১৮৯০ চনৰ পৰা বাইচাইকেল আৰু মটৰ-গাড়ীৰ জনপ্ৰিয়তা বাঢ়িবলৈ লয়। ইয়াৰ লগে লগে ৰবৰৰ জনপ্ৰিয়তাও বৃদ্ধি পাবলৈ ধৰে। ১৮৯৬ চনত কিবা এটা অচিন ব্যাধিয়ে মালয়ৰ কফি খেতি একালৰ পৰা ধ্বংস

কৰিবলৈ লয়। আনহাতে সমান্তৰাল ভাবে ব্ৰাজিলত কফি খেতিৰ জনপ্ৰিয়তা বাঢ়িবলৈ ধৰে। এনেবোৰ কাৰণৰ বাবেই মালয়ৰ কফি-খেতিয়কে ক্ৰমাৎ কফি-খেতি এৰি ৰবৰৰ খেতি কৰিবলৈ লয়। মালয়ছিয়াক আজি এই ৰবৰৰ খেতিয়ে বিশ্বৰ বাণিজ্য-মহলত গৌৰৱৰ স্থান প্ৰদান কৰিছে।

কালক্ৰমৎ কিবা এটা ৰোগ লাগি মালয়ছিয়াৰ কফি-খেতি ধ্বংস হোৱাৰ দিৰে ব্ৰাজিলত ৰবৰৰ খেতি ধ্বংস হবলৈ ধৰিলে। ব্ৰাজিলে ৰবৰৰ খেতি বৰ্জ্জন কৰি অৱশেষত একানপতীয়াকৈ কফিৰ খেতিত মনোনিৱেশ কৰিবলৈ ললে। বৰ্ত্তমান কফি-উৎপাদনৰ ক্ষেত্ৰত পৃথিৱীত ব্ৰাজিলৰ স্থান প্ৰথম। আগতে উল্লেখ কৰি আহিছোঁ, পৃথিৱীত ৰবৰ উৎপাদনৰ ক্ষেত্ৰত মালয়ছিয়াৰ স্থান দ্বিতীয়। .. ...মালয়বাসীক ৰবৰৰ খেতি কৰিবলৈ উদগনি যোগোৱা দূৰদৰ্শী ইংৰাজ নিকোঁলাছ বিডলী এশ বছৰ কাল জীয়াই আছিল। ১৯৬৫ চনত মানুহজনৰ মৃত্যু হয়। তেওঁৰ স্বপ্ন জীৱন কালত সাৰ্থক হ'ল মালয়ছিয়া ৰবৰৰ খেতিৰ পিনৰ পৰা বিশ্বৰ বাণিজ্য-পথাৰত সৰ্ব্বৰহী হ'ল। ইয়াতোকৈ ডাঙৰ কথা আৰু কি হব পাৰে? সিংগাপুৰ আৰু মালয়ছিয়া, দুয়োখন দেশৰ পক্ষে সমৃদ্ধিৰ পথ মুকলি কৰি দিওঁতা বিডলী চাহাবৰ নাম বাইজে আজিও শ্ৰদ্ধাৰে স্মৰণ কৰা দেখি আহিছোঁ। মোৰ ৱাল্ট হুইটমেনৰ "পায়নিয়াছ্ৰ্, অ' পায়নিয়াছ্ৰ্" বোলা কবিতাটো মনত পৰিছিল। ......সপ্তদশ শতিকাৰ মাজ-ভাগৰ পৰা মালয় টিন-উদ্যোগৰ ক্ষেত্ৰত বিশেষ ভাবে আগবাঢ়িছে। টিন-উদ্যোগৰ ক্ষেত্ৰত বৰ্তমান মালয়ছিয়াৰ স্থান পৃথিৱীত প্ৰথম। টিন-উদ্যোগৰ ক্ষেত্ৰত মালয়সকলৰ পথ-প্ৰদৰ্শক হ'ল চীনাসকল। ৰবৰ উদ্যোগৰ ক্ষেত্ৰত ইংৰাজসকল।

ধাননি পথাৰত সোণোৱালী শোভা। বতাহত হালিজালি থকা খেজুৰ গছ, চালে চকুৰোৱা সৰু সৰু কাঠৰ চাং-ঘৰ, আমাৰ গৰু গাড়ীৰ লেখীয়া ম'হৰ গাড়ী, টেবোৰ নানা ৰঙেৰে সজ্জিত—এইবোৰৰ সমষ্টিয়েই হৈছে মালয়ছিয়াৰ গাঁও। গাঁৱক মালয় ভাষাত "কাম্পং" বোলে। চহৰবোৰৰ বহু পৰিৱৰ্ত্তন হৈছে। দেখিলেই ধৰিব পাৰি। চহৰ এৰি আগবাঢ়িলেই চকুত পৰে গাঁও আৰু প্ৰকৃতিৰ স্নিগ্ধ শোভা। অচিনাকি, আচহুৱা মানুহৰ ঘৰৰ পদূলিয়ে পদূলিয়ে ঘূৰি ফুৰাবো কিবা এক মাদকতা আছে। এই গাঁওবোৰ বনাই ফুৰোঁতে এটা ভাব হৈছিল ঃ বৰ্তমান আমি যে কুৰি শতিকাৰ মাজ ভাগত, সেইষাৰ কথা কিহে বাৰু মনত পেলাই দিয়ে? গাঁৱৰ নিজ্জৰ্ন প্ৰান্তৰত দেখা বাইচাইকেল আৰু মটৰ-গাড়ীয়ে। টি, এছ, ইলিয়টৰ কবিতা এফাকি মোৰ মনত পৰিছিল।

"The cycles of heaven in twenty centuries,
Bring us farther from God and nearer to dust."

সংযোগ-ব্যৱস্থাৰ পিনৰ পৰা যোৱা আশী বছৰৰ ভিতৰত মালয়ছিয়াৰ অভূতপূৰ্ব্ব উন্নতি হৈছে। স্থল-পথ, ৰেল-পথ, আকাশ-পথ, কেউদিশে এই উন্নতি পৰিলক্ষিত হয়। আশী বছৰৰ পূৰ্ব্বে এইখন দেশৰ যে নৌ-পথ নাইবা সৰু সৰু গো-পথৰ বাহিৰে তেনে ধৰণৰ উল্লেখযোগ্য সংযোগ-পথৰ

কোনো সা-সুবিধা নাছিল, সেইষাৰ কথা আজি বিশ্বাস কৰিবলৈ টান লাগে। এইখন দেশত পূৰ্ব্বে যোগাযোগৰ বস্তু আছিল হয় নাও নাইবা হাতীৰ বা ম'হৰ পিঠি। আৰু এতিয়া? যোগাযোগ ব্যৱস্থা কেনে ধৰণৰে দ্ৰুত গতিত অগ্ৰসৰ হৈছে, সেইষাৰ কথা ভাবিবকে নোৱাৰি। এইখিনিতে গায় উইণ্টৰ কথা এফাকি উদ্ধৃত কৰিব খুজিছোঁ। "In less than half a century, the country was transformed from an anarchist pirate land into a neat territory with perfect security and with roads and health services among the best in any Asiatic country."

কেনেকৈ পৃথিৱীৰ নানা অঞ্চলৰ পৰা, বিশেষকৈ ইউৰোপৰ পৰা নানা জাতিপুঞ্জৰ মানুহে সমবেত হৈ বিৰাট আমেৰিকান জাতি গঢ় উঠিছে, সেই বিষয়ে "সাগৰ দেখিছা" বোলা ভ্ৰমণ-কাহিনীখনত লেখিছোঁ। এই জাতিটোৰ ভাষা একে; স্বয়ং সম্পূৰ্ণ ঐতিহ্য এটাও গঢ়ি তুলিবলৈ তেওঁলোকে যত্ন কৰিছে। সেইদৰে আনুগত্যও একেখন দেশৰ প্ৰতি। ভাষা আৰু ঐতিহ্যৰ পিনৰ পৰা একে নহলেও মালয়ছিয়াত বসবাস কৰা বাবে চহৰীয়া মানুহৰ মাজত জাতীয় ঐতিহ্যৰ বাট যে মুকলি নোহোৱাকৈ আছে, সেইষাৰ কথাও শুদ্ধ নহয়। মালয়ছিয়াৰ জন-খণ্ডৰ মাজত যি স্বভাৱগত পাৰ্থক্য বিদ্যমান, সেই পাৰ্থক্য মষিমুৰ হবলৈ অৱশ্যে এতিয়াও বহুত বাকী। আমেৰিকাত সম্ভৱপৰ হোৱাৰ দৰে সুসংগঠিত এক জন-সমষ্টিলৈ মালয়ছিয়াৰ জন-বিভাগ ৰূপান্তৰিত হোৱাটো এতিয়াও সম্ভৱপৰ হোৱা নাই। সেইবুলি ইয়াৰ বাবে পৰিৱেশৰ যে সৃষ্টি নোহোৱাকৈ আছে, সেইষাৰ কথাও নহয়। তথাপি লগতে এইষাৰ কথাও কব লাগিব যে মালয় মালছিয়াত এতিয়াও মালয় হৈয়েই আছে, চীনা চীনা হৈ আছে। ভাৰতীয় ভাৰতীয় হৈ আছে। "মালয়বাসী" শব্দটো এতিয়াও ৰাজনৈতিক অভিধানৰ বস্তু হৈ আছে—ইয়াৰ অৰ্থই সামাজিক জীৱন আগুৰিবলৈ এতিয়াও বাকী। চীনা বা ভাৰতীয়, যিয়েই নহওক লাগিলে, ৰাজনৈতিক পৰ্য্যায়ভূক্ত "মালয়বাসী" শব্দটোৱে এনে এজন ব্যক্তিক বুজাই যি মালয়ছিয়াক চিৰস্থায়ী ভাবে নিজৰ দেশ বুলি গ্ৰহণ কৰিছে। আনহাতে এইষাৰ কথাও কব লাগিব, বিভিন্ন জন-গোষ্ঠীৰ সংস্কৃতি, ঐতিহ্য আৰু জীৱন-পদ্ধতিৰ পাৰ্থক্যই এই দেশখনক বৈচিত্ৰ দিয়াৰ উপৰিও ৰং আৰু ৰূপ দিছে।

সংখ্যাৰ পিনৰ পৰা মালয়ছিয়াৰ প্ৰায় অৰ্দ্ধেক হৈছে খিলঞ্জীয়া মালয় মানুহ। সংখ্যাৰ পিনৰ পৰা নগণ্য যদিও মালয়ছিয়াৰ আদিম অধিবাসীসকলকো এই মানৱপুঞ্জৰ ভিতৰত অন্তৰ্ভুক্ত কৰিব পাৰি। সংখ্যাৰ পিনৰ পৰা খিলঞ্জীয়া মানুহৰ পিছতেই হৈছে চীন দেশীয় মানুহ। এওঁলোকৰ সংখ্যাৰ হাড় হৈছে দেশৰ জন-সংখ্যাৰ শতকৰা আঠত্ৰিশ ভাগ। খিলঞ্জীয়া মানুহ হৈছে শতকৰা উনপঞ্চাশ ভাগ। ভাৰতীয় মানুহৰ সংখ্যা হৈছে শতকৰা বাৰজন। এই সংখ্যাৰ ভিতৰত পাকিস্থানী মানুহো ধৰা হৈছে। মালয়ছিয়াৰ মুঠ জনসংখ্যা হৈছে প্ৰায় ছয় নিযুত। মালয়ছিয়াৰ উন্নত অঞ্চলসমূহৰ জন-বসতি ঘন। এনেবোৰ অঞ্চলৰ প্ৰতি বৰ্গ-মাইলে জন-বসতিৰ হেঁচা চাৰিশতকৈ

কম নহয়। মালয়ছিয়াৰ জন্মৰ হাড় অধিক, মৃত্যুৰ হাড় কম—এইখিনিতে মালয়ছিয়াৰ অৱস্হা ভাৰতৰ সৈতে মিলে। এতিয়াও মালয়ছিয়াত জনসংখ্যা বৃদ্ধি সমস্যা হোৱা নাই। ইয়াৰ মাটিকালি অনুপাতে জনসংখ্যা বৃদ্ধি হোৱা নাই। জনসংখ্যা বৃদ্ধি সমস্যা নোহোৱাৰ এইটোৱেই ঘাই কাৰণ। এইখিনিতে এষাৰ কথা কব লাগিব; বৰ্তমানৰ জনসংখ্যা বৃদ্ধিৰ নিৰিখলৈ চাই ই যে এদিন সমস্যাৰ ৰূপ নোলোৱাকৈ থাকিব, সেইষাৰ কথা কব নোৱাৰি।

ওপৰত মালয়ছিয়াৰ উন্নত অঞ্চলসমূহৰ কথা কোৱা হৈছে। কোনবোৰ এই অঞ্চল? এই অঞ্চলসমূহৰ সমুদ্ৰতীৰ আৰু পৰ্বতৰ দাঁতিকাষৰীয়া ঠাইত থূপ খাই আছে। এইবোৰ অঞ্চলত জনবসতি ঘন হোৱাৰ কাৰণ কি? এনেবোৰ অঞ্চলত খাদ্যবস্তুৰ উৎপাদন সহজ, সেই কাৰণেই। এনে উৎপাদন-সহজ অঞ্চলসমূহ দেশৰ পছিম দিশত আৰু কম পৰিমাণে হলেও পূব দিশত অৱস্হিত। খেতিৰ বাবে এইবোৰ অঞ্চলত সাৰুৱা মাটিৰ অভাৱ নাই। খনিজ পদাৰ্থ আৰু উদ্যোগ-বিস্তাৰৰ পিনৰ পৰাও এইবোৰ অঞ্চল সমৃদ্ধিশালী, সেই কাৰণেই এনেবোৰ অঞ্চলত দেশৰ সৰুৱেই হওক বা ডাঙৰেই হওক চহৰসমূহ গঢ়ি উঠিছে। এই চহৰবোৰ সংযোগ কৰাৰ উদ্দেশ্যেৰেই দেশৰ ইমূৰৰ পৰা সিমূৰলৈকে নানা তৰহৰ বস্তুৰ ৰপ্তানিৰ কাৰণে পেনাং, সিঙ্গাপুৰ, ছুয়েটেনহাম্ ইত্যাদি সমুদ্ৰ-বন্দৰৰ সৈতে সংযোগ-স্হাপন গঢ়ি উঠিছে। ........এনেদৰে দেশখনৰ নানা অঞ্চলত ব্যৱসায়-বাণিজ্য গঢ়ি উঠিছে; ইয়াৰ জৰীয়তে ন ন অঞ্চল উন্নত হবলৈ ধৰিছে। এইবোৰ উন্নত অঞ্চললৈ গাঁও-অঞ্চলৰ পৰা ক্ৰমে ক্ৰমে মানুহ আহিবলৈ লৈছে। এইটো হৈছে শিল্প-উদ্যোগ বিস্তাৰৰ লক্ষণ। অৰ্থনৈতিক জীৱনধাৰা যেতিয়া উদ্যোগমুখী হয়, অৰ্থাৎ চহৰমুখী হয়, তেতিয়াই জন-স্ৰোত চহৰৰ ফাললৈ প্ৰবাহিত হবলৈ লয়। এইটো অৱস্হা বৰ্তমান আমাৰ ক্ষেত্ৰতো হৈছে। এই বিষয়ে তাহানি "ইলাষ্ট্ৰেটেড্ উকলী" বোলা আলোচনীখনৰ প্ৰবন্ধ এটাত উল্লেখ কৰিছিলোঁ।

আজিৰ মালয়ছিয়াৰ আদিম অধিবাসীসকল চাৰি হেজাৰ মান বছৰৰ পূৰ্বে চীন দেশৰ উনান প্ৰদেশৰ পৰা দক্ষিণ-পূব এছিয়াৰ এই অঞ্চলসমূহলৈ আহিছিল বুলি অনুমান কৰা হয়। ইয়াৰে কেইটামান জনস্ৰোত মালয় দ্বীপ অতিক্ৰম কৰি সুমাত্ৰা, যাভা, ফিলিপিনছ, এনেবোৰ অঞ্চল পৰিমিত বিয়পি পৰিছিল বুলিও অনুমান কৰা হয়। সমগ্ৰ মালয়ছিয়াত আদিম অধিবাসী-সকলৰ সংখ্যা চল্লিশ পঞ্চাশ হেজাৰতকৈ অধিক নহয়। সংখ্যাৰ পিনৰ পৰা তাকৰীয়া হলেও মানৱ-বুৰঞ্জীৰ আদিমতম প্ৰমাণ স্বৰূপে এওঁলোকৰ মূল্য কম নহয়। হেজাৰ বছৰ ধৰি বাহিৰৰ প্ৰভাৱে এই আদিম অধিবাসীসকলৰ জীৱন স্পৰ্শ কৰিব পৰা নাই। সকলোৱে জানে, ১৮৯১ চনত যাভাৰ মধ্য অঞ্চলত প্ৰাচীন মানুহৰ এটা খোলা আৱিষ্কৃত হৈছিল। নৃতত্ত্ববিদ পণ্ডিতসকলে এই খোলাটোৰ পৰাই আদিমতম মানুহৰ বিষয়ে প্ৰয়োজনীয় কিছুমান তথ্যবস্তু উদ্ঘাটন কৰিছে। এই খোলাটোত অৰ্দ্ধেক বান্দৰ আৰু অৰ্দ্ধেক মানুহৰ পৰিচয় পৰিস্কাৰ হৈ আছে। নৃতত্ত্ববিধ পণ্ডিতসকলৰ মতে এৱে

হৈছে আদিমতম মানুহৰ স্বৰূপ। ইয়াৰ পৰাই এই গ্ৰীষ্ম-প্ৰধান দক্ষিণ-পূৱ অঞ্চলত যে পোনতে বান্দৰৰ পৰা মানুহৰ ক্ৰমবৃদ্ধি হৈছিল, সেই বিষয়ে অনুমান কৰিব পাৰি। মালয় আদিম জাতিসমূহ ইতিহাসৰ এই ক্ৰমবৰ্দ্ধমান প্ৰৱাহৰ স্মৃতি-চিহ্ন

হেজাৰ হেজাৰ বছৰৰ আগৰ কথা। এই মালয় উপদ্বীপেদি বগুৰা বাই এছিয়াৰ বহল ভূ-খণ্ডৰ জনস্ৰোত যে দাঁতিকাষৰীয়া সমুদ্ৰৰ বুকুত অৱস্থিত নানান দ্বীপপুঞ্জলৈ এসময়ত প্ৰৱাহিত হৈছিল, সেইষাৰ কথা ওপৰত উল্লেখ কৰা হৈছে। পোনতে এই অঞ্চললৈ আহে অষ্ট্ৰ'-এছিয়াটিক্ গোষ্ঠীৰ মানুহ। এইসকলৰ পিছত আহে নিগ্ৰইভ্ গোষ্ঠীৰ মানুহ। এই দ্বিতীয় গোষ্ঠীৰ মানুহ এতিয়াও মালয় অঞ্চলত আছে বুলি পণ্ডিতসকলে অনুমান কৰে। মালয়ছিয়াৰ আদিম অধিবাসীসকলৰ মাজত আৰু এবিধ মানুহ আছে। এই-বিধ মানুহ অষ্ট্ৰ'-এছিয়াটিকো নহয় নাইবা নিগ্ৰো-ৰক্ত প্ৰৱাহবো নহয়। এই-খিনিতে এটা মন কৰিবলগীয়া কথা হৈছে ইণ্ডোনেছিয়াৰ আদিম অধিবাসী-সকলৰ সৈতে ভালেখিনি সামঞ্জস্য আছে যদিও এই সকলৰ গাৰ গঠনত মঙ্গোলীয় প্ৰভাৱ সুস্পষ্ট। এনেবোৰ মানুহক "জাকুন্" বোলা হয়। বৈবাহিক আদান প্ৰদানৰ জৰীয়তে আন আদিম অধিবাসীসকলৰ লগত ৰক্তৰ মিশ্ৰন হবলৈ নিদিয়াকৈ এওঁলোকে নিজকে সংৰক্ষণ কৰি আহিছে। মালয়ছিয়াৰ তিনিটা আদিম মানৱ-গোষ্ঠীৰ ভিতৰত জাকুনসকল এটা লেখতলবলগীয়া সম্প্ৰদায়। এনে মানুহৰ আন এটা খণ্ডক সেনয় বোলে। এওঁলোকে পৰ্বতত চাংঘৰ সাজি বাস কৰে। বহুতখিনি এওঁলোক আমাৰ পৰ্বতীয়া জন-জাতিৰ দৰেই। এওঁ-লোকৰ খেতি "জুম" পদ্ধতিৰ। যিডৰা মাটিত হাবি কাটি খেতি কৰা হয়, সেই ডোখৰ মাটিক লাভাং বোলা হয়।

ওপৰত উল্লেখ কৰা যিসকল মানুহ মালয় উপদ্বীপত বৈ গৈছিল, সেই সকল পোনতে সমুদ্ৰ পাৰত নাইবা নৈৰ পাৰত বসতি কৰিছিল। ইয়াৰে কিছু-মানৰ মালয় অঞ্চলৰ আদিমতম অধিবাসীসকলৰ সৈতে বিয়াবাৰুৰ সম্বন্ধও নোহোৱাকৈ নাছিল। এতিয়াও জনজাতীয় এইসকল বাইজ মালয় অঞ্চলৰ হাবিতলীয়া ঠাইত বাস কৰে। সেই কাৰণেই এইসকলক বাহিৰৰ বতাহে স্পৰ্শ কৰিব পৰা নাই বুলি কৈছোঁ। কোনো কোনো নৃতত্ত্ববিদ পণ্ডিতৰ মতে ইয়াৰে একাংশ আদিতে ইণ্ডোনেছিয়াৰ পৰা অহা মানুহ। এই মানৱ-স্ৰোত কেতিয়া প্ৰবাহিত হৈছিল? সম্ভৱতঃ মধ্যযুগৰ কোনোবা এটা কালত। পোনতে আহি এইসকলে উপদ্বীপটোৰ দক্ষিণ আৰু দক্ষিণ-পছিম অঞ্চলত থাকিবলৈ লৈছিল বুলি বহুতে অনুমান কৰে। উপদ্বীপৰ চীনা মানুহ, ভাৰতীয় মানুহ, শ্যাম মানুহ, আৰব মানুহ ইত্যাদিৰ সৈতে এইসকলে ক্ৰমাৎ মুক্ত ভাৱে বিয়াবাৰু সম্বন্ধত আবদ্ধ হোৱাৰ প্ৰমাণ আছে।

সাধাৰণতে মালয় মানুহৰ মুৰ, বহল, চুলি ক'লা, গাৰ ৰং জলফাই বৰণীয়া। দক্ষিণ-পূৱ এছিয়াৰ আনবোৰ মাইকী মানুহে পিন্ধাৰ দৰে মালয়ৰ তিৰোতায়ো সাৰং পিন্ধে। এই বিধ এবিধ চুটি মেখেলা। গাত একোটা ব্লাউছ

পিন্ধে। এনে ধৰণৰ ব্লাউছক “কেবেয়া” বোলে। মালয়ছিয়াৰ কোনো কোনো অঞ্চলত সম্পূৰ্ণৰূপে অনাবৃত স্তন-দেশৰ মাইকী মানুহো আছে, নিকা, নিপোটল স্তন-দেশ। এনে ধৰণৰ মোৰ হাতত ছবি আছে। এওঁলোকে মুকলি স্তন-দেশৰ সমৰ্থনত এটা যুক্তি আগবঢ়ায়। যুক্তিটো হৈছে এনে ধৰণৰ ঃ নাৰী-দেহৰ কোনোবা অংশ যদি আবৃত কৰিব লাগে, তেন্তে পিছত আৰ্বি-ভাব হোৱা স্তন-দেশৰ দৰে বস্তু নহয়। আধুনিক জগতত খলক লগোৱা “টপলেছ্” বোলা ফেছনটো সম্ভৱ এনে ধৰণৰ ধাৰণাৰ এক নতুন সংস্কৰণ। মালয়ছিয়াৰ কোনো কোনো মানুহে সচৰাচৰ সকং বোলা এবিধ টুপি পিন্ধে। দেখিবলৈ আমাৰ কিছুমান পিন্ধা ফেজ টুপিৰ লেখীয়াই নহয়। ......... আদিম মালয়বাসী সমাজৰ শতকৰা উন্নানৱৈজন গাঁৱত থাকে, শতকৰা এঘাৰ-জনহে চহৰ-অঞ্চলত থাকে। সিঙ্গাপুৰতো মালয় মানুহ আছে, সংখ্যা কম। মুঠ জনসংখ্যাৰ শতকৰা বাৰজন। প্ৰায়েই এই সকলো সিঙ্গাপুৰৰ গাঁও-অঞ্চলত থাকে।......

মালয় জনজাতীয় সমাজৰ লোকগীত আৰু লোক-নৃত্য উপভোগ কৰিবলগীয়া বস্তু। এওঁলোকৰ প্ৰায়বোৰ বাদ্যযন্ত্ৰ বাঁহৰ। ঢোলৰ ব্যৱহাৰো অৱশ্যে আছে। যেই কোনো দেশৰ বিষয়ে চহৰৰ অভিজ্ঞতাই যথেষ্ট নহয়। পৃথিৱীৰ প্ৰায়বোৰ চহৰ একেটা সাঁচতে গঢ়া। সেইদৰে পৃথিৱীৰ প্ৰায়বোৰ চহৰৰ নৈশ-ক্লাবো একে। নৈশ-ক্লাব বোলা বস্তুটো সংস্কৃতিৰ জীয়া চানেকী নহয়। এইবোৰত মূৰ্তিমন্ত হয় মাথোন মদ আৰু যৌন-অত্যাচাৰ, গা-বেচা গাভৰুৰ কৃত্ৰিম সন্মোহন। জাতিৰ জীৱনত এনেবোৰ বস্তুৰ মূল্য কিমান? .....এদিন কোৱালা লামপুৰ চহৰৰ এখন বিৰাট অত্যাধুনিক দোকানত সোমাইছিলোঁ। দোকানখন নিউয়ৰ্কৰ চহৰৰ যেই কোনো প্ৰথম শ্ৰেণীৰ ডিপাৰ্টমেণ্টেল ষ্টোৰৰ সৈতে ৰিজাব পাৰি। প্ৰত্যেকটো কাউণ্টাৰত বস্তু বেচা মানুহবোৰ হৈছে গাভৰু ছোৱালী, দূৰৰ পৰা দেখিলে এজাক পখিলা যেন লাগে। কিবা এটা বস্তু লওঁতে ইয়াৰে এজনীয়ে মৃদু ভাবে কাণে কাণে কলে ঃ “আপুনি বিদেশী মানুহ? সন্ধ্যাৰ বাবে লগ লাগে যদি কব। আছে। আমাৰ দেশৰ ছোৱালীহঁতৰ সংস্পৰ্শলৈ আহিছে নে? কেনে লাগিছে বাৰু?” এয়ে হৈছে অত্যাধুনিক চহৰৰ সভ্যতা। পৃথিৱীৰ প্ৰায়বোৰ আধুনিক চহৰৰ ই লক্ষণ, আচৰিত হব লগা একো নাই। গাঁৱৰ সংস্কৃতিৰ ৰিজনিত এনেবোৰ চহৰীয়া সংস্কৃতি স্বৰ্গলোক, মৰ্ত্ত্যলোক যেন।

দক্ষিণ-পূব এছিয়াৰ আনবোৰ মানুহৰ দৰেই মালয়সকল হাঁহি মুখৰ ৰঙিয়াল মানুহ। এওঁলোকৰ মুখত প্ৰায়েই এটা শব্দ শুনিছোঁ; শব্দটো হৈছে টিদা'পা। বৰ্মা ভাষাত এনে ধৰণৰ অৰ্থবাচক শব্দটো হৈছে “নিংচেভো”। জাপানী ভাষাত হৈছে “মানানা”। এই কেউটা শব্দৰ অৰ্থ হৈছে “কোনো কথা নাই।” সঁচা কথা এওঁলোকক কোনো কথাই বিচলিত কৰিব নোৱাৰে। এই দিনৰ পৰা আমাৰ গীতা শাস্ত্ৰত উল্লিখিত “স্থিতঃ প্ৰজ্ঞ” পুৰুষৰ লক্ষণ এওঁ-লোকৰ গাত বিদ্যমান। একোজন ব্যক্তিৰ ব্যৱহাৰৰ পৰা যেনেকৈ, তেনেকৈয়ে

জাতি একোটাৰ ব্যৱহাৰৰ পৰাও সেই জাতিটোৰ মনস্তত্ত্বৰ বিষয়ে বহুতখিনি সম্ভেদ পাব পাৰি।

মালয় মানুহবোৰ ৰঙিয়াল কাৰণেই নাইবা তেওঁলোকে হেলাৰঙে কথা লব পাৰে কাৰণেই সম্ভৱতঃ ইউৰোপীয় মানুহে সাধাৰণতে এওঁলোকক সেমেকা, অকৰ্মণ্য মানুহ বুলি মন্তব্য কৰা শুনা যায়। তাহানি ডেকা কালত প্ৰকৃতি অনুসাৰে জন গাল্ঠাৰৰ কিতাপত একোটা সৰু আখ্যানৰ জৰীয়তে বেলেগ বেলেগ দেশৰ মানুহৰ বিষয়ে কৰা চৰিত্ৰ-বিশ্লেষণ পঢ়া মনত আছে। জাৰ্মান, ইংৰাজ, ফৰাছী আৰু ভাৰতীয়। ৰৰ্বাট মেকী বোলা লেখক এজনৰ কিতাপত একে ধৰণৰে কৰা আন কেইখনমান দেশৰ চৰিত্ৰ-বিশ্লেষণ পঢ়া মনত আছে। এই কিতাপখন পঢ়া আজি সৰহ দিন হোৱা নাই। মেকীয়ে লেখিছে ঃ কেনেবাকৈ কৰবাত এজন চীনা মানুহ যদি ওলায়, ততাতৈয়াকৈ তেওঁ কিবা এটা ব্যৱসায়ত হাত দিব। দুজন যদি ওলায়, ইজনে সিজনৰ সৈতে বাণিজ্য-ক্ষেত্ৰত সক্ৰিয় ভাবে প্ৰতিদ্বন্দ্বিতাত উপনীত হব। আৰু তিনিজন যদি ওলায়, তিনিও গোট খাই অভিসন্ধিমূলক কৰা এটা গোপন প্ৰতিষ্ঠান secret society খুলিব। এয়ে হৈছে চীনা মানুহৰ লক্ষণ। কৰবাত কেনেবাকৈ এজন ইংৰাজ যদি ওলায়, চ'ডা আৰু হুইস্কীত তেওঁ গা এৰি দিব। দুজন যদি ওলায়, তেওঁলোকে হাতত ৰেকেট লৈ টেনিছ খেলিবলৈ যাব। আৰু তিনিজন যদি ওলায়, আনক লগাই মেলি কেনেকৈ বিভেদৰ গুটি সিঁচিব পাৰি, তাৰ কাৰণে যত্নবান হব। এয়ে হৈছে ইংৰাজৰ লক্ষণ। মেকীৰ খোজতে খোজ মিলাই এতিয়া মালয় মানুহৰ কথালৈ আহোঁ। কৰবাত কেনেবাকৈ এজন মালয় মানুহ যদি ওলায়, তেওঁ কোন জোপা গছৰ ছাঁত কেনেকৈ জিৰাব পাৰি, তাৰ যোগাৰ কৰি লব। দুজন যদি ওলায়, একেলগে দুয়োজন গছৰ ছাঁত বহি মেল মাৰিব। এইদৰে মেল মাৰি থাকোঁতে তৃতীয় এজনক যদি বাটেদি যোৱা দেখে, দুয়োজনে তেতিয়া বহা ঠাইৰ পৰাই মন্তব্য কৰিব ঃ "ইযাক বাৰু এইদৰে ৰ'দে ৰ'দে ঘূৰি-ফুৰিবলৈ কিহে পাইছে?" ......ওপৰৰ আৰ্হিত অসমীয়া মানুহৰ চৰিত্ৰ বিশ্লেষণ কৰিব নোৱাৰিনে? মই কিন্তু পাৰো। নকৰোঁ।......

পছিমীয়া শ্বেতাঙ্গ মানুহে মালয় মানুহক এলেহুৱা, অপদাৰ্থ মানুহ বুলি ভাবে। এইষাৰ একো আচৰিত হব লগা কথা নহয়। আমাৰ বিষয়েও এওঁলোকে একালত এনেকৈয়ে ভাবিছিল। মই দেখাত মালয় মানুহৰ বিষয়ে পছিমীয়া মানুহৰ মন্তব্যফাকি অকণো শুদ্ধ নহয়। মালয় মানুহ কৰ্মক্ষম, সচেতন। এওঁলোকৰ মনবোৰ অতি সূক্ষ্ম।

মালয়লৈ সুমাত্ৰাৰ পৰা পোনতে ইছলাম ধৰ্ম আহে বুলি কোনো কোনোৱে অনুমান কৰে। সুমাত্ৰালৈ আনে ভাৰতীয় সাউদসকলে। আন কোনোৱে ত্ৰয়োদশ শতিকাত আৰৱ ব্যৱসায়ীসকলৰ জৰীয়তে মালয়লৈ ইছলাম ধৰ্ম আহে বুলি অনুমান কৰে। ই বিহকে নহওক লাগিলে, বিদেশৰ পৰা

অহা ইছলামধৰ্মী বেপাৰী আৰু ধৰ্ম্ম-প্ৰচাৰকৰ জৰীয়তে ইছলাম ধৰ্ম্ম মালয়ত পোখা মেলে। পোনতে দেশৰ ৰাজন্যবৰ্গই এই ধৰ্ম্ম গ্ৰহণ কৰে। ৰজা-ঘৰৰ ধৰ্ম্মই প্ৰজা-ঘৰৰো ধৰ্ম্ম। ক্ৰমাৎ এনেকৈয়ে ৰজা-ঘৰীয়া প্ৰচেষ্টাৰ জৰীয়তে ইছলাম ধৰ্ম্ম বাইজৰ মাজত বিয়পি পৰে। সপ্তদশ শতিকাত ইছলাম ধৰ্ম্ম সমগ্ৰ মালয় ধৰ্ম্মলৈ ৰূপান্তৰিত হয়। ৰজা-ঘৰৰ প্ৰচেষ্টাৰ জৰীয়তে ইছলাম ধৰ্ম্মৰ ব্যাপক প্ৰচাৰ হ'ল, সেইবুলি সৰল, সহজ মালয়-বাসীয়ে সাতামপুৰুষীয়া উৎসৱ আদি জানো বিসৰ্জন দিলে ? এওঁলোকৰ দাৱনীয়ে ধান দিওঁতে কেনেকৈ একোখন সৰু কাঁচি ব্যৱহাৰ কৰে, সেই বিষয়ে আন ঠাইত কৈ আহিছোঁ। এওঁলোকৰ ধাৰণা, প্ৰত্যেক জোপা ধান গছেই একোটা জীৱন্ত আত্মা। এই বিশ্বাস গভীৰ গাঁওবোৰত এতিয়াও প্ৰৱৰ্ত্তমান। এইখিনিতে আৰু এটা উদাহৰণ দিব খুজিছোঁ, মালয় গাঁওবোৰত এতিয়াও বেজালি, যাদুমন্ত্ৰৰ প্ৰাদুৰ্ভাৱ একেদৰেই আছে। ইছলাম ধৰ্ম্মৰ বিস্তাৰে আজিও এনেবোৰ জনবিশ্বাস ধ্বংস কৰিব পৰা নাই। মালয় ভাষাত বেজক "পাৱাং" বোলে। আমাৰ বেজৰ কোনো কোনো মন্ত্ৰত থকাৰ দৰে এওঁলোকৰ মন্ত্ৰতো সংস্কৃত আৰু আৰবী, দুয়োটা ভাষাৰ শব্দ আছে।

ইছলাম ধৰ্ম্মৰ বিস্তাৰে একেশ্বৰবাদৰ বিশ্বাস টনকিয়াল কৰি তুলিলে। যাভাত একালত হিন্দু ৰাজ্য প্ৰতিষ্ঠাৰ জৰীয়তে হিন্দু সংস্কৃতিয়ে বিস্তাৰ লাভ কৰিছিল, হিন্দু সংস্কৃতিৰ পোহৰ দাঁতিকাষৰীয়া অঞ্চলসমূহতো পৰিছিল। ইছলাম ধৰ্ম্মৰ দ্বাৰায় প্ৰচাৰিত একেশ্বৰবাদৰ বিশ্বাস গভীৰ হৈ অহাৰ লগে লগে হিন্দু সংস্কৃতি আৰু দৰ্শনৰ প্ৰভাৱ হীনপ্ৰভ হৈ আহিবলৈ ধৰিলে; ই স্বাভাৱিক কথা। এনেকৈয়ে বুৰঞ্জীৰ এটা মাইলৰ খুটি দক্ষিণ প্ৰাচ্যৰ এক অঞ্চল বিশেষত উঘাল খাই পৰিল। প্ৰকৃতিয়ে কেতিয়াও শূন্যতাক অনুমোদন নজনায়। এটা খুটা উঘাল খাই পৰিল। তাৰ পৰিৱৰ্ত্তে আন এটা মাইলৰ খুটি আৱিৰ্ভাৱ হ'ল। দেৱনাগৰী আখৰৰ পৰিৱৰ্ত্তে আৰবী আখৰ ব্যৱহাৰ হবলৈ ধৰিলে। সেইদৰে আৰবী শব্দই ঠাই ললে সংস্কৃত শব্দৰ। মানৱ ইতিহাসত দেখা যায়, ইতিহাসৰ চকৰি এনেদৰেই ঘূৰে। আৰ্নল্ড টয়নবীৰ দ্বাৰা প্ৰচলিত "cyclic change" তথ্য সম্ভৱতঃ ইয়াৰেই নামান্তৰ মাথোন।

দেশত সংস্কৃত সাহিত্যৰ জৰীয়তে প্ৰচাৰিত কিছুমান জন-কাহিনী আৰু উপকথাৰ প্ৰচলন হৈছিল। সঁচা কথা, এই কাহিনী আৰু উপকথাসমূহ বিশুদ্ধ হৈ নাছিল। তথাপি মালয় জীৱন আৰু পৰিৱেশৰ ৰহন বহন কৰি লৈ এইবোৰে নতুন ৰূপত আত্ম-প্ৰকাশ নকৰাকৈ নাছিল। এনেবোৰ বিষয়-বস্তুৱে মালয়ৰ প্ৰাচীন নাটক আৰু সাহিত্য সমৃদ্ধিশালী কৰিছিল। ইছলামৰ প্ৰাদুৰ্ভাৱ বঢ়াৰ লগে লগে এইবোৰ যে সম্পূৰ্ণৰূপে লোপ পাইছিল, সেইষাৰ কথা নহয়। প্ৰচলিত বস্তুধাৰাৰ পৰিৱৰ্ত্তন সাধন কৰি ইছলামীয় ৰূপহে প্ৰদান কৰা হৈছিল। আমাৰ তাজমহলৰ দৰে ইয়ো এটা সাৰ্থক সমন্বয় প্ৰচেষ্টাহে।

মালয়ছিয়াত ন পূৰণি মৰ্জজিদৰ প্ৰাদুৰ্ভাব যদিও অধিক, বহল ভাবে কবলৈ গ'লে, দেশত ইছলামৰ অনুশাসনৰ কাৰণে কলা-সাধনাৰ ক্ষেত্ৰত, ঘাইকৈ ভাস্কৰ্য্য আৰু স্থাপত্যকলাৰ অৱনতি ঘটিছিল। ভাৰতৰ ক্ষেত্ৰত কিন্তু এইটো হোৱা নাছিল, আমাৰ দেশত ইছলামীয় যুগত স্থাপত্যকলাৰ বিশেষ-ভাবে উৎকৰ্ষ সাধন হয়। ইয়াৰ বাস্তৱ কাৰণ অৱশ্যে নোহোৱা নহয়। পূৰ্ব-ইছলামীয় যুগটোত ভাৰতত এনে ধৰণৰে কলা-সংস্কৃতিৰ এক ঐতিহ্য গঢ়ি উঠিছিল যে পৰৱৰ্ত্তী ইছলামীয়া শাসন কালত এই ঐতিহ্যৰ দায়িত্ব বহন কৰিবলৈ নতুন শাসকবৰ্গ বাধ্য হৈছিল।...... মালয় ভাস্কৰ্য্য আৰু স্থাপত্য-কলাৰ ক্ষেত্ৰত নিঃকিন বুলিলেও সৰহ কোৱা নহয়। ইছলামৰ সাংস্কৃতিক অনুশাসনৰ প্ৰভাৱ নপৰাৰ কাৰণেই মালয়ছিয়াৰ দাঁতিকাষৰীয়া বালি দ্বীপত সম্ভৱতঃ এতিয়াও ভাৰতীয় হিন্দু সংস্কৃতিৰ প্ৰভাৱ অম্লান হৈ আছে। নৃত্য-গীত, স্থাপত্যকলা ইত্যাদিৰ পিনৰ পৰা বালি দ্বীপৰ বৰঙণি অতু-লনীয়। বিশেষ পৰিৱেশ আৰু পৰিস্থিতিত একোটা ধৰ্ম্ম-আদৰ্শই যিমানেই পৰিপক্কতা লাভ কৰে, সিমানেই ই উদাৰ হবলৈ বাধ্য। উদাৰতা পৰিপক্কতাৰ পৰিচায়ক। ইছলাম ধৰ্ম্মই ভাৰতত পৰিপক্কতা লাভ কৰিছিল, সেই কাৰণেই মুছলীম যুগৰ ভাৰতীয় সংস্কৃতি এনেদৰে সমৃদ্ধশালী। এই পৰিপক্কতাৰ কাৰণেই বিভিন্নতাৰ সৃষ্টি নকৰি মুছলীম সংস্কৃতিয়ে ভাৰতীয় সংস্কৃতিক এক নতুন ৰূপ-ৰং-সম্বলিত বৈচিত্ৰ্য প্ৰদান কৰিছিল।

এই সংঘাতৰ পৰিণতি স্বৰূপে মালয়ত যে হিন্দু সংস্কৃতিৰ প্ৰভাৱ সম্পূৰ্ণৰূপে লোপ পাইছিল, এইষাৰ কথা নহয়। ইছলাম ধৰ্ম্ম গ্ৰহণ কৰিছে' যদিও এতিয়াও ইয়াৰ নৃপতিসকলে ৰাজকাৰ্য্যত কিছুমান হিন্দু ৰীতি-পদ্ধতিক মৰ্য্যাদা নিদিয়াকৈ থকা নাই। এতিয়াও ইয়াৰ প্ৰমাণ সিংহাসন উৎসৱত প্ৰকট হৈ আছে। ইয়াৰ উপৰিও, মঞ্চ ব্যৱস্থাত, ঘাইকৈ ছাঁয়া-অভি-নয়ৰ ক্ষেত্ৰত, এওঁলোকে এতিয়াও ভাৰতীয় নাট্য নীতি-বিধিৰ নিৰ্দ্দেশ কিছু-মান স্বীকাৰ কৰি লোৱা দেখা যায়। ইয়াৰ উপৰিও, অজানিত ভাৱে হলেও, মালয় বিবাহ-উৎসৱত এতিয়াও কিছুমান হিন্দু ৰীতিবিধিৰ প্ৰয়োগ দেখা যায়। পছিমীয়া সমাজ-আদৰ্শৰ বিৰ্জনিত মুছলীম সমাজত নাৰীৰ স্থান যদিও বন্ধন প্ৰসূত, তথাপি কব লাগিব, মালয়ৰ নাৰী সমাজ মুক্ত। বন্ধন-বিহীন। অৰ্থনৈতিক নিৰাপত্তাহীনতাই নাৰীক পৰমুখাপেক্ষী কৰে। অৰ্থনৈতিক স্বাৱলম্বিতাই মালয়ৰ নাৰীক স্বতন্ত্ৰতা দিছে। যি সমাজত অৰ্থনৈতিক নিৰাপত্তাৰ কাৰণে নাৰী পুৰুষৰ ওপৰত নিৰ্ভৰশীলা হব লগা হয়, তেনে সমাজত নাৰীৰ স্থান নিম্নগামী হোৱাটো স্বাভাবিক। ঘৰ-সংসাৰৰ যাৱতীয় বন-বাৰী কৰাৰ উপৰিও ওপৰঞ্চি কাম কৰি মালয়ৰ নাৰীয়ে পৰিয়ালৰ অৰ্থ-নৈতিক স্বচ্ছলতাৰ প্ৰতি বৰঙণি যোগায়। ইজৰাইল ভ্ৰমণ কালত সেই দেশৰ ইহুদী আৰু মুছলীম নাৰীৰ মাজত পাৰ্থক্য দেখি আহিছোঁ। ইহুদী নাৰী মুকলিমুৰীয়া, তেওঁলোকৰ আচৰণত পছিমীয়া নাৰীৰ প্ৰভাৱ সুস্পষ্ট। এই একেখন দেশৰে মুছলীম নাৰী এতিয়াও ওৰণিৰে আবৃতা। আনহাতে মুছ-

লীম বাষ্ট্র ইৰাণত দেখি আহিছোঁ নাৰী আধুনিকতাৰ বাজ আলিয়েদি তীব্ৰ গতিত আগবাঢ়িছে।......

কোৱালা লামপুৰ চহৰত এজন বন্ধুক সুধিছিলোঁ ঃ "মালয়ত সবাতোকৈ পুৰণি ব্যবসায় কি ?" তেওঁ তত্তালিকে উত্তৰ দিছিল ঃ "মাছ ধৰা।" মাছ ধৰা কামত মালয়ৰ নাৰীৰ বৰঙণি কম নহয়। মালয়ত নাৰীয়ে পথাৰত ভুঁই ৰোৱে, আলিৰ দাঁতিত দোকানো দিয়ে। এদিন এনে এখন দোকানৰ পৰা এপেকেট চিগাৰেট কিনিছিলোঁ। অসমীয়াত আমাৰ এফাকি কথা আছে ঃ "মহন্তৰ চিন মাহনিত।" ইয়াৰ লগত এফাকি বাক্য যোগ দি মই এনে কৰিছোঁ।

"মহন্তৰ চিন মাহনিত,
ছোৱালীৰ চিন চাৰনিত।"

কেনে হৈছে বাৰু ? মোৰ মৃত্যুৰ পিছত এইষাৰ কথা ডাকৰ বচন বুলি চলি নগলেই ৰক্ষা।...... খেতিৰ বাবে পথাৰ উপযোগী কৰা পদ্ধতি সম্ভৱতঃ মালয়সকলে পোনতে শ্যামদেশীয় বাইজৰ পৰা গ্ৰহণ কৰা। আমাৰ অসমৰ পথাৰৰ সৈতে ইয়াৰ পথাৰৰ ভালেখিনি সামঞ্জস্য লক্ষ্য কৰি আহিছোঁ। আমাৰ অসমৰ পথাৰৰ দৰেই এইবোৰ পথাৰত ধান-খেতি কৰা হয়। ......মালয়-নাৰীয়ে বৰ ধুনীয়াকৈ কাপোৰ বৰ জানে। কেৱল মালয়তে নহয়, সমগ্ৰ দক্ষিণ-পূৱ এছিয়াৰে হাতে বোৱা তাঁতশিল্প জনপ্ৰিয় সম্পদ। এই অঞ্চলসমূহত দুয়োবিধ তাঁতশাল দেখি আহিছোঁ, এবিধ আমাৰ জনজাতীয় সমাজত প্ৰচলিত ককালত বান্ধি বোৱা তাঁত আৰু আনবিধ আমাৰ জেতুকীহঁতে বোৱা তাঁত। আৰু স্পষ্ট কৰা উদ্দেশ্যৰে কওঁ, সেই যে "বহোঁ তাঁতশালত, চকু আলিবাটত," তেনে ধৰণৰ তাঁত। ককালত বান্ধি বোৱা তাঁতশালৰ পৰা কেৰাহিকৈ নাইবা পোনে পোনে চাব পাৰি, জেতুকীহঁতৰ তাঁতশালৰ পৰা যেনেকৈ চাওঁ বোলে, তেনেকৈয়ে চাব পাৰি। এয়ে হৈছে পাৰ্থক্য।

সোণ, ৰূপ, তাম আদি ধাতুৰ বাছকবনীয়া পাত্ৰ আদি তৈয়াৰ কৰা কামত মালয়সকল পাকৈত। এনে কিছুমান বস্তু পৰীক্ষা কৰি চোৱাৰ সৌভাগ্য আমাৰ ঘটিছিল। এইবোৰ ইছলাম পূৰ্বৰ হিন্দু আৰ্হিৰ বস্তু। এইবোৰ শিল্প বস্তুত হিন্দুৰ পদুম ফুলৰ আৰ্হিৰ জনপ্ৰিয়তা প্ৰকট। ভাৰতীয় মুছলীম শিল্পকলাত য'তেই পদুম ফুলৰ আৰ্হিয়ে ভুমুকি মাৰিছে, ত'তেই পৰিস্ফুট হৈছে হিন্দু আৰু মুছলীম শিল্পকলাৰ সমন্বয়-প্ৰচেষ্টাৰ বুৰঞ্জী। এই বিষয়ে "আৱাৰ হেৰিটেজ্" বোলা কিতাপখনত প্ৰফেছাৰ হুমায়ুন কবীৰে বৰ সুন্দৰকৈ লেখিছে—এইখন এখন অতি জনপ্ৰিয় কিতাপ। মালয়সকলৰ নিজস্ব এবিধ দা আছে, দুয়োফালে কাটে। মালয় ভাষাত এনে ধৰণৰ দাক "কেৰৰী" বোলে। এনে দাৰ নালবোৰ বিতোপনকৈ বনকৰা। পোনতে মালয়লৈ ৰেছমী কাপোৰ চীন দেশৰ পৰা নহয়, ভাৰতৰ পৰাহে আহে। এসময়ত ঢাকাৰ (এতিয়া অৱশ্যে পূব পাকিস্থানত) "ছাঁতে শুকুৱা, মঠিতে লুকুৱা" ৰেছমী কাপোৰৰ কথা কোনে নেজানে ? এইবোৰৰ বিষয়ে গান্ধীজীয়ে জানো দঢ়াই

কোৱা নাছিল? অৱশেষত বেছমী কাপোৰ মালয়ব জাতীয় সম্পদলৈ ৰূপান্ত-ৰিত হয়। সোণোৱালী, ৰূপোৱালী গুণাবে বনকৰা কাপোব বোৱা কাৰ্য্যত মালয়ৰ শিপিনীসকল বৰ পাকৈত। আমাব ৰহিম ককাব বোৱাৰীয়েকহঁতে বোৱা কাপোবতকৈ এই মালয় মহিলা সকলে বোবা কাপোৰ কোনো গুণে নিম্ন থাপব নহয়। বৰঞ্চ কোনো কোনো ক্ষেত্ৰত উন্নতহে।

ওপৰত কৈ অহাব দৰে বেলেগ বেলেগ বৰ্ণ-গোষ্ঠীৰ মানুহ দেশখনত আছে যদিও প্ৰায় কমবেচি পৰিমাণে সকলোৱে মালয় ভাষা জানে আৰু কবও পাৰে। ভাষাতত্ত্বব পণ্ডিত অ'ট জেছপাবছনব মতে মাইকী মানুহে হেনো যেই কোনো বিদেশী ভাষা অতি সহজে শিকিব পাৰে। নাৰীব ৰিজনিত পুৰুষব ভাষা আহৰণ শক্তি সিমান প্ৰখৰ নহয়। কোৱালা লামপুৰ চহৰত এজনী অত্যানুধিকা ভাবতীয় ছোবালী লগ পাইছিলোঁ। আমাক পাই তাইৰ বৰ উলাহ, মালয় ভাষা তাই পানী নসৰাকৈ কব পাৰে। তাইৰ পৰাই জানিলোঁ, মালয়ছিয়াত চীনা আৰু ভাবতীয়, সকলো মানুহেই মালয় ভাষা কব পাবে। কেৱল মালয় ভাষাৰেই নহয়, মালয়ছিয়াত ইংবাজী ভাষাৰো প্ৰচলন বিস্তৃত। ইয়াৰ মানুহে ইংৰাজী ভাষা ইংবাজে কোৱাৰ দবে কয়, আমেৰিকানে কোবাৰ দৰে নহয়। টাইলেণ্ডত ইয়াব বিপৰীত যেন লাগিল। টাইলেণ্ডত আমেৰিকান প্ৰভাৱ চকুত লগা বিধব। ......ভাষাবিদ সকলৰ মতে সংস্কৃত ভাষাৰ সংস্পৰ্শলৈ আহি বহুদূৰ মালয় ভাষা চহকী হৈছে। পাৰ্চীয়ান আৰু আৰবী ভাষাৰ শব্দও মালয় ভাষাত যথেষ্ট পৰিমাণে আছে। ভাষা এটাৰ আন এটা ভাষাৰ ওপৰত প্ৰভাৱ প্ৰধানকৈ দুই ধৰণৰে হব পাৰে— এক হৈছে ব্যাকৰণৰ প্ৰভাৱ, আনটো হৈছে শব্দৰ প্ৰভাৱ। পাৰ্চীয়ান, আৰবী ইত্যাদি ভাষাৰ শব্দ মালয় ভাষাত থকাৰ দৰে নানান ইউৰোপীয় ভাষাব, যাইকৈ ইংৰাজী, পর্তুগীজ, ওলন্দাজ ইত্যাদি ভাষাৰ শব্দও ভালেমান আছে। অসমীয়া ভাষাব বিষয়েও এইষাৰ কথা কব পাৰি।

আগতে কৈ আহিছোঁ, আমেৰিকাৰ জন-সমাজ যেনেকৈ নানা বৰ্ণ-গোষ্ঠীৰ সমষ্টি, তেনেকৈ মালয়ছিয়া আৰু কিছুদূৰ সিঙ্গাপুৰো ভালেমান বৰ্ণ-গোষ্ঠীৰ সমষ্টি। আন ঠাইত কৈ অহা বৰ্ণ-গোষ্ঠীসমূহৰ উপৰিও পৃথিৱীৰ নানা অঞ্চলৰ পৰা অহা মানৱ-গোষ্ঠীৰ সমষ্টিয়েই হৈছে বৰ্তমানৰ মালয়ছিয়া ৰাষ্ট্ৰ। এইসকলৰ ভিতৰত চীনদেশীয় আৰু ভাৰতীয় মানুহৰ উপৰিও আন উল্লেখযোগ্য বৰ্ণ-গোষ্ঠী হৈছে পাকিস্হানী, সিংহলী, ইউ-ৰোপীয়, ইউৰেছিয়ান ইত্যাদি। মালয়ছিয়াত বসবাস কৰা ভাৰতীয় মানুহৰ ভিতৰত তামিল আৰু মালয়লী মানুহেই প্ৰধান। সেইদৰে চীনদেশীয় মানুহৰ ভিতৰত কেণ্টন অঞ্চলৰ চীনা মানুহেই অধিক। আমাৰ কলিকতা চহৰত এনেবোৰ চীনাই প্ৰধান। এই কাৰণেই সম্ভৱতঃ কলিকতাৰ চীনা-বসতিৰ অঞ্চলটোক কোনো কোনোৱে "কলিকতাৰ কেণ্টন" বোলে। এই চীনা-সকলে বঙালী ভাষা বৰ বঢ়িয়াকৈ জানে। এই বিষয়ে এটা মনোৰম কাহিনী আছে। এবাৰ মাইকেল মধুসূদন দত্ত ইয়াৰে চীনা দোকান এখনলৈ জোতা

কিনিবলৈ গৈছিল। চীনা বিক্ৰেতাৰজনে মাইকেল মধুসূদন দত্তক চিনি নেপায়। জোতা যোৰ পিন্ধাই ফিট্ কৰে নে নকৰে চাওঁতে চীনা বিক্ৰেতাৰজনে "মেঘনাথ বধ" কাব্যৰ পংক্তি এটা মুখস্ত মাতি আছিল। বেচেৰাই জনা নাছিল কাক "মেঘনাথ বধ" কাব্য শুনাইছিল। ......নানা জাতিপুঞ্জৰ সমাবেশে সংস্কৃতি, শিল্পকলা, ধ্যান-ধাৰণা আদিৰ পাৰ্থক্য সম্ভৱপৰ কৰি তোলাৰ উপৰিও মালয়ছিয়াৰক অপৰিসীম বৈচিত্ৰ্যৰ ৰঙৰে মহীয়ান কৰি তুলিছে।'

লাওছৰ প্লেইন্ অব্ জাৰছত আৱিস্কৃত হোৱাৰ দৰেই বৰ্ণিঅ', ঘাভা, সুমাত্ৰা ইত্যাদি অঞ্চলতো প্ৰাচীন চীনদেশীয় কিছু পাত্ৰ আৱিষ্কৃত হৈছে। এইবোৰৰ পৰাই চীনাসকল খ্ৰীষ্টৰ জন্মৰ পূৰ্বেই যে এইবোৰ দেশলৈ বসবাস কৰাৰ উদ্দেশ্যৰে আহিছিল, সেইষাৰ কথা অনুমান কৰিব পাৰি। পঞ্চদশ শতিকাত মালাক্কা অঞ্চলত চীনাসকলৰ বসতিৰ কথা বুৰঞ্জীয়ে কয়। সপ্তদশ শতিকাতহে এইবোৰ অঞ্চললৈ ইংলণ্ড, হ'লেণ্ড, পৰ্তুগাল, ভাৰতবৰ্ষ ইত্যাদি দেশৰ মানুহ আহে। দক্ষিণ-পূব এছিয়া ঊনবিংশ শতিকাত চীন দেশৰ পৰা অহা ন ন জনস্ৰোতেৰে উপচি পৰিছিল। ইয়াৰ কাৰণ কি বুজা টান। কোনো কোনোৱে কয়, সেই সময়ত চীন দেশত দুৰ্ভিক্ষই দেখা দিছিল। গতিকে পৰিত্ৰাণ বিচাৰি মানুহ এইবোৰ অঞ্চললৈ আহিছিল।

এইষাৰ কথা সঁচা, খিলঞ্জীয়া মালয় মানুহৰ সৈতে চীনা মানুহৰ একাংশ বিবাহ-বন্ধনত সোমাই দেশজ মানুহৰ মাজত জাহ গৈছে। চীন দেশৰ পৰা পোনতে পুৰুষ মানুহ আহিছিল, মাইকী মানুহ অহা নাছিল। ১৯২০ চনতহে মাইকী মানুহ চীন দেশৰ পৰা আহিবলৈ লয়। ১৯৪৭ চনৰ পিয়লৰ মতে মালয়ছিয়াৰ চীনা মানুহৰ অৰ্দ্ধেক হৈছে এইখন দেশতে ওপজা। ইয়াৰ জনসংখ্যাৰ প্ৰায় চল্লিশজনেই হৈছে চীনা মানুহ। সিঙ্গাপুৰত হৈছে শতকৰা আশীজন চীনা মানুহ। আগতে মালয়ৰ টিনপুঙত কাম কৰা সৰহভাগ মানুহেই আছিল চীনা। এতিয়াও বনুৱা শ্ৰেণীৰ সৰহ ভাগেই যদিও চীনা মানুহ, টিন পুঙৰ পুঁজিৰ শতকৰা চল্লিশ ভাগহে চীনা মানুহৰ হাতত। বাকী ভাগৰ সৰহভাগেই ব্ৰিটিশ ব্যৱসায়ীৰ হাতত। মালয়ছিয়া আৰু সিঙ্গাপুৰৰ আন কিছুমান উদ্যোগ প্ৰতিষ্ঠান সম্পূৰ্ণৰূপে অৱশ্যে চীনা মানুহৰ আদুতীয়া বস্তু। এইবোৰ হৈছে তেল-কল, চাবোন কাৰখানা, বিস্কুট ফেক্টৰী ইত্যাদ। ইয়াৰ উপৰিও চীনা মানুহৰ হাতত বেঙ্ক, ইঞ্চিয়ৰেন্স, জাহাজ কোম্পানী, এনেবোৰ উদ্যোগ প্ৰতিষ্ঠানো আছে। আগতে কৈ অহাৰ দৰে আমি যেনেকৈ ইংৰাজসকলক "দোকানীৰ জাতি" বুলি কওঁ, তেনেকৈ মালয়সকলেও চীনাসকলক ক'লে বৰ বেছি ভুল কৰা নহব। চীনাসকল পৃথিৱী বিখ্যাত লণ্ড্ৰী অৰ্থাৎ ধোৱাৰ কামৰ কাৰণে। এহেজাৰ বছৰৰ পূৰ্বে ড্ৰাইক্লিনিং পদ্ধতি চীনাসকলৰ দ্বাৰা আৱিস্কৃত হৈছিল। আজি এই পদ্ধতিৰ জনপ্ৰিয়তা বিশ্বজোৰা।

আগতে কৈ অহাৰ দৰে ইয়াৰে কিছু সংখ্যক বিয়াবাৰুৰ জৰিয়তে খিলঞ্জীয়া মানুহৰ সৈতে জাহ যোৱাৰ বাহিৰে, আজি বহু বছৰ ধৰি এই

অঞ্চলত আছে যদিও চীনাসকলে নিজস্ব সংস্কৃতি, ভাষা আৰু ঐতিহ্য লেশ-মানো বিকৃত হবলৈ নিদিয়াকৈ সংৰক্ষণ কৰিছে। জাতি হিচাপে চীনাসকল অত্যন্ত আত্মকেন্দ্ৰী। নিজৰ বাহিৰে আনৰ বিষয়ে জানিবলৈ এওঁলোক প্ৰস্তুত নহয়। মালয়ছিয়া আৰু ছিঙ্গাপুৰত বাস কৰা বহু চীনাই ইংৰাজী কয়, মালয় ভাষাও কয়। অৱশ্যে উপৰুৱাকৈহে। নিজৰ ভিতৰত চীনা ভাষাৰ স্হান অপৰিৱৰ্ত্তনীয় হৈ আছে। এইটো একো দোষণীয় কথা নহয়, দোষণীয় হৈছে ভাষা সম্পৰ্কীয় গোড়ামি। চীনা ভাষা একোটা ভাষা নহয়। ই বহু খণ্ড-ভাষাত বিভক্ত। তথাপি মালয়ছিয়াৰ চীনা স্কুলবোৰত একোটা চীনা ভাষাহে শিকোৱা হয়। ইজৰাইলত হিব্ৰু ভাষাৰ দৰে ইয়াত মেন্‌ডেৰাণ চীনা ভাষাহে শিকোৱা হয়। তেওঁলোক সমগ্ৰ চীনা সমাজৰ বাবে সুসংগঠিত এটা চীনা ভাষাৰ পক্ষপাতী।

চীনা সমাজত "মুই ছাই" বোলা এটা পদ্ধতি আছে। এই পদ্ধতিটো সামন্ত যুগৰ বস্তু। এই পদ্ধতি অনুসাৰে আনৰ ঘৰত ছোৱালী দেটী কৰি বেচা হয়। এই পদ্ধতিটোৰ উল্লেখ পাৰ্লবাকৰ "গুড্ আৰ্থ" বোলা উপন্যাস-খনত বাঢ়িয়াকৈ আছে। এনে পদ্ধতিৰ জৰীয়তে যেনে ধৰণৰ যৌন-ব্যাভিচাৰ হোৱাটো সম্ভৱ, তেনে ধৰণৰ যৌন-ব্যভিচাৰ যে নোহোৱাকৈ আছিল, সেইষাৰ কথা নহয়। একালত চীনসকলৰ এই পদ্ধতিটো মজ্জাগত বস্তু স্বৰূপে পৰিগণিত হৈছিল। ইয়াৰ প্ৰচলন কেৱল চীন দেশৰ চাৰিসীমাৰ মাজতে আৱদ্ধ নাছিল। যলৈকে তেওঁলোক গৈছিল, পদ্ধতিও লগে লগে গৈছিল। মালয়ছিয়াত বাস কৰা চীনাসকলৰ মাজতো "মুই ছাই" পদ্ধতিৰ প্ৰচলন আছিল। প্ৰথমখন মহাসমৰৰ আগে আগেহে ৰাষ্ট্ৰৰ দ্বাৰাই আইন প্ৰণয়ন কৰি এই দুৰাচাৰী পদ্ধতিটোক নিঃশেষ কৰা হৈছে। চীনাসকলৰ আৰু দুটা অবাঞ্ছনীয় অভ্যাস হৈছে জুৱা খেল আৰু কানি সেবন। চীনা মানুহতকৈ জুৱা খেলত পাৰদৰ্শী মানুহ কমেই আছে। কানি সেৱন আৰু জুৱা খেল, দুয়োটা সমজাতীয় বস্তু। কানি সেবনৰ কাৰণে অৰ্থৰ প্ৰয়োজন। জুৱা খেলৰ জৰীয়তে অৰ্থৰ অভাৱ দূৰ কৰা হয়। এই পিনৰ পৰা ইটো অভ্যাস সিটো অভ্যাসৰ সৈতে সাঙোৰ খাই আছে। এইবোৰ বাদ দি চীনাসকলৰ কিছুমান যে প্ৰশংসনীয় গুণ নাই, সেইটোও নহয়। মালয়লৈ এই চীনাসকলে লগত লৈ আহিছিল মঞ্চাভিনয় ব্যৱস্হা, অ'পেৰা, ৰে-আং ইত্যাদি। এই শেষৰ বস্তুটো হৈছে ভ্ৰাম্যমান অভিনয়-মঞ্চ।

মালয়ছিয়াত খ্ৰীষ্টান ধৰ্ম্মৰ প্ৰাদুৰ্ভাৱ সীমাবদ্ধ। য'তেই ধৰ্ম্ম সম্বন্ধীয় সামাজিক অবিচাৰ নাই, ত'তেই খ্ৰীষ্টান ধৰ্ম্মই গা কৰিব পৰা নাই। মালয়ছিয়াৰ সমূহ জন-সাধাৰণৰ শতকৰা তিনিজনহে খ্ৰীষ্টান। ইয়াৰ চীনা সমাজৰ কোনোৱে নিজকে তাওপন্থী, কোনোৱে কনফিউছিয়াছপন্থী ইত্যাদি ধৰণৰে চিনাকি দিয়ে। ই যিহকে নহওক লাগিলে, কনফিউছিয়ছাৰ শিক্ষা চীনা জীৱন পদ্ধতিৰ যে মাই অনুপ্ৰেৰণা, সেই বিষয়ে সন্দেহ নাই। পূৰ্ব্ব পুৰুষ-উপাসনা এনে চিন্তাধাৰাৰ কেন্দ্ৰস্হ অনুপ্ৰেৰণা। চীনা সকল ধৰ্ম্মৰ

ক্ষেত্ৰত অত্যন্ত সহনশীল মানুহ। ধৰ্ম্ম-বিশ্বাসক কেন্দ্ৰ কৰি সংগঠিত হোৱা সংঘাত অধঃপতিত সমাজৰ লক্ষণ। নিজৰ মাজতো চীনাসকলৰ কোনো বৰ্ণ-বিচাৰ নাই।

চীনা সমাজ আৰু সভ্যতা পৰিয়াল কেন্দ্ৰী। বয়সস্থজনৰ প্ৰতি সন্মান, পাৰস্পৰিক সহযোগ হৈছে চীনা সমাজ-ব্যৱস্থাৰ মূল ভেটি। পিতৃ-মাতৃৰ প্ৰতি সন্তানৰ কৰ্তব্য-জ্ঞান অভূতপূৰ্ব। পছিমীয়া সমাজৰ সৈতে বিজালে এই দায়িত্ব বোধৰ গভীৰতাৰ কথা স্পষ্ট হৈ পৰিব। পৰিয়াল একোটাৰ সামাজিক মৰ্য্যাদা অনুসাৰে পিতৃ-মাতৃৰ মৃত্যুত সৎকাৰ কাৰ্য্যাদি সমাপন কৰা হয়। মালয়ছিয়াৰ চীনাসকলৰ মাজত এনেবোৰ বিধি-ব্যৱস্থা এতিয়াও টৰ্নাকমাল হৈ আছে। সেইবুলি এইষাৰ কথাও কব লাগিব, মালয়ছিয়াৰ এবাংশ চীনাৰ ওপৰত পছিমীয়া চিন্তাৰ প্ৰভাৱ নপৰাকৈ থকা নাই। সেই-সকলৰ মাজত পুৰণি নীতি-নিয়মৰ কিছুদূৰ সোলোক-ঢোলক হৈছে। এনে পৰিবৰ্ত্তন ভাৰতীয় হিন্দু সমাজতো জানো পৰিলক্ষিত নোহোৱাকৈ আছে? আমাৰ দৰেই চীনা সমাজত শুভ্ৰ হৈছে শোকৰ প্ৰতীক। বৰ্তমান পছিমীয়া আহিৰ্ত্ত বগাৰ পৰিবৰ্ত্তে ক'লাৰ প্ৰাদুৰ্ভাৱ বঢ়া যেন অনুমান হয়। ক'লা ব্যৱহাৰ কৰিলেও প্ৰাচীন ৰীতিৰ স্মৃতি-চিহ্ন স্বৰূপে এওঁলোকে ক'লাৰ ওপৰত অকমান হলেও বগা কাপোৰ আঁৰি নোলোৱাকৈ নেথাকে। সংস্কৃতিৰ পাৰস্পৰিক প্ৰভাৱ-বিস্তাৰ এনেদৰেই সংগঠিত হয়।

মৃতকৰ সন্মানাৰ্থে চীনা সমাজত আৰু এটা কাম কৰা হয়। মৃতকৰ নিত্য প্ৰয়োজনীয় বস্তু-সম্ভাৰৰ কাগজৰ কিছুমান প্ৰতীক সজা হয়। ঘৰ, বন্দী, বেটী ইত্যাদি। ইয়াৰ উপৰিও, মৃতকৰ সন্মানাৰ্থে আচল কাপোৰ আৰু আহাৰ উচ্ছৰ্গা কৰা হয়। মৃতকৰ সৈতে কাপোৰ কবৰত পোতা হয়, আহাৰ মন্দিৰৰ বেদীত উচ্ছৰ্গা কৰা হয়। কাগজৰ প্ৰতীকবোৰত অগ্নি-সংযোগ কৰা হয় অৱশেষত। বেণ্ড পাৰ্টীয়ে শৱ-যাত্ৰাত সঙ্গীতৰ যোগান ধৰে। ওলায়েই বাটত মৰাশ দেখিলে হেনো ভাল—কোৱালা লামপুৰ চহৰৰ এঠাইত দেখি-ছিলোঁ। জীৱনত মোৰ কিটো ভাল হৈছে আজিলৈকে গম ধৰিব পৰা নাই। এওঁলোকৰ শৱযাত্ৰাত সঙ্গীত অপৰিহাৰ্য্য বস্তু। ভূত প্ৰেতে সঙ্গীতৰ যাদু সহ্য কৰিব নোৱাৰে বুলি চীনাসকলৰ এটা সহজাত বিশ্বাস আছে।...... গাতত শটো পুতিবৰ সময়ত পুৰোহিতে মৃতাত্মাৰ শোক-বিহ্বল আত্মীয়-স্বজনৰ গাৰ ফাললৈ বগা কুকুৰা চৰাই এটা দলিয়াই দিয়ে। এই ৰীতিটোৰ এটা প্ৰতীকধৰ্ম্মী অৰ্থ আছে। প্ৰতীকটোৰ অৰ্থ হৈছে, পৰিয়ালত পুৰুষ-গোষ্ঠী বৃদ্ধি পাওক। পুৰুষ-গোষ্ঠীৰ অৰ্থাৎ পুত্ৰ সন্তানৰ বিশেষ প্ৰয়োজন। মৃতাত্মাক নহলে স্মৰণ কৰিব কোনে? আমাৰ পৰ্বতীয়া জাতি এটাৰ মাজত এই একেটা উদ্দেশ্যকে সাৰ্থক কৰাৰ মানসেৰে মৃতাত্মাৰ সন্মানাৰ্থে প্ৰতীক-ধৰ্ম্মী নৃত্যৰ আয়োজন কৰা হয়।

চীনা সকলৰ ঘাই সামাজিক উৎসৱটোক নতুন বছৰৰ উৎসৱ বোলা হয়। তিনি সপ্তাহ জুৰি উৎসৱটো অনুষ্ঠিত হয়। এওঁলোকৰ আমাৰ দীপাৱলীৰ

লেখীয়া বিশেষ এটা উৎসৱ আছে। সেইদিনা নিশা চীনা ল'ৰা-ছোৱালী-হ'তে হাতে হাতে কাগজৰ নানা ৰঙৰ বন্তি লৈ আলিয়ে আলিয়ে ঘূৰি ফুৰে। কোনোটো বন্তি মাছটোৰ লেখীয়া, কোনোটো চৰাই, কোনোটো পখিলা এজনীৰ লেখীয়া। ইত্যাদি। ইয়াৰ উপৰিও, শৰৎ উৎসৱ বোলা এটা উৎসাৱ, সপ্তকন্যা নামক আন এটা উৎসৱ—এনে ধৰণৰ উল্লেখযোগ্য কেইবাটাও উৎসৱ আছে। চীনা গাভৰুহ'তে ভাল দৰা পোৱাৰ উদ্দেশ্যে সপ্তকন্যা উৎসাৱ পালন কৰে। উদ্দেশ্যৰ পিনৰ পৰা কিছুদূৰ আমাৰ শিৱ পূজাৰ সৈতে ই মিলে। ৰবি-ঠাকুৰৰ কবিতা এটাত আছে।

"কুসুম তুলি লয়ে প্ৰভাতে শিবালয়ে
প্ৰবাসী তনয়াৰ কুশল মাগ'।"

আজি কমিউনিষ্ট চীনত বৌদ্ধ ধৰ্ম্ম আৰু তাও ধৰ্ম্মক কুসংস্কাৰজাত বুলি প্ৰত্যাখ্যান কৰিবলৈ আহ্বান জনোৱা হৈছে। সেইদৰে পূৰ্ব্ব পুৰুষ উপাসনা ৰীতি আৰু কৰ্ফিউছিয়াছৰ মতবাদক হেয় প্ৰতিপন্ন কৰা হৈছে। এইফালৰ পৰা চাবলৈ গলে মালয়ছিয়া আৰু সিঙ্গাপুৰৰ চীনাসকল এতিয়াও সংস্কাৰবন্ধ হৈ আছে। পৰিবৰ্ত্তনৰ ইয়াত যদি কিবা প্ৰভাৱ পৰিছে, তেন্তে সেয়া হৈছে পছিমৰ সাংস্কৃতিক প্ৰভাৱ।

ম'লয়ছিয়াত যিমান বিদেশী প্ৰভাৱ পৰাৰ প্ৰমাণ আছে, তাৰ ভিতৰত ভাৰতীয় সংস্কৃতিগত প্ৰভাৱ প্ৰাচীনতম। বাণিজ্যৰ উদ্দেশ্যে পোনতে ভাৰ-তীয় সদাগৰসকল এইখন দেশলৈ আহিছিল। ইয়াৰে সৰহ ভাগ নিজ দেশলৈ আৰু প্ৰত্যাৱৰ্ত্তন নকৰিলে। ইয়াতে বৈ গ'ল। ভাৰতীয় দৰ্শন, সংস্কৃতি আৰু জীৱনধাৰাৰ প্ৰভাৱ এইসকলৰ জৰীয়তে এইখন দেশতই পৰে। খৃষ্টাব্দ প্ৰথম শতিকাত ভাৰতীয় ব্যৱসায়-বাণিজ্যই যথেষ্ট প্ৰসাৰতা লাভ কৰিছিল। এই ব্যৱসায়-বাণিজ্য মধ্য প্ৰাচ্যৰ পৰা আৰম্ভ কৰি দক্ষিণ-পূৱ এছিয়া পৰ্য্যন্ত ব্যাপ্ত হৈ পৰিছিল। এনেকৈয়ে ব্যৱসায়-বাণিজ্যৰ বিস্তৃতিৰ যোগেদি ভাৰ-তীয় সংস্কৃতি, দৰ্শন আৰু ধৰ্ম্ম দক্ষিণ-পূৱ এছিয়াৰ অঞ্চলসমূহত ব্যাপ্ত হৈ পৰিছিল। সদাগৰসকলৰ লগত শিল্পী-কাৰিকৰ, পুৰোহিত-শিক্ষক, এই সকলো ভাৰতৰ পৰা আহিছিল। এই সকলৰ যোগেদি সংস্কৃত ভাষাৰ বিস্তাৰ হৈছিল। সংস্কৃত ভাষাৰ জৰীয়তে হিন্দু পৌৰাণিক আখ্যান, উপাখ্যান আদিৰ জনপ্ৰিয়তাও বিয়পি পৰিছিল। এনেবোৰ প্ৰভাৱৰ জৰীয়তে ভাৰতীয় সামন্তবাদৰ আহি যে বিস্তাৰ হোৱা নাছিল, সেইযাৰ কথাও নহয়। সামন্ত-তন্ত্ৰৰ সৈতে জনসাধাৰণৰ সম্বন্ধ নিবিড় নাছিল। গতিকে জনসাধাৰণক সামন্ততন্ত্ৰৰ জৰীয়তে অনুমোদিত আদৰ্শই খুব কমেই স্পৰ্শ কৰিছিল।

মালয় অঞ্চললৈ ১৮৭০ চনৰ পৰৱৰ্ত্তী কালছোৱাতহে সাধাৰণ তৰহৰ ভাৰতীয় মানুহ আহিবলৈ লয়। মালয়ছিয়াত এইটো বছৰতেই কফিৰ বাগিছা-বোৰ স্থাপিত হয়। এই বাগিছাবোৰত জীৱিকা নিৰ্বাহ কৰাৰ উদ্দেশ্যে দলে দলে বনুৱা শ্ৰেণীৰ মানুহ ভাৰতৰ পৰা এই অঞ্চললৈ আহিবলৈ ধৰে।

ব্ৰহ্মদেশতো এইটো সময়তে সাধাৰণ শ্ৰেণীৰ ভাৰতীয় মানুহ বিয়পি পৰে। এইখিনিতে সেই সময়ৰ লোক-গীত এটাৰ কথা উল্লেখ কৰিব খুজিছোঁ।

"আহা, হীৰামতী ছোৱালী
বেঙুনলৈ যাও', আহা;
এমুঠি ভাত আৰু শাকৰ আঞ্জা,
সেয়ে হব—আৰু কম কি?"

সেই সময়ত মালয়ছিয়াত বৃটিশৰ শাসন প্ৰৱৰ্ত্তন হৈছিল। দেশলৈ ভালেখিনি নিৰাপত্তা আহিছিল। ইয়ালৈ এই নিৰাপত্তাই বহুতকে আকৰ্ষণ কৰি আনিছিল। ইয়াৰ পিছত ৰবৰ উদ্যোগ বিস্তাৰ হোৱাৰ লগে লগে ভাৰতৰ পৰা অহাৰ দৰে চীন দেশৰ পৰাও ইয়ালৈ দলে দলে মানুহ আহিছিল। ৰবৰ বাগিছাত কাম কৰিবলৈ অহা বনুৱাসকল কিছুদিনৰ কাৰণে চুক্তিবদ্ধ হৈ আহিছিল। চুক্তিৰ ম্যাদ শেষ হোৱাৰ লগে লগে এই সকলৰ কোনো কোনোহে স্বদেশলৈ প্ৰত্যাবৰ্ত্তন কৰিছিল। সৰহভাগেই ৰৈ গৈছিল। যাৰ ঘৰ নাই, তাৰ আকৌ ভাবিব লগা কি আছে?

বনুৱা শ্ৰেণী ভাৰতীয় কিছু সংখ্যক স্বদেশলৈ প্ৰত্যাবৰ্ত্তন কৰিছিল যদিও ব্যৱসায়ী, জাগিৰদাৰ, মাৰোৱাৰী, অফিছৰ কেৰেণী, এনেধৰণৰ ভাৰতীয় মানুহ স্বদেশলৈ প্ৰত্যাৱৰ্ত্তন কৰা নাছিল। বহু ভাৰতীয় মানুহ ব্ৰিটিশৰ আমোলত ইয়াৰ চৰকাৰী বিভাগৰ কামত সোমাইছিল। অৱসৰ পোৱাৰ পিছত এইসকল এইখন দেশতেই থিতাপি লাগিছিল। ইয়াৰ উপৰিও, ইষ্ট ইণ্ডিয়া কোম্পানীৰ অধীনস্থ সৈন্য-বাহিনীৰ কামত মকৰল হৈ বহুতো ধোবা, নাপিত, মুচি, পানীৱালা, দোকানী-পোহাৰী ইত্যাদি ভাৰতৰ পৰা এইখন দেশলৈ আহিছিল। ইষ্ট ইণ্ডিয়া কোম্পানীৰ সৈন্য-বাহিনী নিজ দেশলৈ প্ৰত্যাৱৰ্ত্তন কৰাৰ পিছতো এইসকলৰ সৰহ ভাগেই দোকান-পোহাৰ আদি দি মালয় দেশত নিগাজীকৈ ৰৈ গ'ল। মালয়ছিয়া আৰু সিঙ্গাপুৰত বাস কৰা ভাৰতীয়সকলৰ ভিতৰত শতকৰা সত্তৰজন হিন্দু, বাকীখিনি মুছলীম।

ভাৰতীয় বোলছবি আৰু বাণীবদ্ধ সঙ্গীত মালয়ছিয়া আৰু সিঙ্গাপুৰত বিশেষ ভাবে জনপ্ৰিয়। ইয়াৰ বাহিৰে ভাৰতীয় নাৰীৰ শাৰীখনৰ বাহিৰে ভাৰতীয় সংস্কৃতিৰ প্ৰভাৱ তেনেকৈ পাবলৈ নাই। ভাৰতীয় নৃত্য অৱশ্যে মালয়ছিয়াত যথেষ্ট জনপ্ৰিয়। ......মালয়ছিয়াবাসীৰ অধিক ভাগ ইছলামধৰ্ম্মী যদিও ইছলাম ধৰ্ম্মৰ সৈতে তেনে কোনো সম্বন্ধ নথকা উৎসৱ-পাৰ্ব্বন কিছুমান যে এওঁলোকৰ নাই, সেইষাৰ কথা শুদ্ধ নহয়। ধানখেতিৰ বিষয়ে এওঁলোকৰ এক জন-বিশ্বাস আছে। এই বিশ্বাসক কেন্দ্ৰ কৰি ভালেমান জন-উৎসৱৰ উদ্ভৱ নোহোৱাকৈ থকা নাই। ......মালয়ৰ প্ৰাচীন সংস্কৃতিৰ ক্ষেত্ৰত দুটা বিশিষ্ট সাংস্কৃতিক ধাৰাৰ প্ৰভাৱ সুস্পষ্ট। এটা হৈছে ভাৰতীয় হিন্দু সংস্কৃতি। আনটো হৈছে আৰব জগতৰ ইছলামীয় সংস্কৃতি।

লাওছ, টাইলেণ্ড, কেম্বোডিয়া, এইবোৰ দেশৰ বৌদ্ধ মন্দিৰসমূহ দেখি আমনি লগা নাছিল যদিও মালয়ছিয়াত মজজিদসমূহ যেতিয়া দেখোঁ, পৰিবৰ্ত্তনৰ মাদকতাই মন আচ্ছন্ন নকৰাকৈ নাছিল। মজজিদৰ প্ৰাদুৰ্ভাব মালয়ছিয়াত চকুত লগা বিধৰ। কোৱালা লামপুৰ চহৰত আধুনিক ধৰণৰে নিৰ্মিত মজজিদটোতকৈ বিতোপন মজজিদ পৃথিৱীৰ কৰবাত আছে যদিও নেজানোঁ। কেম্বোডিয়াৰ আংকোৰ বুটত কিবা এই নিৰ্জনাতীত ভাবে মন আকোৱালি লৈছিল। কোৱালা লামপুৰৰ মজজিদে মনৰ দিগন্তত এক তন্ময়-তাৰ সম্মোহন সিঁচিছিল।......

সন্ধিয়া এদিন মালয়ছিয়াৰ ৰাজধানী কোৱালা লামপুৰ চহৰ এৰিলোঁ। আমাৰ হাই কমিছনাৰ কিডৱাই চাহাবে বাটত খাবলৈ তামোলৰ টোপোলা এটা গুজি দি কলেঃ "বৰুৱা, আকৌ আহিব।" ......"আহিম। নিশ্চয় আহিম। দেহাটো নাহিলেও মনটো আহিব।"

"বুঝেছি আমাৰ নিশাৰ স্বপন হয়েছে ভোৰ।
মালা ছিল তাৰ ফুলগুলি গেছে, ৰয়েছে ডোৰ!"

নিশা। বাহিৰত ঘন এন্ধাৰ। মনত পাতলীয়াকৈ এচমকা বেদনা।



মালয়ছিয়াব বাজধানী কোৱালা লামপুৰ চহৰলৈ যোৱাৰ পূৰ্ব্বে কেই-ঘণ্টামানৰ কাৰণে সিঙ্গাপুৰত ৰৈছিলোঁ। সেইদিনা বৰ বৰষুণ। বৰষুণৰ মাজে মাজে আমাৰ গাড়ীখন চলিছিল। গাড়ীৰ খিড়িকিয়েদি চকা-মকাকৈ চহৰখন দেখিছিলোঁ। ডাবৰৰ ওৰণি আঁৰত বেলিটোৰ মুখ দেখাৰ দৰে। যোৱা মহাসমৰে বিশেষ এক ৰূপ লৈছিল এই সিঙ্গাপুৰ বন্দৰৰ বেষ্টনীৰ মাজত। তাৰ পৰিচয় নিজে দেখি আহিছোঁ। সেই ছবি মনৰ আৰ্চ্চিত এতিয়াও উজ্জ্বল হৈ আছে। অৱশ্যে আজি দ্ৰুতগামী যুগত, সিঙ্গাপুৰ চহৰেই হওক বা দেশখনেই হওক, কোনো থমকি ৰৈ থকা নাই। পৰিবৰ্ত্তনৰ সোঁতত আগবাঢ়ি গৈছে। সিঙ্গাপুৰ আজি স্বাধীন।......

কিছুদিনৰ অন্তত কোৱলা লামপুৰৰ পৰা প্ৰত্যাৱৰ্ত্তন কৰি আমি সিঙ্গাপুৰত আছিলোঁহি। যেতিয়া সিঙ্গাপুৰ বিমান-বন্দৰত উপনীত হওঁ, তেতিয়া নিশা। বিজুলী ৱন্তিৰ পোহৰত চহৰখন জকমকাই আছিল। বৰ ব্যস্ত চহৰ। আলিয়ে আলিয়ে মানুহৰ সমাগম। এইবোৰ দেখি শুনি পৃথিৱীৰ আনবোৰ ব্যৱসায় কেন্দ্ৰী চহৰৰ দৰেই যে সিঙ্গাপুৰো ব্যস্ত, সেই বিষয়ে জানিবলৈ সৰহ সময় নেলাগিল। মানুহৰ ব্যস্ততা দেখি চহৰখনৰ প্ৰাণ-চঞ্চলতাৰ বিষয়ে সন্দেহ পোৱাৰ উপৰিও ব্যৱসায়ী মানুহৰ যি প্ৰকৃতিগত স্বভাৱ, সেই বিষয়েও বুজিলোঁ। ব্যৱসায়ী মানুহৰ সকলো চিন্তা, ধ্যান-ধাৰণা ব্যৱসায়ক কেন্দ্ৰ কৰি প্ৰবাহিত হয়। এই বিষয়ে দাৰ্শনিক বাৰট্ৰাণ্ড ৰাছেলে ধুনীয়াকৈ লেখিছে। ব্যৱসায়ী মানুহে জীৱনৰ এক মুহূৰ্ত্তত নিজেও অৱাবত নকটায় নাইবা আনেও সেইদৰে ব্যয় কৰাটো কামনা নকৰে। ব্যৱসায়ী মানুহে আনকি নিজৰ সতি-সন্ততিয়েও কৰ্ম্মহীন ভাবে সময় অপব্যয় কৰাটো ইচ্ছা নকৰে। এয়ে হৈছে ব্যৱসায়ী মানুহৰ দৰে ব্যৱসায়ী চহৰৰো লক্ষণ। ......এইষাৰ কথা যিমানেই শুদ্ধ বা সত্য নহওক লাগিলে, সকলো-খিনি কথা নিৰ্ভৰ কৰে কোনে ক'ত কেনেকৈ মনোনিৱেশ কৰে, সেইষাৰ কথাৰ ওপৰত। যি নিজৰ মন ব্যৱসায়-বাণিজ্যৰ ক্ষেত্ৰত নিয়োগ কৰিছে, তেওঁৰ মন ব্যৱসায়-বাণিজ্যই আগুৰি থৈছে। একেজন ব্যক্তিয়েই সকলো ধৰণৰ কথাত মনোনিৱেশ কৰিব পৰাটো সহজ কথা নহয়। পৃথিৱীত এনে ধৰণৰ মানুহৰ সংখ্যা তাকৰ। তাকৰ হোৱাৰ কাৰণে সমাজৰ প্ৰতি একো অবিচাৰ হোৱা নাই। ই মঙ্গলজনক কথাহে।

সিঙ্গাপুৰ ৰাষ্ট্ৰ হৈছে এটা সৰু দ্বীপ। অষ্ট্ৰেলিয়া দ্বীপৰ নিচিনা নহয়। তেনেই ই ক্ষুদ্ৰ আয়তনৰ দ্বীপ। ইয়াৰ সৰ্বমুঠ মাটিকালি হৈছে ২২৪·৫ বৰ্গমাইল। এই মাটিকালি কেৱল সিঙ্গাপুৰ দ্বীপটোৰেই নহয়, ইয়াৰ লগত-অন্তৰ্ভুক্ত হৈ আছে ওচৰচুবুৰীয়া দ্বীপ কেইটামানৰ মাটিকালি। ইয়াৰে কেইটামান দ্বীপত তেলৰ পুং আছে। বিদেশী কোম্পানীৰ দ্বাৰায় এই তেলৰ পুঙবোৰ পৰিচালিত। ......সিঙ্গাপুৰ বিষুব ৰেখাৰ পৰা মাথোন নব্বৈ মাইল দূৰৈত অৱস্থিত। এইফালৰ পৰা কেউপিনে সাগৰখন নোহোৱা হ'লে জীৱন ধাৰণ কেনে কষ্টকৰ হ'লহেঁতেন অনুমান কৰা টান। সম্ভৱতঃ পৃথিৱীৰ ভিতৰত ক্ষুদ্ৰতম ৰাষ্ট্ৰ হৈছে ১৯৬৬ চনৰ ৩০ নৱেম্বৰ তাৰিখে নক্কৈ স্বাধীন হোৱা বাৰবেড'ছ দ্বীপটো। ইয়াৰ মাটিকালি মাথোন ১৬৬ বৰ্গ মাইল। ইয়াতকৈ সিঙ্গাপুৰ ৰাষ্ট্ৰ অলপহে ডাঙৰ।

ডেকা কালত এসময়ত গ্ৰীছ দেশত প্ৰৱৰ্ত্তিত নগৰ-ৰাষ্ট্ৰৰ কথা পঢ়িছিলোঁ। বাস্তৱতে নগৰ-ৰাষ্ট্ৰনো কি বস্তু সেই বিষয়ে কল্পনা কৰাৰ বাহিৰে আন একো উপায় নাছিল। স্বচক্ষে সিঙ্গাপুৰ দেখাৰ পিছতহে নগৰ-ৰাষ্ট্ৰ কেনে ধৰণৰ বস্তু, সেই বিষয়ে উপলব্ধি কৰিব পাৰিছোঁ। বৰ্তমান সংঘৰ্ষকামী আন্তৰ্জাতিক পৰিপ্ৰেক্ষিতত নগৰ-ৰাষ্ট্ৰ একোখন প্ৰৱৰ্ত্তি থকাটো কম কথা নহয়। এনে ৰাষ্ট্ৰৰ নিৰাপত্তা ভালেখিনি নিৰ্ভৰ কৰে দেশৰ ৰাইজ আৰু নেতৃবৰ্গৰ দূৰদৃষ্টিৰ ওপৰত। ব্যক্তিগত স্বাৰ্থ জলাঞ্জলি দি সেৱা ব্ৰতত ব্ৰতী হ'ব নোৱাৰিলে ৰাইজৰ কোনেও কেতিয়াও প্ৰকৃত সেৱক বুলি দাবী উত্থাপন কৰাটো উচিত নহয়। এইখিনিতে আমাৰ দেশ আৰু সিঙ্গাপুৰৰ মাজত পাৰ্থক্য। দুৰ্নীতি বোলা বস্তুটো সিঙ্গাপুৰত নাই বুলিলেও অধিক কোৱা নহয়। মন্ত্ৰীৰ পৰা আৰম্ভ কৰি জনসাধাৰণলৈকে সকলোৰে জীৱন দুৰ্নীতিমুক্ত। নিজে দোষমুক্ত নহলে দোষমুক্ত নোহোৱাৰ কাৰণে আনক সমালোচনা কৰি লাভ নাই। সকলোতকৈ পৃথিৱীত সহজ কাম হৈছে আনক সমালোচনা কৰা, সবাতোকৈ টান কাম হৈছে নিজকে সংশোধন কৰা।

প্ৰশাসনীয় ব্যৱস্থাৰ ফালৰ পৰা নহয়, ভৌগোলিক অৱস্থিতি আৰু অৰ্থনৈতিক পৰম্পৰাৰ পিনৰ পৰা সিঙ্গাপুৰ আৰু মালয়ছিয়া, দুয়োখন ৰাষ্ট্ৰৰ সম্বন্ধ ওচৰ। মালয়ছিয়া ফেডাৰেচনৰ ১৯৬৩ চনৰ ছেপ্টেম্বৰ মাহৰ ১৬ তাৰিখে সিঙ্গাপুৰ অন্তৰ্ভুক্ত হৈছিল যদিও এই অন্তৰ্ভুক্তি সৰহ দিন প্ৰৱৰ্ত্তি নেথাকিল। ১৯৬৫ চনৰ আগষ্ট মাহৰ ৯ তাৰিখে দুয়োখন ৰাষ্ট্ৰ আকৌ পূৰ্বৰ অৱস্থালৈ প্ৰত্যাৱৰ্ত্তন কৰে। মালয়ছিয়া আৰু সিঙ্গাপুৰ ৰাষ্ট্ৰৰ মাজত ছয় ফাৰ্লং দীঘল এটা সংযোগ-পথ আছে। এই সংযোগ-পথৰ ওপৰেদি এটা ৰেল-পথ আৰু এটা গাড়ী চলাচলৰ বাবে স্থল-পথ আছে। ইয়াৰ বুকুৰ পৰা সাগৰ আৰু সাগৰৰ বুকুত নাচি থকা নাও আৰু জাহাজৰ চিত্ৰপট উপভোগ কৰিবলগীয়া বস্তু। চুইজাৰলেণ্ডৰ জেনেভা-হ্ৰদৰ ইপাৰ সিপাৰ সংযোগ কৰা দলংখনৰ বুকুৰ পৰা জেনেভা চহৰৰ নিশাৰ শোভা উপভোগ কৰাত যি মাদকতা, এই সংযোগ-পথটোৰ বুকুৰ পৰা সিঙ্গাপুৰৰ চৌদিশৰ

শোভা উপভোগ কৰাটোত সেই একে মাদকতা। ঈশ্বৰৰ কৃপাত এই দুয়োটা অভিজ্ঞতাই মোৰ আছে। এই অভিজ্ঞতা থকাৰ কাৰণেই দুয়োটা বস্তুৰ মাজৰ পাৰ্থক্যখিনিও মন-চক্ষুত ধৰা নপৰাকৈ নাছিল। জেনেভা হ্ৰদৰ দলংখন চুটি। হ্ৰদটোৰ ইপাৰৰ পৰাই সিপাৰ দেখি। সেই কাৰণেই দৃশ্যপটৰ অস্পষ্টতাৰ জৰীয়তে দূৰণিৰ বস্তুৱে যি সন্মোহনৰ সৃষ্টি কৰে, সেই সন্মোহন জেনেভাৰ দলঙত নাই। সিঙ্গাপুৰৰ খনত আছে। দূৰত্বই দৃশ্যপটক ৰহস্যৰ ওৰণি পিন্ধায়। নেদেখিলে এইষাৰ কথা উপলব্ধি কৰিব নোৱাৰি। এই কাৰণেই সম্ভৱতঃ ৰবি ঠাকুৰে কৈছিল।

> "পৰ পাৰে দেখি আঁকা, তৰু ছাঁয়া মসী-মাখা,
> গ্ৰামখানি মেঘে ঢাকা প্ৰভাতবেলা।"

আন এঠাইত সিঙ্গাপুৰ ৰাষ্ট্ৰৰ মাটিকালি ২২৪·৫ বৰ্গ মাইল বুলি কোৱা হৈছে। এতিয়া সিঙ্গাপুৰ চহৰৰ মাটিকালিৰ জোখ দিব খুজিছোঁ। চহৰখনৰ মাটিকালি হৈছে ৩৭·২ বৰ্গ মাইল। ইয়াৰ বন্দৰটো এছিয়াৰ ভিতৰত প্ৰথম আৰু পৃথিৱীৰ ভিতৰত পঞ্চম সৰ্ববৃহৎ বন্দৰ। দক্ষিণ-পূব এছিয়াৰ নিৰাপত্তাৰ পিনৰ পৰা এই বন্দৰটোৰ সামৰিক গুৰুত্ব অদ্বিতীয়। এইষাৰ কথা জাপানী সমৰ-নায়ক সকলে জানিছিল। গতিকে যোৱা মহাসমৰৰ সময়ত এছিয়া-বিজয়ৰ প্ৰথম পদক্ষেপ স্বৰূপে জাপানী সমৰ-নায়কসকলে সিঙ্গাপুৰ বন্দৰৰ ওপৰত দৃষ্টি নিক্ষেপ কৰিছিল। সিঙ্গাপুৰ বন্দৰত এতিয়াও ব্ৰিটিশৰ নৌ-বাহিনীৰ এটা ঘাটি আছে। ব্যৱসায়-বাণিজ্যৰ কেন্দ্ৰ স্বৰূপে এছিয়াত সিঙ্গাপুৰ বন্দৰৰ মৰ্য্যাদা অতুলনীয়।......

প্ৰাচীন গ্ৰীকসকলে মালয়ক "স্বৰ্ণ উপদ্বীপ" বোলাৰ দৰে প্ৰাচীন কালত চীনাসকলে সিঙ্গাপুৰক "তুমাছেক্" অৰ্থাৎ "সমুদ্ৰ চহৰ" বুলিছিল। ভাৰতীয়সকলে ইয়াক "সিংহপুৰ" বুলিছিল। এই "সিংহপুৰ" নামটো ৰূপান্তৰিত হৈ "সিঙ্গাপুৰ" হৈছে। ইয়াত ছশ বছৰৰ পূৰ্বে হিন্দু নৃপতি-সকলৰ ৰাজত্ব আছিল বুলি বুৰঞ্জীয়ে কয়। সিঙ্গাপুৰ আৱিস্কাৰ কৰোঁতা ইংৰাজ বিষয়া চাৰ্ ষ্টেম্‌ফোৰ্ড ৰেফোল্স যেতিয়া সিঙ্গাপুৰত অৱতীৰ্ণ হয়, সেই সময়ত এই সমগ্ৰ অঞ্চল ডোখৰ ঘোৰ অৰণ্য আৰু পিতনিৰে ভৰপূৰ আছিল। সিঙ্গাপুৰ সমতল ভূমি। ইয়াৰ উত্তৰ-পছিম অঞ্চলত এতিয়াও কিছু পিতনি আছে যদিও মানুহৰ কৌশলী হাতৰ পৰশ পাই দ্বীপটো নিকা হৈছে, উন্নত হৈছে। ক্ৰমাৎ হাবি-বন, পিতনিৰ অৱসান ঘটিছে। বৰ্তমান ৰাষ্ট্ৰৰ দ্বাৰা সংৰক্ষিত বন-অঞ্চলৰ বাহিৰে দ্বীপটোত তেনে ধৰণৰে লেখত লবলগীয়া হাবি-বন নাই। একালত সিঙ্গাপুৰৰ অৰণ্যত অসংখ্য বাঘ আছিল। এই বাঘ-বোৰৰ কাৰণেই, বাঘ আৰু সিংহৰ পাৰ্থক্য নুবুজাৰ কাৰণেই কিজানি আমাৰ উপৰি পুৰুষসকলে এই অঞ্চলটোৰ নাম "সিংহপুৰ" দিছিল। সিঙ্গাপুৰত এতিয়া বাঘ নাই, কেৱল টাইগাৰ বাম্ বোলা পাৰ্কত এটা শিলৰ বাঘ আছে, তাৰো আকৌ ঠেং এটা খোৰা। সিঙ্গাপুৰৰ শেষ ব্যঘটো ১৯২৪ চনত গুলী-য়াই মৰা হয়। সিঙ্গাপুৰত সিংহতো কেতিয়াও নাছিলেই, এতিয়া বাঘো নাই।

কোৱালা লামপুৰৰ চিৰিয়াখানাত কেইটামান বৰ ধুনীয়া ঢেকীয়াপতীয়া বাঘ দেখি আহিছোঁ। এই বাঘ কেইটা এই অঞ্চলৰ নহয়, আমাৰ দেশৰহে। বাঘ বস্তুটো হিংস যদিও বৰ মনোৰম জন্তু, চাই থাকিলেও হেপাহ নপলায়। ......সিঙ্গাপুৰ বন্দৰৰ পৰা কিছু দূৰত সাগৰৰ বুকুত অৱস্থিত কেইটামান প্ৰৱাল দ্বীপ আছে, ইণ্ডোনেছিয়াৰ ৰাষ্ট্ৰৰ অন্তৰ্ভুক্ত।

সিঙ্গাপুৰত ব্ৰিটিশ সাম্ৰাজ্যৰ খুটি পোটোতা চাৰ ষ্টেমফোৰ্ড ৰেফোল্স সেই সময়ত যাভাৰ লেফ্টেনাণ্ট গৱৰ্ণৰ আছিল। এইজনা ব্ৰিটিশ বিষয়াই ১৮১৮ চনৰ ফেব্ৰুৱাৰী মাহৰ ৬ তাৰিখে সিঙ্গাপুৰত পোনতে ব্ৰিটিশৰ ইউনিয়ন জেক পতাকা উত্তোলন কৰে। ব্ৰিটিশৰ সাম্ৰাজ্য বিস্তাৰৰ ক্ষেত্ৰত স্থানীয় শাসকবৰ্গৰ সৈতে যি সংঘৰ্ষ হৈছিল, সেই বিষয়ে উল্লেখ কৰি কিতাপৰ আকাৰ বঢ়াব খোজা নাই। এইবোৰ বুৰঞ্জীৰ বস্তু। সিঙ্গাপুৰ বিশ্ববিদ্যালয়ৰ লাইব্ৰেৰীলৈ গলেই হ'ল। বিশ্ববিদ্যালয়টোলৈ গৈছিলোঁ। বিশ্ববিদ্যালয়টো অতি মনোৰম। লাইব্ৰেৰীটোহে বৰ সৰু যেন লাগিল। এইষাৰ কথালৈ বিশ্ববিদ্যালয়ৰ কৰ্তৃপক্ষৰ দৃষ্টি আকৰ্ষণ নকৰাকৈ নাছিলোঁ। বিশ্ববিদ্যালয়েই হওক বা কলেজেই হওক, প্ৰথম কথা হৈছে লাইব্ৰেৰীটো পুৰঠ হব লাগিব।

ৰেফোল্স এতিয়া নাই কিন্তু এইজনা ব্যক্তিৰ স্মৃতি-চিহ্ন এতিয়াও সিঙ্গাপুৰৰ আধুনিক বুৰঞ্জীৰ পাতে পাতে সঞ্চাৰিত হৈ আছে। ৰেফোল্সৰ নামত আলি-পদূলি, স্কুল, হোটেল ইত্যাদি থকাৰ উপৰিও পাৰ্ক এখনত ৰেফোল্সৰ এটা ব্ৰঞ্জৰ মূৰ্তিও দেখি আহিছোঁ। সিঙ্গাপুৰ কেউপিনে ৰেফোল্সময়। এইজনা ব্ৰিটিশ বিষয়াই এবাৰ লেখিছিলঃ "সিঙ্গাপুৰ মোৰ সন্তান। লালন-পালন কৰি মোৰ সন্তানক মই গঢ়ি তুলিম।" নিজৰ স্বপ্ন জাতিস্কাৰ হোৱা মানুহজনে দেখিবলৈ নেপালে। তথাপি সিঙ্গাপুৰত এজন বন্ধুৱে কোৱাৰ দৰেঃ "দেশৰ আকাশে-বতাহে এইজনা দূৰদৰ্শী পুৰুষৰ অশৰীৰী আত্মা চিৰ-বিৰাজমান।" ৰেফোল্স আশাবাদী আৰু আদৰ্শবাদী পুৰুষ আছিল। দুখৰ কথা, এওঁৰ চাৰিজন সন্তানৰ ভিতৰত তিনিজনৰে কিবা এটা অচিন ৰোগত বেন্‌কুলেন্ বোলা এডোখৰ ঠাইত মৃত্যু হয়। আন-হাতেদি স্বপ্নৰ সন্তান সিঙ্গাপুৰে মানুহজনৰ স্মৃতি চিৰ-সেউজ কৰি ৰাখিছে। বাণিজ্য-কেন্দ্ৰ স্বৰূপে সিঙ্গাপুৰৰ খ্যাতি আজি জগত-জোৰা।

মাথোন ৪৬ বছৰ বয়সত ১৮২৬ চনত ৰেফোল্সৰ মৃত্যু হয়। পৰিতাপৰ কথা, জীৱন্ত কালতে মানুহজনৰ সকলো নিঃশেষ হৈ গৈছিল। ইংলণ্ডলৈ ৰেফোল্স জাহাজেৰে গৈছিল। মাজ সাগৰত জাহাজত জুই লাগি তেওঁ সৰ্ব-শ্ৰান্ত হয়। বিপদ কেতিয়াও অকলে নাহে বুলি একেষাৰ কথা আছে। ভাৰতৰ বেঙ্ক এটাত মানুহজনে সাঁচতীয়া ধন থৈছিল। এই বেঙ্কটোও দেউলিয়া মাৰে —মানুহজনৰ সকলো সঞ্চিত ধন এনেকৈয়ে শেষ হৈ যায়। ইষ্ট ইণ্ডিয়া কোম্পানীক আনহাতে মানুহজনে বহু ধন পৰিশোধ কৰিব লগা আছিল।

অৱশেষত কম বয়সতে জীৱন-সংগ্ৰামত পৰাস্ত, ভগ্ন-হৃদয়ৰ এই মানুহজনক মৃত্যুৰ শীতল স্পৰ্শই আকোৱালি ললে। এইদৰেই এটা ৰঙীন জীৱনৰ শোক লগা ভাবে মৃত্যু হ'ল, স'চা কথা, কিন্তু এইজনা ব্যক্তিৰ স্মৃতি আজিও সিংগাপুৰৰ চুকে-কোণে সেউজীয়া হৈ আছে। সিঙ্গাপুৰত থকা কথা চহকী বন্ধু এজনে কলে : "The good that he had done is not interred with his bones. This shows how wrong Shakespeare was." : শেৰুপীয়েৰৰ ভুলেই হওক বা শুদ্ধই হওক, মৃত্যুৱে যাৰ জীৱনৰ ওৰ পেলাব নোৱাৰে, তেনে এজন মানুহ ৰেফোল্স। এইজনা ব্যক্তি লণ্ডনৰ পশুশালাৰো প্ৰতিষ্ঠাপক। কৰ্ম্মই যাৰ জীৱনৰ ধৰ্ম্ম, সেইজনাই প্ৰকৃততে মহৎ।.........

আজি ফোনটো তুলি লৈ সিঙ্গাপুৰৰ পৰা পৃথিবীৰ যেই কোনো দেশৰ সৈতে কথা পাতিব পাৰি। লণ্ডনৰতো কথাই নাই। আজি এশ বছৰৰ পূৰ্বৰ অৱস্থা কি আছিল, সেই বিষয়ে কল্পনা কৰাৰ বাহিৰে উপায় নাই। আজি নহয়, এসময়ত সিংগাপুৰ আছিল দক্ষিণ-পূব এছিয়াৰ এক নিৰ্জন প্ৰান্তৰ। সাগৰ, ধুমুহাৰ তাণ্ডব লীলা, বাঘৰ গোজৰণি আৰু জল-দস্যুৰ অত্যাচাৰ, এয়ে আছিল সিংগাপুৰ। এসময়ত সিংগাপুৰ আৰু মালয় সমুদ্ৰ অঞ্চল আছিল জল-দস্যুৰ ঘাই আড্ডা। এই দস্যুবোৰ চীনা আৰু মালয় মানুহ আছিল। এই জল-দস্যুসমূহৰ উৎপীড়ণৰ বাবেই কেতিয়াবা যে সিঙ্গাপুৰ ব্যৱসায়-বাণিজ্যৰ কেন্দ্ৰলৈ ৰূপান্তৰিত হব পাৰিব, সেই বিষয়ে মানুহৰ ঘোৰতৰ সন্দেহ আছিল। ভাপ-জাহাজৰ আবিৰ্ভাৱে জল-দস্যুৰ নিৰ্মূল সাধন কৰে। এইটো স্বাভাৱিক কথা। সাধাৰণ পানচৈ একোখনৰে সাগৰৰ মাজত বৰ বৰ ভাপ-জাহাজ আক্ৰমণ কৰাটো অসম্ভৱ হৈ পৰিল। ভাপ-জাহাজে জল-দস্যুৰ আধিপত্য খৰ্ব কৰি সিংগাপুৰ আৰু মালয়, উভয় অঞ্চলতে বাণিজ্যৰ বাবে বাট মুকলি কৰিলে। আজি সিঙ্গাপুৰ বন্দৰত বছৰি ত্ৰিশ হেজাৰৰ পৰা চল্লিশ হেজাৰ পৰ্য্যন্ত সমুদ্ৰবাহী জাহাজ সমৱেত হয়। ইয়াৰ পৰাই ব্যৱসায়-কেন্দ্ৰ স্বৰূপে বন্দৰটোৰ গুৰুত্বৰ কথা অনুমান কৰিব পাৰি। আচলতে সিঙ্গাপুৰ ৰাষ্ট্ৰৰ অৰ্থনৈতিক স্বচ্ছলতা নিৰ্ভৰ কৰিছে ব্যৱসায়-বাণিজ্যৰ ওপৰত, বিশ্বৰ নানা দেশৰ পৰা সমুদ্ৰবাহী জাহাজে কঢ়িয়াই অনা বস্তু-সামগ্ৰীৰ ওপৰত। বাহিৰৰ পৰা অহা বস্তু-সামগ্ৰীৰ এনে ধৰণৰ ব্যৱসায়-বাণিজ্যক entrapot ব্যৱসায় বোলে। সিঙ্গাপুৰ পৃথিবীৰ আকাশ-পথ আৰু সমুদ্ৰ-পথৰ মিলন-ভূমি।

আন এঠাইত কৈ অহা হৈছে, দক্ষিণ-পূব এছিয়াৰ নিৰাপত্তাৰ পিনৰ পৰা সিঙ্গাপুৰৰ মূল্য অপৰিসীম। এইযাৰ কথা যোৱা মহাসমৰে বঢ়িয়াকৈ প্ৰমাণ কৰি থৈ গৈছে। সেই কাৰণে সিঙ্গাপুৰ আজিও ব্ৰিটিশ শক্তিৰ এক বিশিষ্ট ঘাটি। স্থল-বাহিনী, নৌ-বাহিনী, বিমান-বাহিনী, এই সকলোবোৰৰে আজিও সিঙ্গাপুৰ এক বাছকবনীয়া কেন্দ্ৰ স্থল। এই সামৰিক প্ৰতিষ্ঠান-সমূহ দ্বীপটোৰ পছিম দিশত অৱস্থিত। ইয়াৰ প্ৰত্যেকটো অঞ্চলকে ক্ষুদ্ৰ

একোখন চহৰ বুলিব পাৰি। সামৰিক ঘাটি স্বৰূপে সিংগাপুৰৰ মূল্য ভৱিষ্যতলৈ হ্রাস পাব—এনে ধৰণৰ কোনো কোনোৱে মন্তব্য কৰা শুনিছোঁ। সকলো নির্ভৰ কৰে আন্তর্জাতিক পৰিস্থিতিৰ কেতিয়া কেনেকৈ পৰিৱর্ত্তন হয়, সেইষাৰ কথাৰ ওপৰত। তথাপি সামৰিক ঘাটি স্বৰূপে বর্তমান সিংগাপুৰৰ মূল্য যে অপৰিসীম, সেই বিষয়ে দ্বিমত হব নোৱাৰি।......এইখিনিতে আৰু এষাৰ কথা কব খুজিছোঁ, ৰাষ্ট্রখনক বন্দৰটোৱে যিমানেই মর্য্যাদা প্রদান নকৰক লাগিলে, আচলতে সিংগাপুৰ ৰাষ্ট্রৰ হৃৎপিণ্ড চহৰৰ গাতে লাগি থকা সাগৰখন নহয়, সিংগাপুৰ নামৰ নৈখনহে। ৰেংগুন চহৰৰ হৃৎপিণ্ড যেনেকৈ য়াংগো নৈ নাইবা ভিয়েনটিয়ান চহৰৰ মেকং নৈ বা নংপেন চহৰৰ মেকং-টনলা ছেপ্ নৈৰ সংগমস্থলী, সেইদৰে সিংগাপুৰ চহৰৰ ধমনী হৈছে সিংগাপুৰ নৈখন। এই নৈখনৰ ওপৰৰ দলংবোৰে সিপাৰৰ বাণিজ্য কেন্দ্রসমূহ এই পাৰৰ প্রশাসনীয় কেন্দ্রসমূহৰ সৈতে সংযোগ কৰি যোৱাৰ দৰে দেশৰ প্রচলিত ব্যৱসায়-বাণিজ্যই দেশখনৰ নানা জাতিপুঞ্জক একত্রীত কৰি থৈছে। ব্যৱসায়ীৰ জাত মাথোন একেটাই, সেইটো হৈছে ব্যৱসায়ী জাত।

সিংগাপুৰ বন্দৰৰ পাৰৰ বৰ বৰ গুদাম-ঘৰ আৰু আন সা-সৰঞ্জামবোৰ পৰিদর্শন কৰাৰ উপৰিও পুৰা এদিন সৰু জাহাজ এখনেৰে সমুদ্রত ফুৰিবলৈ গৈছিলোঁ। এই সকলোবোৰ যা-যোগাৰ স্থানীয় চৰকাৰে কৰি দিছিল। জাৰৰ দিনৰ পুৰা—ৰ'দটো জিলমিলকৈ নামিছিল। সেই ৰ'দৰ পোহৰত সাগৰখনে হাঁহিছিল। সাগৰত তেতিয়া ঢৌ আছিল। ঢৌ নেথাকিলে কিহৰ সাগৰ ? ঢৌৰ ওপৰেদি জপিয়াই জাহাজ, বিশেষকৈ মাজ সাগৰৰ বুকুত, পাৰি দিয়া দৃশ্য পাৰত থিয় হৈ চাবলৈ ভাল—যাত্রীসকলেহে জানে, এই যাত্রা কেনে বিপদশংকুল।

"সংশয়ৰ ধুমুহাত নাচিছে আমাৰ নাও বেদনাৰ
মহাসাগৰত,
আমাৰ দুখৰ তুমি নলবানে ভাগ বাৰু ? বও চাই
থাকিবা পাৰত ?"

নাচিনাচি আমাৰ জাহাজখন আগবাঢ়ি গৈছিল। কেউঁপিনে সাগৰৰ গোজৰণি আৰু বতাহৰ প্রতিধ্বনি।

সাগৰৰ মাজে মাজে অৱস্থিত ঘন হাবিৰে পৰিপূর্ণ কেইটামান দ্বীপ চকুত পৰিছিল। আকাৰৰ পিনৰ পৰা ইয়াৰে দুই এটা আমাৰ উমানন্দৰ লেখীয়া হব। ইয়াৰে এটাত যোৱা মহাসমৰৰ সময়ত জাপানীয়ে নির্মাণ কৰা কেইটামান পকী "পিল্‌বক্সো" দেখিছিলোঁ। যোৱা ১৯৬৫ চনত পাকিস্থানে ভাৰত আক্রমণ কৰাৰ সময়ত যুদ্ধ-সীমান্তত এনে পিলবক্সত আশ্রয় লোৱাৰ অভিজ্ঞতাও আছে। যোৱা মহাসমৰৰ সময়ত জাপানী বোমাই বিধ্বস্ত কৰা জাহাজ এখনো সিংগাপুৰ বন্দৰৰ পানীৰ মাজত দেখিবলৈ পাইছিলোঁ। জাহাজখনৰ ওপৰ ভাগৰ জ'কাটো পানীৰ ওপৰত জিলিকি আছে। বাকী

ডোখৰ সাগৰৰ বুকুত লুপ্ত। জকাটো দেখিলেই বোমা পৰি কেনেকৈ কেউ-পিনে জুই লাগি জাহাজখন ধ্বংস হৈছিল ধৰিব পাৰি। জাহাজত থকা মানুহবোৰ বাৰু কলৈ গল? আটোলা ফ্লাই কোৱাৰ দৰে যুদ্ধ যে এক "পাশৱিক বস্তু," এনেবোৰ ধ্বংসাৱশেষৰ পৰাই অনুমান কৰিব পাৰি। সাগৰৰ বুকৰ সৰু দ্বীপ এটাৰ ফাললৈ আঙুলিয়াই আমাৰ লগত যোৱা ছোৱালী এজনীয়ে কলে ঃ "এইটো দ্বীপ কালিকা লগা। তালৈ মানুহ নেযায়। গলে তেজ বতিয়াই মৰে।" কথাষাৰ কিমান দূৰ স'চা বা মিছা, প্ৰমাণ লবলৈ নহ'ল। অসমত নমৰি সিঙ্গাপুৰত মৰিবলৈ মই প্ৰস্তুত নহও'। ছোৱালী-জনীয়ে আৰু কলে ঃ "যোৱা যুদ্ধৰ সময়ত কেইজনমান জাপানী হেনো অভি-নয় কৰাৰ মানসেৰে এই দ্বীপটোলৈ গৈছিল। এজনো উলটি নাহিল। তেজ বতিয়াই মৰিল।" ......প্ৰাচ্যৰ চিন্তাধাৰা দেখিছোঁ একেটা সাঁচতে ঢালখোৱা। জাপানৰ অধীনত সিঙ্গাপুৰ ১৯৪২ চনৰ পৰা ১৯৪৫ চনলৈকে থাকে। বন্দৰত দেখিলোঁ, সৰু বৰ নানা তৰহৰ দেশ-বিদেশৰ জাহাজ। এইবোৰৰ ভিতৰত এখন জাহাজ দেখিলোঁ, শুভ্ৰ ৰঙৰ, মাজে মাজে হালধীয়া কিছুমান ৰেখা। সম্ভৱতঃ ইউৰোপৰ কোনোবা দেশৰ জাহাজ। জাহাজখনৰ নাম "নেহৰুজী"। বিদেশৰ বন্দৰ এটাত আমাৰ জন-সাধাৰণৰ আপোন নেহৰুজীৰ নামত উচ্ছৰ্গিত জাহাজখন দেখি মনতো ভৰি পৰিছিল।

দ্বীপ এটাৰ পানী-যুৱলীত, পানীৰ মাজত ওখকৈ সজা কিছুমান চাংঘৰ দেখিছিলোঁ। এইবোৰ মানুহে এনেকৈয়ে গাঁও পাতি থাকে। ইঘৰ-সিঘৰলৈ নাৱেৰেই অহা-যোৱা কৰে। পাৰত মাটি দিলেও এও'লোক স্হানা-ন্তৰিত হব নোখোজে। সিঙ্গাপুৰত এনে মানুহ প্ৰায় দুহেজাৰজন আছে। এই গাঁওবোৰক, আন এঠাইত কৈ অহাব দৰে, মালয় ভাষাত "কাম্পং" বোলে। "কাম্পং" শব্দৰ অৰ্থ হৈছে "পানীৰ গাঁও"। এই গাঁওবোৰৰ নিজা দোকান-পোহাৰ, ডাক্তৰখানা, স্কুল ইত্যাদি পানীৰ মাজতে আছে। এই পিনৰ পৰা গাঁওবোৰ স্বয়ং সম্পূৰ্ণ।

সাগৰৰ পানী ঘন নীলা। আমাৰ জাহাজখন আগবাঢ়ি গৈ আছে, এনেতে বন্দৰৰ পানীৰ সীমাত চকুত পৰিল কাৰোবাৰ এপাত চেণ্ডেল, পানীত কঁপি কঁপি ওপঙি আছে। কোনোবা নাৰীৰ ভৰিৰ চেণ্ডেল। মোৰ মনত অসংখ্য প্ৰশ্নৰ জোৱাৰ উঠিল। এই পাত কাৰ চেণ্ডেল? কোন দেশৰ সেই গৰাকী নাৰী? তাই পানীত জপিয়াই আত্মহত্যা কৰিলে নেকি? কৰিলে যদি কিয় কৰিলে? নাইবা কোনোবা নিৰ্দ্দয় পুৰুষে তাইক কোনোবা জাহাজৰ কেবিনৰ পৰা সাগৰৰ বুকুলৈ দলিয়াই দিলে নেকি?

"শিলৰ সপোনবোৰ মনৰ বনত
কোনে বাৰু কাটিকুটি অজন্তা সাজিলে?"

পানীত ওপঙি অহা এই এপাত পুৰণি চেণ্ডেল। ৰমা দাসে কবিতা লেখা সেই পুৰণি চেণ্ডেল পাততকৈ অধিক সম্ভাৱনাৰে পৰিপূৰ্ণ। কোটৰ

জেপত হাত দুখন ভৰাই লাহে লাহে জাহাজৰ তলৰ ডেকলৈ নামি আহিলোঁ। জাহাজখনত আন কোনো যাত্ৰী নাছিল। থকাৰ ভিতৰত গাইডৰ বাহিৰে আমাৰ লগত সিঙ্গাপুৰ চৰকাৰে দিয়া কেইজনমান কেমেৰামেন। ইয়াৰ উপৰিও স্থানীয় সংবাদ-পত্ৰৰ কেইজনমান বাৰ্তাৰি-যোগানিয়াৰ। কেমেৰামেন কেইজন ব্যস্ত আমাৰ ছবি তোলাত, বাৰ্তাৰি-যোগানিয়াৰ কেইজন ব্যস্ত আমাক নানা তবহৰ প্ৰশ্ন সোধাত। ফটো বোলা বস্তুটোলৈ মোৰ বৰ ভয় লাগে। এনেয়ে মই অশুৱনী, ফটোত চেহেৰাটো দানৱ যেন হয়—সেই কাৰণে। বাৰ্তাৰি-যোগানিয়াৰ কেইজনক বেয়া লাগিছিল, কেউঁপিনৰ মন মোহনীয় দৃশ্য উপভোগ কৰিবলৈ নিদি ইটোৰ পিছত সিটো প্ৰশ্ন কৰি থকাৰ কাৰণে। প্ৰশ্নৰো এটা সীমা থকা উচিত। নাই। কাগজৰ স্তম্ভ ভৰাব লাগিব। সেইটোৰেই তেওঁলোকৰ স্বাৰ্থ।

এইবোৰ অত্যাচাৰৰ পৰা হাত সাঁৱো বুলিয়েই তলৰ ডেকলৈ নামি আহিছিলোঁ। আমাৰ কাৰণে তাত কোঠা এটা সুসজ্জিত কৰি থোৱা হৈছিল। নিৰলে থাকোঁ বুলি কোঠাটোৰ দুৱাৰখন খুলিলোঁ। কোঠাত কোনো নাই। মাথোন এজনী ছোৱালী, তাই সচিত্ৰ আলোচনী এখন পঢ়াত ব্যস্ত। কোঠাটোৰ নিৰ্জনতাৰ মাজত অকলে তেনেদৰে ছোৱালীজনী দেখি মোৰ কেনেবা কেনেবা যেন লাগিছিল। ভদ্ৰতাৰ সুৰত কলোঁ: "মোক ক্ষমা কৰিবা।" তাই হাঁহি হাঁহি হাত দুখন আগবঢ়াই দি ক'লে: "কোনো কথা নাই। আহক। বহক।" এই বুলি একেটা উশাহতে তাই ক'লে: "অলপ কিবা আনোঁ, খাব নে?" মই কলোঁ: "নাই। নেখাওঁ। তোমাৰ অতিথি পৰায়ণতাৰ তাৰিফ কৰিছোঁ। বেয়া নেপাবা। একো খাবৰ মন যোৱা নাই। তাৰ পৰিৱৰ্ত্তে, আহা, অলপ কথাকে পাতোঁ।"

তাহানি ডেকা-কালত ভন্-ফুৰাৰ হাইমেনডৰ্ফৰ কিতাপ এখনত পঢ়া কথা এষাৰ মনত পৰিছে। সেই কিতাপখনত আছে: উপলব্ধিসম্পন্না গাভৰু ছোৱালীৰ কাষত বহি কবিতা পঢ়িবলৈ পোৱাটোতকৈ আৰামদায়ক অভিজ্ঞতা আৰু একো নাই। কবিতা পঢ়িবলৈ মোৰ হাতত কোনো কবিতা-পুথি নাছিল। ইংৰাজী কবিতাহে এওঁলোকে বুজিব, অসমীয়াতো নহয়। অসমীয়া কবিতা কেইটামান মোৰ মুখস্থ আছিল—সেইবোৰ অৱশ্যে তেতিয়াই ইংৰাজী কৰি মুখস্থ মাতি দিব পাৰিলোহেঁতেন। তথাপি কবিতাৰ কথা এৰি ৰাজনীতিৰ বিষয়ে পাতলীয়াকৈ দুআষাৰ কথা পাতিবলৈ ললোঁ। সিঙ্গাপুৰৰ প্ৰধানমন্ত্ৰীজনৰ নাম লী কোৱান্ ইউ। এই শব্দ কেইটাৰ অৰ্থ হৈছে "তীক্ষ্ম বুদ্ধিসম্পন্ন ডেকা মানুহ।" ছাত্ৰ হিছাপে মানুহজনে বেচ তীক্ষ্ম বুদ্ধিৰ পৰিচয় দিছিল। লী ইংলণ্ডৰ কেম্ব্ৰিজ বিশ্ববিদ্যালয়ৰ ছাত্ৰ আছিল। লীৰ দৰে আমাৰ নেহৰুও কেম্ব্ৰিজ বিশ্ববিদ্যালয়ৰ ছাত্ৰ আছিল। বিশ্ববিদ্যালয়ৰ পৰীক্ষাত নেহৰুৱে বিশেষ তীক্ষ্ম বুদ্ধিৰ পৰিচয় দিব পৰা নাছিল। নেহৰুৱে কৈছে বিশ্ববিদ্যালয়ৰ পৰীক্ষাৰ দেওনা তেওঁ পাৰ হৈছিল "neither with glory nor with ignominy" তথাপি নেহৰু নেহৰু, লী লী। ......লী সম্বন্ধে

মালয়ছিয়াৰ ৰাজধানী কোৱালা লামপুৰ চহৰতো কেইবাজন বন্ধুৰ সৈতে কথা পাতিছিলোঁ। সেই বিষয়ে পিছত কম। তেওঁলোকৰ প্ৰধানমন্ত্ৰীৰ বিষয়ে ছোৱালীজনীৰ সৈতে দীঘলীয়াকৈ আলোচনা কৰিছিলোঁ। সেই আলোচনাৰ পৰা দুই এষাৰ লাগতীয়াল কথা, লী সম্বন্ধে, লিপিবদ্ধ কৰিব খুজিছোঁ। লী কেম্ব্ৰিজৰ মানুহ। ছাত্ৰ হিচাপে তেওঁ অত্যন্ত মেধাবী আছিল। এই-খিনিতে লী আৰু মালয়ছিয়াৰ প্ৰধানমন্ত্ৰী টুংকু আবদুল ৰহমানৰ মাজত পাৰ্থক্য।

লীয়ে বঢ়িয়া বক্তৃতা দিব পাৰে। এওঁৰ বক্তৃতা কেইবাবাৰো শুনিছোঁ, সিংগাপুৰতো শুনিছোঁ, আমাৰ দেশতো শুনিছোঁ। সিংগাপুৰৰ সংসদত দুঘণ্টা জুৰি দিয়া লীৰ বক্তৃতাও শুনিছোঁ। এই বক্তৃতাটোত বিশেষ নতুন কথা একো নাছিল। কোৱাৰ ধৰণটো অৱশ্যে চমৎকাৰ। মানুহজনৰ সৈতে কথা পাতি, দেশ-বিদেশৰ ৰাজনৈতিক সমস্যাৰ বিষয়ে আলোচনা কৰি আৰাম আছে। সেইদিনা, তেওঁৰ বাজেট বক্তৃতা শুনাৰ দিনা, লীৰ সৈতে প্ৰধানমন্ত্ৰীৰ বাস-ভৱনত আমাৰ ৰাজনৈতিক আলোচনা আছিল। আলোচনা প্ৰসংগতো আনকি ইংৰাজী শব্দ কেইটা কত কেনেকৈ নিয়াৰিকৈ ব্যৱহাৰ কৰিব লাগে, সেইষাৰ কথা প্ৰধানমন্ত্ৰীয়ে সুন্দৰকৈ জানে। প্ৰত্যেকষাৰ কথাত মানুহজনে যুক্তিৰ যেনেকৈ অৱতাৰণা কৰে, তেনেকৈয়ে ঠায়ে ঠায়ে হাস্যৰসৰো অৱতাৰণা নকৰাকৈ নেথাকে। ৰাজনীতি কৰা মানুহৰ স্মৃতি-শক্তি কম বুলি সাধাৰণতে বেলেগ অৰ্থত এটা ধাৰণা আছে। কিন্তু লীৰ কি অদ্ভূত স্মৃতি-শক্তি! এই পিনৰ পৰা মানুহজনক আমাৰ নেহৰুৰ সৈতে বিজাৰ পাৰি। নেহৰুৰ স্মৃতি-শক্তি অতি তীক্ষ্ম আছিল। এই বিষয়ে বহুত উদাহৰণ জানো। সেইবোৰ পুনৰ উল্লেখ কৰি কিবা জানো লাভ আছে?

সাংবাদিক মেলত লীয়ে যেতিয়া বাৰ্তাৰ যোগনিয়াৰ সকলক "you chaps" বুলি কয়, তৎক্ষণাৎ মোৰ ইংলণ্ডৰ পাব্লিক স্কুলৰ পৰিৱেশলৈ মনত পৰে। মানুহজন কৰ্ম্মদক্ষ, পৰিশ্ৰমী, তীক্ষ্ম বুদ্ধিসম্পন্ন—এই বুলি ছোৱালীজনীয়ে বাৰে বাৰে কলে। মানুহজন কেনে, সেই বিষয়ে ব্যক্তিগত অভিজ্ঞতাৰ পৰাও জানোঁ। ছোৱালীজনীয়ে কথা যে বঢ়াই কৈছিল, সেইষাৰ কথা নহয়। লী সম্বন্ধে তাই অতি উৎসাহত কোৱা কথা কেইষাৰৰ তীব্ৰতা কমোৱাৰ উদ্দেশ্যেৰে সম্ভৱতঃ অপ্ৰত্যাশিত ভাবে আৰু একেষাৰ কথা যোগ দিলে। "আমাৰ ইয়াত কোনো মানুহে প্ৰধানমন্ত্ৰীক intellectual snob বুলিও কয়।" তথাকথিত কাল্পনিক মেধাৰ বোজাই বহুতকে স্নব কৰা দেখিছোঁ। লী তেনে ধৰণৰ স্নব হয়নে নহয় নেজানোঁ। স্নব হলেও লী যে বৈষ্ণব নহয়, সইষাৰ কথা জানোঁ।

লী সংসাৰী মানুহ। ল'ৰা-তিৰোতাৰে মানুহজনৰ এখন সম্পূৰ্ণ সংসাৰ। তথাপি চিনেমা চাবলৈ যোৱা দূৰৰ কথা, মানুহজনে কেতিয়াবা উপন্যাস এখন পঢ়িছে নে নাই, সেই বিষয়ে সন্দেহ। বহুতে উপন্যাস পঢ়াটো

ল'ৰা-ধেমালি বুলি ভাবে। এইষাৰ কথা বৰ শুদ্ধ নহয়। মানুহজনে গানো নুশুনে। কৰ্ম্মব্যস্ত মানুহৰ কাৰণে সঙ্গীতৰ প্ৰয়োজন কোনেও নুই কৰিব নোৱাৰে। অশান্ত স্নায়ুক ই শান্ত কৰে, কিবা এক প্ৰশান্তি প্ৰদান কৰি অধিক পৰিশ্ৰমৰ কাৰণে ব্যক্তিক প্ৰস্তুত কৰি তোলে। এই কাৰণেই সম্ভৱতঃ ওৰেটো দিনৰ কঠোৰ পৰিশ্ৰমৰ অন্তত মুছলীনিয়ে আপোন মনে বেহেলা বজাইছিল। এই কাৰণে সম্ভৱতঃ বেহেলাখন আইনষ্টাইনৰ বৰ প্ৰিয় বস্তু আছিল। তাহানি আইনষ্টাইনৰ মৃত্যুৰ পিছত লেখা প্ৰবন্ধ এটাত এইষাৰ কথা উল্লেখ কৰিছিলোঁ। এনেবোৰ উদাহৰণৰ পৰা লীয়ে কিয় অনুপ্ৰেৰণা আহৰণ নকৰে, সেইষাৰ কথাহে বুজিব পৰা নাই। দিনটোৰ চব্বিশ ঘণ্টাৰ ভিতৰত পোন্ধৰ ঘণ্টাই লীয়ে কাম কৰে। কৰ্ম্মব্যস্ত জীৱনৰ মানুহৰ কাৰণে কিবা নহয় কিবা এক আকৰ্ষণৰ প্ৰয়োজন। লীয়ে গল্ফ খেলে। গল্ফ খেলাৰ আৰু বটলে বটলে বীয়েৰ খোৱাৰ বাহিৰে—ৰাজনীতিৰ আকৰ্ষণৰ বাহিৰে—মানুহজনৰ আন কিবা আকৰ্ষণ আছে যদি নেজানোঁ। মাছে পানী খোৱাদি মানুহজনে বীয়েৰ খায়, সকলো সময়তে। যিদিনা সন্ধ্যা আমি সিঙ্গাপুৰৰ বাস-ভৱনত প্ৰধানমন্ত্ৰীৰ সৈতে সাক্ষাৎ কৰোঁ, টেবুলত কিমানবোৰ যে বীয়েৰৰ বটল আৰু গিলাছ। এনেতে আমাৰে এজনে কবলৈ ধৰিলে ঃ "আপুনি ইমান ব্যস্ত মানুহ, দিনে নিশাই কাম কৰে। আপোনাৰ কৃতকাৰ্য্যৰ সঁচাৰকাঠী কি?" এইষাৰ কথাকে কিছুমান উদাহৰণ যোগ দি এনে ধৰণৰে মানুহজনে বাৰে বাৰে কৈছিল যে মোৰ শুনিয়েই লাজ লাগি গৈছিল। আমাৰ ভাৰতীয় মানুহৰ কোনো মাত্ৰা জ্ঞান নাই। কেনেকৈ সীমা পাৰহৈ যোৱাকৈ মানুহক প্ৰশংসা কৰা হয়, তাৰ প্ৰমাণ এই দিল্লী চহৰতে অলেখ পাইছোঁ।

সম্ভৱতঃ অতীষ্ঠ হৈ লীয়ে এবাৰ ভৰপূৰ বীয়েৰৰ গিলাছ এটা দাঙি লৈ কৈ উঠিল ঃ "এই বীয়েৰৰ গিলাছটোৱেই মোৰ কৃতকাৰ্য্যতাৰ সচাৰকাঠী।" কথাষাৰ শুনি বৰ আমোদ পাইছিলোঁ। কথাষাৰ কোৱাৰ ভংগীটো এতিয়াও মোৰ মনত আছে—ইংৰাজী শব্দ কেইটাও মনত আছে। সিংগাপুৰৰ হোটেল এটাৰ লাউঞ্জত বহি "ষ্টেটছমেন" কাগজৰ দক্ষিণ-পূৰ এছিয়াৰ প্ৰতিনিধি নিহাল সিঙক কথাষাৰ মই কৈছিলোঁ। তেওঁ হাঁহি সামৰিব পৰা নাছিল। এই বিষয়ে সৰহকৈ আৰু নেলেখোঁ। ......অতিৰিক্ত ভাবে বীয়েৰ খালে মানুহৰ গাত অবাঞ্ছিত ভাবে মঙহ বাঢ়ে। এনে ধৰণৰ এটা ধাৰণা আছে। এই কাৰণেই এবাৰ এজন বন্ধুৱে তেওঁক বীয়েৰ এৰি নেমু টেঙাৰ পানী খাবলৈ উপদেশ দিছিল। নেমু টেঙাৰ পানী খালে হেনো গাৰ ওজন কমে। এইদৰে এসপ্তাহ মান চলাৰ পিছত লীয়ে দেখিলে, ওজন কমা দূৰৰ কথা, বাঢ়িলহে। অৱশেষত বন্ধুজনক গালি-শপনি পাৰি লীয়ে দুনাই বীয়েৰ খাবলৈ ললে। সেই একে, মাছে পানী খোৱাদি খায়।......

লী মধ্যবিত্ত পৰিয়ালৰ মানুহ। চীনা মানুহ। সিঙ্গাপুৰত এওঁলোকৰ পৰিয়ালৰ তিনি পুৰুষকাল হৈছে। সিঙ্গাপুৰত অৱস্থিত বিদেশী তেল-কোম্পানী এটাৰ লীৰ পিতাক চাকৰিয়াল আছিল। লীৰ পত্নীও কেম্ব্ৰিজ

বিশ্ববিদ্যালয়ৰ উপাধিধাৰী বেৰিষ্টাৰ। লীয়ো সেই একে বিশ্ববিদ্যালয়ৰে বেৰিষ্টাৰ। যোৱা মহাসমৰৰ সময়ত লীয়ে পঢ়া-শুনা এৰি ঠিকাদাৰি কৰিবলৈ লৈছিল। এনে ধৰণৰ ব্যৱসায়ী জীৱনৰ জৰীয়তে তেওঁৰ অভিজ্ঞতাৰ পথাৰখন বহল হৈছিল। সিঙ্গাপুৰ আৰু দেশখনক চিনি পাবলৈ যথেষ্ট সুযোগ-সুবিধা পাইছিল। ৰাজনীতিয়ে এনে ধৰণৰ সুবিধা দিয়াৰ দৰে মানুহক ঠিকাদাৰিয়েও দিয়ে। অভিজ্ঞতাৰ বাবে মানুহৰ সৈতে সম্বন্ধৰ প্ৰয়োজন—যিমানেই মানুহৰ সৈতে সম্বন্ধ বাঢ়ে, সিমানেই অভিজ্ঞতাও বাঢ়ে। মানুহহে আচল, আন সকলোবোৰ ভুৱা। মানুহৰ সৈতে যাৰ সম্বন্ধই নাই, তেনে জীৱনৰ মূল্যও নাই। এইষাৰ কথা সাহিত্যৰ ক্ষেত্ৰতো প্ৰয়োগ কৰিব পাৰি। যি সাহিত্যই মানুহক বা মানৱীয় গুণবাশিক মৰ্য্যাদা দিব পাৰিছে, সেই সাহিত্য মহৎ। যি পৰা নাই, সেই সাহিত্য এতলীয়া বস্তু হৈয়েই আছে।

লীৰ পিতাকৰ মনত একেটা স্বপ্নই মাথোন ধ্ৰুবতৰা হৈ জিলিকিছিল —ধন ধাৰ কৰি হলেও উচ্চ শিক্ষাৰ অৰ্থে লীক ইংলণ্ডলৈ পঠাব লাগিব। নিজে ঠিকা কৰি সঞ্চয় কৰা ধন আৰু পিতাকৰ সাহায্য লৈ ১৯৪৬ চনত উচ্চ শিক্ষা লাভ কৰাৰ উদ্দেশ্যেৰে লী কেম্ব্ৰিজলৈ যায়। ইংলণ্ডৰ উদাৰ পৰিৱেশ সূক্ষ্ম মনৰ মানুহক বিপ্লৱী কৰে। এনে উদাহৰণ বহুতো আছে। ইংলণ্ডৰ শিক্ষাই লীক ইংৰাজ বিৰোধী কৰিছিল। মানুহজনে লগে লগে সমাজবাদৰ বিষয়েও জ্ঞান আহৰণ কৰিবলৈ ধৰিলে। কেম্ব্ৰিজ বিশ্ববিদ্যালয়ৰ ছাত্ৰ হিছাপে লী পোনতে কমিউনিষ্ট আদৰ্শৰ প্ৰতি আকৃষ্ট হৈছিল। অৱশেষত কমিউনিষ্ট আদৰ্শ পৰিত্যাগ কৰে। তাৰ-পৰিৱৰ্ত্তে গণতান্ত্ৰিক সমাজবাদী আদৰ্শক তেওঁ ৰাজনৈতিক আদৰ্শ স্বৰূপে গ্ৰহণ কৰে। ইংলণ্ডৰ শিক্ষা সাঙ্গ কৰি ১৯৫০ চনত লী স্বদেশলৈ প্ৰত্যাৱৰ্ত্তন কৰে। এজন ৰাজনীতিৰ অধ্যাপকৰ মতে ঃ "........ In social democracy he had found a political philosophy less tyrannical, less brutal and less spiritually avid than communism as a way to liberation from colonial countrol."

সান্নিধ্যলৈ নাহিলে, দূৰৈৰ পৰা দেখিলে লীক বৰ অহঙ্কাৰী মানুহ যেন লাগে। সেইবুলি অভিধানত "অহঙ্কাৰী" বোলা শব্দটোৰ অৰ্থ যেনে দৰে আছে, সেই অৰ্থত মানুহজন অহঙ্কাৰী নহয়। শুদ্ধ কথাত অহঙ্কাৰ কৰাটোত দোষণীয় একো হব নোৱাৰে। কোনোবাই যদি কয়ঃ "মই অসমীয়া। সেইষাৰ কথা লৈ অহঙ্কাৰ কৰোঁ"—এইষাৰ কথাত আপত্তি কৰিব লগা কিটো আছে? একো ভিত্তি নোহোৱাকৈ মানুহে যেতিয়া দাংকোপ মাৰি ফুৰে, তেতিয়াহে আপত্তি কৰিব লগা আছে। সিঙ্গাপুৰত লী সম্বন্ধে একেষাৰ কথা শুনিছিলোঁঃ "মানুহজনৰ বন্ধুৰ সংখ্যা তেনেই তাকৰ। একেবাৰে নাই বুলিলেই হয়।" বন্ধু নথকাটো সেইবুলি কেতিয়াও সমালোচনাৰ বিষয় হব নোৱাৰে। ... ভৌগোলিক, অৰ্থনৈতিক এনে ধৰণৰ বহু সম্বন্ধ থকা সত্বেও সিঙ্গাপুৰ আৰু মালয়ছিয়াৰ মাজৰ অঁৰিয়া-অঁৰিৰ ভাবটো অত্যন্ত প্ৰকট।

সুবিধা পালেই ইখন দেশৰ মানুহে সিখন দেশৰ মানুহৰ বিষয়ে মন্তব্য কৰে। লী সম্বন্ধে এনে ধৰণৰ মন্তব্য এফাকি শুনা মনত আছে। "Lee has a local reputation for being an intellectual, but only local. He can't discuss with skill political philosophy or literature, and his general reading is slow. He has only one hobby horse, the local scene, and is out of depth once he is away from it."

এইষাৰ কথা বৰ শুদ্ধ নহয় যেন লাগে। বিশ্বৰ ৰাজনীতি মানুহজনে দক্ষভাৱে সৈতে আলোচনা কৰাৰ প্ৰমাণ নিজেই পাই আহিছোঁ। ......লীয়ে নেতৃত্ব যোগোৱা ৰাজনৈতিক দলটোৰ নাম হৈছে পিপোলছ্ একছন্ পাৰ্টী। এওঁলোকৰ ঘাই বিৰোধী দলটোৰ নাম হৈছে ৰাৰ্বাছিয়ান্ ছ'চিয়েলিষ্ট।

দেশৰ প্ৰধানমন্ত্ৰীজনাৰ বিষয়ে বহু কথাই কলোঁ। এতিয়া দেশখনৰ বিষয়ে চমুকৈ অলপ কব খুজিছোঁ। আচলতে সিংগাপুৰ এক বাণিজ্য-কেন্দ্ৰ। ইয়াৰ অৰ্থনীতিৰ মূল বস্তু হৈছে বাণিজ্য। ভাল খেতিৰ মাটি দেশখনত অতি বিৰল। বহল ভাবে কবলৈ গ'লে, ইয়াৰ মানুহৰ খেতিৰ প্ৰতি অনুৰাগ কম। শাক-পাঁচলিৰ বাবে সৰু সৰু বাৰী অৱশ্যে আছে। এইবোৰ চীনা মানুহৰ বাৰী। কম পৰিমাণে হলেও সিংগাপুৰত ৰবৰ আৰু নাৰিকলৰ খেতি হয়। ধপাতৰ খেতিও হয়। .........দ্বীপটোৰ জনসংখ্যা দিনক দিনে বাঢ়ি আহিছে। জনসংখ্যা যিমানেই বাঢ়িব, খেতিৰ মাটিৰ সমস্যা সিমানেই অভাৱ হৈ আহিব। অন্ততঃ এতিয়া যিকণ আছে, সেই কণো টুটিব। দেশত অৱস্থিত জলাশয় আৰু চৌদিশৰ সাগৰৰ পৰা কিছু পৰিমাণে মাছ যদিও সংগ্ৰহ কৰা হয়, সিংগাপুৰ ৰাষ্ট্ৰৰ কাৰণে এই মাছ যথেষ্ট নহয়। বাকী প্ৰয়োজনীয় মাছ মালয়ছিয়া নাইবা ইণ্ডোনেছিয়াৰ পৰা আমদানি কৰা হয়। আন্তৰ্জাতিক ব্যৱসায়-বাণিজ্যৰ উপৰিও দ্বীপটোত কিছুমান স্থানীয় উদ্যোগ-বস্তুও গঢ়ি নুঠাকৈ থকা নাই। প্ৰত্যেকটো বৰ বৰ শিল্পৰ আনুসাঙ্গিক বস্তু স্বৰূপে আন কিছুমান সৰু সুৰা শিল্প-উদ্যোগৰ জন্ম হয়। এইটো স্বাভাৱিক কথা। আন্তৰ্জাতিক ব্যৱসায়-বাণিজ্যই সেইদৰে স্থানীয় ব্যৱসায়-বাণিজ্যৰ উৎপত্তি সাধন নকৰাকৈ নেথাকে। প্ৰকৃততে দিনে নিশাই ব্যস্ত সিংগাপুৰ নিদ্ৰাহীন চহৰ।

সিংগাপুৰ চহৰ প্ৰতিষ্ঠিত হোৱা প্ৰায় কুৰি বছৰৰ ভিতৰতে ঠাই ডোখৰ নানা তৰহৰ মানুহৰে উপচি পৰিল। স্থানীয় মালয় মানুহতো আছেই। ইয়াৰ উপৰিও পৃথিৱীৰ নানা দেশৰ পৰা দ্বীপটোলৈ তৰহে তৰহে মানুহ আহিবলৈ ধৰিলে। ইউৰোপীয় মানুহ, ভাৰতীয় মানুহ, আৰব দেশীয় মানুহ, ইহুদী মানুহ ইত্যাদিৰ জৰীয়তে চাওঁতে চাওঁতে সিংগাপুৰ এখন আন্তৰ্জাতিক চহৰলৈ ৰূপান্তৰিত হ'ল। এনে ধৰণৰে পৃথিৱীৰ নানা অঞ্চলৰ পৰা মানুহ অহাৰ কাৰণ কি? দোপতদোপে সিংগাপুৰত বাঢ়ি অহা ব্যৱসায়-

বাণিজ্য। সিংগাপুৰলৈ আহি এই প্ৰত্যেকটো বৰ্ণ-গোষ্ঠীৰ মানুহ ব্যৱসায়-বাণিজ্যত আত্ম-নিয়োগ কৰিলে। এইখিনিতে সৰ্বসম্মত কথা এষাৰ উল্লেখ কৰিব খুজিছোঁ। ব্যৱসায়-বাণিজ্যৰ পথাৰখন এনে এখন পথাৰ য'ত ধৰ্ম্ম বা ভাষাৰ পাৰ্থক্যই কোনো মূলগত পাৰ্থক্য সৃষ্টি কৰাটো সম্ভৱপৰ নহয়। প্ৰথমতে যিটো বন্দৰত দহখন বা কুৰিখনতকৈ অধিক জাহাজ সমাৱেশ নহৈছিল, সেইটো বন্দৰত আজি দিনটোৰ ভিতৰত শ শ জাহাজ সমাৱেশ হোৱাটো এটা অতি সাধাৰণ কথা। এনেকৈয়ে সিংগাপুৰ আজি ক্ৰমাৎ এক নতুন বাণিজ্য-কেন্দ্ৰ লৈ ৰূপান্তৰিত হৈছে। আজি পৃথিৱীৰ চকু সিংগাপুৰৰ ওপৰত নিবদ্ধ।

বেলেগ বেলেগ দেশৰ পৰা মানুহ আহি সিংগাপুৰত সন্নিৱিষ্ট হ'ল যদিও বেলেগ বেলেগ বৰ্ণ-গোষ্ঠীৰ মানুহ নিজৰ ভিতৰতে থুপ খাই থাকিবলৈ ললে। বাণিজ্য-ক্ষেত্ৰত আদান-প্ৰদান হ'ল, স'চা কথা। সামাজিক ক্ষেত্ৰত তেনে কোনো আদান-প্ৰদান পৰিস্ফুট নহ'ল। চীন থাকিল চীনা অঞ্চলত থুপ খাই। ভাৰতীয় থাকিল ভাৰতীয় অঞ্চলত। সেইদৰে ইউৰোপীয়সকল থাকিল নিজৰ ভিতৰতে আবদ্ধ হৈ। নিজ চকুৰে দেখি আহিছোঁ, সেই সীমাবদ্ধতাৰ জীৱন্ত পৰিচয় সিংগাপুৰত এতিয়াও উজ্জ্বল হৈ আছে। একোটা বৰ্ণ-গোষ্ঠীৰ মানুহ একোটা ক্ষেত্ৰত পাৰ্গত। ভাৰতীয় পাৰ্গত কাপোৰ ব্যৱসায়ত। চীনা পাৰ্গত সোণ-ৰূপৰ ব্যৱসায়ত। ইত্যাদি। সিংগাপুৰৰ বজাৰত আঁতি আঁতি চুৰিয়া পিন্ধি ঘূৰিফুৰা কেইজনমানক দেখিয়েই বুজিছিলোঁ ঃ এইসকল আমাৰ দেশৰ কাপোৰ ব্যৱসায়ীসকলৰ বংশধৰ। ......সিংগাপুৰ ৰাষ্ট্ৰৰ জনসংখ্যাৰ শতকৰা আঠজন হৈছে ভাৰতীয়। শতকৰা আশীজন হৈছে চীনা মানুহ। চীন দেশৰ বাহিৰে, হংকং, ফৰমোছা আদিক ধৰি, সিংগাপুৰত থকাৰ দৰে পৃথিৱীৰ ক'তো এনেদৰে চীনা মানুহ থুপ খাই থকাৰ প্ৰমাণ নাই। ব্যৱসায়-বাণিজ্যৰ কথা এৰিছোঁৱেই—এইবোৰ প্ৰায়েই চীনা মানুহৰ হাতত—আনকি দেশৰ শ্ৰমিক শ্ৰেণীৰো সৰহ ভাগেই চীনা মানুহ।

সিংগাপুৰলৈ যোৱাৰ পূৰ্বে দিল্লীৰ আমাৰ পাৰ্টীৰ কেন্দ্ৰীয় অফিচত অনুষ্ঠিত হোৱা এখন চাহ-মেলত সিংগাপুৰৰ উপ-প্ৰধানমন্ত্ৰী, বৈদেশিক মন্ত্ৰী আৰু সহকাৰী শিক্ষা মন্ত্ৰীক লগ পাইছিলোঁ। গতিকে এওঁলোকৰ সৈতে মোৰ আগৰ পৰাই চিনাকি আছিল। সিংগাপুৰত কেউজনে আমাক ভোজ-সভা আদিত অভ্যৰ্থনা জনাইছিল। যিদিনা সিংগাপুৰ এৰিম, সেইদিনা সহকাৰী শিক্ষা মন্ত্ৰী ৰহমানে কলে ঃ "আমাৰ ইয়াত নিতৌ চীনা খাদ্য খাই আপোনাৰ নিশ্চয় আমনি লাগিছে। মোৰ লগত আজি আপুনি ভাৰতীয় আহাৰ খাব, বলক" স'চা কথা কবলৈ গলে চীনা খাদ্যই মোক আমনি দিয়া নাছিল। পৃথিৱীৰ ভিতৰত সম্ভৱতঃ ফৰাছী খাদ্যৰ পিছতেই চীনা খাদ্য অধিক জুতিলগা। ......ৰহমানে মোক লৈ গল দূপৰীয়া এটা ৰেষ্টোৰাঁলৈ। আহাৰৰ টেবুলত ৰহমান আৰু মই, আৰু কোনো নাই। বৰ জুতি লগা আহাৰ। ৰেষ্টোৰাখনৰ নাম "ইছলামীয়া।" আমাক ভাৰতীয় আহাৰ দিছিল যদিও সেইখন আচলতে

ভাৰতীয় ৰেষ্টোৰা নহয়, পাকিস্থানী ৰেষ্টোৰাহে। খাই থাকোঁতে ৰহমানে কথাষাৰ্ কলে। লগতে তেওঁ যোগ দিলে ঃ "ভাৰতীয় আহাৰ খাই মই বৰ ভাল পাওঁ। মোৰ পৰিবাৰ পাকিস্থানৰ।"

ভাৰতীয়ৰ সমানে নহলেও সিঙ্গাপুৰত পাকিস্থানী মানুহ যথেষ্ট আছে। এনিশা এখন টেক্সীৰে বন্ধু এজনৰ ঘৰলৈ গৈছিলোঁ। ড্ৰাইভাৰজন পাকিস্থানী মানুহ। ইয়াত ভাৰতীয় আৰু পাকিস্থানী মানুহৰ মাজত আৰয়াঅত্মীৰৰ ভাব ভালকৈয়ে আছে। ১৯৬৫ চনৰ ভাৰত-পাকিস্থান যুদ্ধৰ সময়ত কোৱালা লামপুৰৰ অধিবাসী পাকিস্থানী মানুহৰ দৰে সিঙ্গাপুৰৰ অধিবাসী পাকিস্থানী মানুহেও ধন সংগ্ৰহ কৰি পাকিস্থানৰ যুদ্ধ-পুঁজিলৈ পঠিয়াইছিল। এইষাৰ কথা সিঙ্গাপুৰ আৰু কোৱালা লামপুৰ দুয়োখন চহৰতে শুনি আহিছোঁ।

সিঙ্গাপুৰৰ সংসদৰ সদস্য সংখ্যা হৈছে একাৱন্ন জন। এওঁলোকৰ সদনক নেছনেল এছেমব্লী বোলে। ইয়াৰে এক তৃতীয়াংশ সদস্য হৈছে চীনা মানুহ। দেশৰ প্ৰধানমন্ত্ৰী, উপ-প্ৰধানমন্ত্ৰী আৰু প্ৰায়বোৰ মন্ত্ৰীয়েই চীনা মানুহ। বৈদেশিক মন্ত্ৰীজন ভাৰতীয় মানুহ। এওঁৰ নাম ৰাজৰত্নম। মানুহজন বৰ তীক্ষ্ণ বুদ্ধিসম্পন্ন। সেইদৰে সদনৰ অধ্যক্ষজনো ভাৰতীয় মানুহ। নাম এ, পি, ৰাজা। অধ্যক্ষজন সিঙ্গাপুৰৰ বিধানতন্ত্ৰৰ মতে সদনৰ সদস্য নহলেও হয়। এওঁলোকৰ সদনৰ বিশেষ এটা কথা মনকৰিবলগীয়া, এওঁলোকে ব্ৰিটিশ হাউছ অব্ কমন্সৰ সকলো ৰীতি-পদ্ধতি গ্ৰহণ কৰিছে। সিঙ্গাপুৰৰ বিধান-তন্ত্ৰই গ্ৰহণ কৰা জাতীয় ভাষা হৈছে মালয়। লগতে চৰকাৰী অৰ্থাৎ প্ৰশাসনীয় ভাষা স্বৰূপে আৰু তিনিটা ভাষাক মৰ্য্যাদা প্ৰদান কৰা হৈছে। সেই কেইটা হৈছেঃ ইংৰাজী, চীনা আৰু তামিল। নিজে যি দেখিলোঁ আৰু বুজিলোঁ, প্ৰশাসনীয় ক্ষেত্ৰত এই তিনিওটা ভাষাৰ ভিতৰত ইংৰাজী ভাষাৰ প্ৰাধান্য যথেষ্ট বেচি। আমাৰ কাৰণে সিঙ্গাপুৰত ভাষাৰ কোনো আহুকাল হোৱা নাছিল। একালত আন্তৰ্জাতিক জগতত ফৰাছী ভাষাই যি মৰ্য্যাদা পাইছিল, সেই মৰ্য্যাদা আজি পাইছে ইংৰাজী ভাষাই। আনকি মস্কোৰ ৰেড্ স্কোৱাৰত ইংৰাজীৰ সাধাৰণ জ্ঞান থকা সৰু সৰু ৰুছীয় ল'ৰা-ছোৱালী পাই আহিছোঁ। কমকৈ হলেও ইংৰাজী ভাষাটো কিছুদূৰ জানিলে পৃথিৱীৰ ক'তো মৰণ নাই। আনহাতে একেবাৰে ইংৰাজী নজনাকৈ পৃথিৱী ভ্ৰমণ কৰা ভাৰতীয় মানুহো লগ পাইছোঁ। তাহানি এনে এজন মানুহ ইটালীৰ ৰাজ-ধানী ৰোম চহৰত লগ পাইছিলোঁ। স্পেইন আদি দেশ ভ্ৰমণ কৰি মানুহজন ৰোম পাইছেহি। সেইদৰে ইৰাণৰ ৰাজধানী তেহৰান চহৰত ভাৰতীয় পৰি-য়াল এটা লগ পাইছিলোঁ। সেইখন দেশলৈ নতুনকৈ গৈছে। হিন্দী আৰু পঞ্জাবী ভাষাৰ বাহিৰে আন একো ভাষাকে নেজানে।

সিঙ্গাপুৰত পছিমীয়া শ্বেতাঙ্গসকল সংখ্যালঘু সম্প্ৰদায়ৰ মানুহ। এওঁলোকৰ একালত শাসন চলিছিল। সিঙ্গাপুৰে ১৯৫৯ চনত স্বাধীন হয়। তেতিয়াৰ পৰা ইয়াত সংখ্যালঘু শ্বেতাঙ্গ সম্প্ৰদায়টোৰ নহয়, সংখ্যাগৰিষ্ঠ

পীতবৰণীয়া মানুহৰ শাসন চলিছে। অৰ্থাৎ চীনা মানুহৰ শাসন। সিংগা-পুৰৰ জনসংখ্যা হৈছে প্ৰায় পোন্ধৰ লাখ। আনহাতে ৰাষ্ট্ৰখনৰ মাটিকালি হৈছে মাথোন ২২৪·৫ বৰ্গ মাইল। মাটিকালিৰ হিছাপ অনুসাৰে ভগাই দিলে ইয়াৰ প্ৰতিবৰ্গ মাইলে কেইহেজাৰকৈ পৰিব, ইটো সংখ্যাৰে সিটো সংখ্যা হৰণ কৰিলেই ওলাই পৰিব। ডাঙৰ কথা হৈছে, এই জনসংখ্যাৰ সৰহ ভাগ সিংগাপুৰ চহৰ অঞ্চলত থুপ খাই আছে। সিংগাপুৰত অৱস্থিত চৰ-কাৰৰ হাউছিং এণ্ড ডেভলপমেণ্ট বোৰ্ডে শ্ৰমিক-চাকৰিয়ালসকলৰ কাৰণে নিৰ্মাণ কৰা ঘৰবোৰ এদিন চাবলৈ গৈছিলোঁ। একোটা ঘৰ যোল্ল মহলাৰ, সকলো সা-সুবিধাই আছে। লিফ্‌টেৰে আমি ওপৰলৈ উঠিছিলোঁ। ঘৰৰ বাৰান্দাত চিল্ড্ৰেন-ৰাখৰ কৰি খেল-ধেমালি কৰি থকা কণ কণ ল'ৰা-ছোৱালীহঁতে আমাক দেখি তঁধা লাগি চাইছিল। নিপোটল, নিকা, স্বাস্থ্যৰ প্ৰতিমূৰ্ত্তি এই কণ কণ ল'ৰা-ছোৱালীবোৰ। দেখি বৰ ভাল লাগিছিল। অনুৰূপাই ক'ৰবাত লেখিছে ঃ "ফুল, পখিলা আৰু চৰাই ভগৱানৰ সৰ্বোৎকৃষ্ট সৃষ্টি" বুলি। ইয়াৰ লগত কণ কণ ল'ৰা-ছোৱালীহঁতৰ কথা যোগ দিবলৈ কিয় পাহৰিৰ গ'ল, সেইযাৰ কথা বুজিব পৰা নাই। আমাৰ ল'ৰাহাল ডাঙৰ হ'ল কাৰণেই নেকি? কণ কণ ল'ৰা-ছোৱালী ভগৱানৰ এক অতি উৎকৃষ্ট সৃষ্টি।

"এজাকমানি ছোৱালী কণ এই—তোৰ
ইমান ৰূপৰ জমক।
—বিজুলীৰ যেন চমক—
চাওঁ নোচাওঁতেই হিয়াৰ জুই মোৰ
উঠিল ভুমুক ভমক!
অ' অজাকমানি ছোৱালীকণ এই ৰূপৰ ইমান জমক।"

নাভেলীছে এনেয়ে কোৱা নাছিল ঃ

"Wherever children are,
there is the golden age"

এনে ধৰণৰে শ্ৰমিক-চাকৰিয়াল থাকিবলৈ চৰকাৰে সজা ঘৰ তাহানি মস্কো চহৰতো দেখি আহিছোঁ। ইজৰাইলতো দেখি আহিছোঁ। জন-সাধাৰণৰ বাসস্থানৰ সমস্যা দূৰীভূত কৰাটো হৈছে সকলো প্ৰগতিশীল চৰকাৰৰ কৰ্তব্য। পৃথিৱীৰ ভিতৰত এই ক্ষেত্ৰত সবাতোকৈ আগবঢ়া দেশ হৈছে ৰুছ দেশ আৰু ইজৰাইল। এই দুখন দেশৰ বিৰ্জনিত সিংগাপুৰৰ স্থান হৈছে দ্বিতীয় সিংগাপুৰৰ বৰ্তমান সমস্যা হৈছে জনসংখ্যা বৃদ্ধি। জনসংখ্যা বৃদ্ধি নহ'ব কেলৈ? পৃথিৱীৰ নানা জন-খণ্ডৰ ভিতৰত চীনাই সবাতোকৈ অধিক ল'ৰা-ছোৱালীৰ জন্ম দিয়ে। তাহানি বাৰট্ৰাণ্ড ৰাছেলৰ কিতাপত পঢ়িছিলোঁ, যাৰ উপভোগৰ বাবে অন্য একো আকৰ্ষণ নেথাকে, সেই মানুহেই অধিক সন্তানৰ জন্ম দিয়ে। এইযাৰ কথা অধিক বহলাই ব্যাখ্যা কৰিব নোখোজোঁ। কিন্তু এইযাৰ কথা কিমানদূৰ সৰহ সন্তান জন্ম দিয়া চীনা মানুহৰ ক্ষেত্ৰত প্ৰয়োগ কৰিব পাৰি, সেই বিষয়ে মোৰ সন্দেহ। বৰ্তমান

সিঙ্গাপুৰত প্ৰতি ঘণ্টাত আঠোতাকৈ সন্তান জন্ম হয়। ইয়াৰ সাতোটা চীনা। ......সিঙ্গাপুৰৰ জাতীয় উপাৰ্জন (national income) ভাৰততকৈ দহ গুণ বেছি। এতিয়াও জনসংখ্যাৰ হেঁচা সমস্যা হৈ উঠা নাই। অদূৰ ভৱিষ্যতে যে নুঠিব, সেই বিষয়ে ডাঠি কোৱা টান। সিঙ্গাপুৰৰ অৰ্থ-মন্ত্ৰীজনৰ নাম নাহ কেং শেবেৰে। এওঁ লণ্ডন স্কুল অব্ ইকনমিক্সৰ ছাত্ৰ আছিল। ইয়াৰ পৰাই এওঁ ডক্টৰেট উপাধি পায়। সিঙ্গাপুৰৰ জনসংখ্যাৰ বিষয়ে মন্ত্ৰীজনাই কোৱা কথা এষাৰ এইখিনিতে উদ্ধৃত কৰিব খুজিছোঁ। "What is regrettable is that the parents of Singapore in the past sixteen years have been so prolific in their capacity as parents that they have created a problem of terrifying dimension."

কোৱালা লামপুৰত চীনা মানুহৰ সংখ্যা বৰ সৰহ নহয়, সিঙ্গাপুৰত কিন্তু বৰ সৰহ। কোনো কোনোৱে এই কাৰণেই সিঙ্গাপুৰক বিষুব ৰেখাৰ দাঁতিকাষৰীয়া "ক্ষুদ্ৰ চীন" বুলি কয়। যিখন দেশৰ জনসংখ্যাৰ শতকৰা আশীজন চীনা মানুহ, সেইখন দেশৰ বিষয়ে এনেদৰে মন্তব্য কৰাটো একো অশুদ্ধ কথা নহয়। সিঙ্গাপুৰ আৰু মালয়ছিয়া, এই দুয়োখন দেশতে ভাৰতীয় মানুহ আছে যদিও সংখ্যা তাকৰীয়া। চীনা আৰু ভাৰতীয় মানুহৰ মাজত বেচ অৱিয়াঅৰিৰ ভাব আছে। ১৯৬২ চনৰ ভাৰত-চীন যুদ্ধৰ পিচৰ পৰা এই অৱিয়াঅৰিৰ ভাব আৰু প্ৰকট হৈছে। আনকি দুয়োটা সম্প্ৰদায়ৰে স্কুলীয়া ল'ৰা-ছোৱালীৰ মাজতো এই ভাবৰ তিক্ততা বৰ্তমান। কোৱালা লামপুৰ চহৰত এজন ভাৰতীয় বন্ধুৱে কৈছিলঃ "ইয়ালৈ যেতিয়া ফুটবল নাইবা তেনে ধৰণৰ খেলৰ টিম পঠায়, ভালকৈ বাছি পঠাব। ভাৰতৰ পৰা এনে ধৰণৰ কিবা টিম আহিলে, দোকান-পোহাৰ বন্ধ কৰি আমি ভাৰতীয় মানুহবোৰ খেল-পথাৰত উবুৰি খাই পৰোঁগৈ। কেনেবাকৈ যদি ভাৰতীয় টিম হাৰে, চীনাহঁতৰ আগত আমি মুখ উলিয়াব নোৱাৰা হওঁহক।" সঁচা কথা, এবাৰ এটা বৰ দুখলগা ঘটনা হ'ল। খেলত ভাৰতীয় টীমটো হাৰিল। এই কথাষাৰৰ কাৰণে দৰ্শকৰ মাজৰ ভাৰতীয় এজনে ইমান লাজ আৰু আঘাত পালে যে খেল-পথাৰতে তেওঁৰ মৃত্যু হ'ল।......

কেমেৰা এটা চোৱাৰ মানসেৰে সিঙ্গাপুৰত চীনা মানুহৰ দোকান এখনত সোমাইছিলোঁ। সিঙ্গাপুৰৰ বজাৰত গামোছাৰ পৰা আৰম্ভ কৰি কেমেৰালৈকে চীনা বস্তুৱে উভৈনদী। ঘড়ী আৰু ট্ৰেনজিষ্টাৰ ৰেডিঅ'ৰ ক্ষেত্ৰত অৱশ্যে জাপানৰ প্ৰাদুৰ্ভাৱ অধিক। ইয়াৰ বজাৰত ভাৰতৰহে স্থান তেনেই মন্দা। "ইলাষ্ট্ৰেটেড্ উইক্লী" আলোচনীত ডিভেলুৱেছন্ সম্বন্ধে লেখোতে এইষাৰ কথাৰ উল্লেখ কৰিছোঁ। সিঙ্গাপুৰত বস্তু বৰ সস্তা। আমাৰ ইয়াত যিটো বস্তুৰ দাম সাতশ টকা, সিঙ্গাপুৰত সেইটো বস্তুৰ দাম এশ টকা। ......চীনা মানুহৰ দোকানখনত কেমেৰা কেইটামান জিলিকি বিদাৰি চাইছোঁ। দোকানীজন হাঁহি মুখৰ, বৰ সৰৱৰহী মানুহ। পৃথিৱীৰ ভিতৰত সৰ্বশ্ৰেষ্ঠ বুলি পৰিগণিত জাৰ্মান কেমেৰাতকৈ কোনো গুণে চীনা কেমেৰা নিম্ন স্তৰৰ নহয়। চীনা দোকানীজনে মোক সুধিলেঃ "আপুনি ভাৰতীয় ?"

মই ক'লোঃ "হয়"। তাৰ উত্তৰত মানুহজনে ক'লেঃ "ভাৰতীয় মানুহে চীনা মানুহৰ দোকানৰ পৰা বস্তু নিকিনে। ভাৰত আমাৰ শত্ৰু। ভাৰতীয় হৈয়ো আপুনি আমাৰ দোকানলৈ অহাৰ কাৰণে বৰ ভাল পাইছোঁ।" কথাষাৰ শুনি মোৰ মনে মনে খং উঠিছিল। তেতিয়াই এটা সিদ্ধান্ত কৰি পেলোলোঁ, "শত্ৰু" যেতিয়া চীনা মানুহৰ দোকানৰ পৰা বস্তু নিকিনাটো ভাল হব। এইদৰে মনতে ঠিৰাং কৰি দোকানীজনৰ পৰা বিদায় লৈ ওলাই আহিলোঁ। এইটো এটা সাধাৰণ ঘটনা, কিন্তু ইয়াৰ পৰাই সিঙ্গাপুৰ অধিবাসী চীনা আৰু ভাৰতীয় মানুহৰ মাজৰ কেনে অ'ৰিয়াঅ'ৰিৰ ভাব, সেই বিষয়ে ঠিৰাং কৰিব পাৰি। মনত ভাব হ'লঃ নেহৰুৱে "হিন্দী-চীনী ভাই ভাই" কৈ চিঞৰি ইয়াকেহে কৰিলে?

সিঙ্গাপুৰ যৌৱন-উজ্জ্বল দেশ। ইয়াত যৌৱনৰ প্ৰাদুৰ্ভাৱ অধিক। ৰাষ্ট্ৰ-নায়ক কেউজন, প্ৰধানমন্ত্ৰীকে ধৰি, ডেকা মানুহ। স্কুলৰ খেল-পথাৰত একে ৰঙৰ সাজ পিন্ধা যেতিয়া ল'ৰা-ছোৱালীহ'ত চকুত পৰে, তেতিয়া মনলৈ ভাব আহে, এইবোৰ যেন কিছুমান ফুলৰ পাহি, এতিয়াই বতাহত উৰা মাৰিব। সেইদৰে বিশ্ববিদ্যালয়ৰ প্ৰাঙ্গণত বা চহৰৰ আলি-পদূলিত ডেকা-গাভৰুৰ জুমবোৰ যেতিয়া চকুত পৰে, তেতিয়া মনলৈ ভাব আহে, এইবোৰ দেশৰ অগ্নিকণা। নতুন সিঙ্গাপুৰৰ স্বপ্ন এওঁলোকেই ৰচনা কৰিব। যৌৱনৰ এইবোৰ উৰ্মিমালা, দেখি "মন চকু" জুৰ পৰি যায়। সিঙ্গাপুৰ বিশ্ববিদ্যা-লয়লৈ গৈছিলোঁ। এইষাৰ কথা আগতে কৈছোঁ। অধ্যাপকসকলৰ সৈতে বহু কথা আলোচনা কৰিছিলোঁ। সিঙ্গাপুৰত চীনাসকলৰ প্ৰচেষ্টাত আৰু এটা নতুন বিশ্ববিদ্যালয় গঢ়ি উঠিছে। বিশ্ববিদ্যালয়টোৰ নাম নানয়াং। কোনো কোনোৱে এই বিশ্ববিদ্যালয়টোৰ উদ্দেশ্য ৰাজনৈতিক বুলি কয়। এইষাৰ কথা কোৱালা লামপুৰত আমাক কেইবা বোৰো মানুহে কৈছিল। এই বিশ্ব-বিদ্যালয়টোৰ সৈতে সক্ৰিয় সম্বন্ধ ৰখাৰ কাৰণে কোনো কোনোৱে প্ৰধানমন্ত্ৰী লী কোৱান্ ইউক সন্দেহৰ চকুৰে চায়। ......সিঙ্গাপুৰৰ ৰাষ্ট্ৰ-নায়কসকলৰ মূৰত শিক্ষা বিস্তাৰ ব্ৰত পোক হৈ সোমাইছে। ৰাষ্ট্ৰীয় ৰাজহৰ এক চতুৰ্থাংশ শিক্ষাৰ কাৰণে ব্যয় কৰা হয়।

"মোৰ মগজুত এটা পোকে
কামুৰিয়েই আছে,
দিগ্‌বলয় খেদি উন্মাদ হোৱা
উন্মত্তৰ দৰে, একে অৰিহনা।"

নিশা সিঙ্গাপুৰৰ চীনা-চহৰৰ আলিয়ে-গলিয়ে ঘূৰি ফুৰাত এক মাদ-কতা আছে। কেউপিনে বিজুলী বন্তিয়ে জলমলাই থকা অঞ্চল। প্ৰাচ্যৰ আচল ৰূপ চহৰৰ "সিঙ্গাপুৰা" নাইবা "ৰেফোল্স", এনেবোৰ বৰ বৰ আধুনিক হোটেলত নাই। চীনা চহৰৰ নিচিনা অঞ্চলসমূহতহে আছে। এই মাদকতা উপভোগ কৰাৰ উদ্দেশ্যেৰে এনিশা আমি চীনা চহৰলৈ গৈছিলোঁ। তেতিয়া ৰাতি যদিও ভালেমান হৈছিল, দোকান-পোহাৰ, খোৱা-ঘৰ, সকলোবোৰ খোলাই আছিল। আমি এখন ঠাইত খাই-বই গৈছিলোঁ, আমাৰ ভোক লগা

নাছিল। তথাপি পোৱা হাঁহৰ জুতি লও' বুলি এনে এখন দোকানত সোমাই পৰিলোঁ। "পিকিং ডাক" পাইনে সুধিলোঁ। চীনাসকলে সকলো বস্তুকে খায়, খোৱাত এওঁলোকৰ কোনো বাচ-বিচাৰ নাই। গতিকে খাবলৈ বহি সাৱধান নহলে উপায় নাই। লগতে আৰু এটা কথা লক্ষ্য কৰিলোঁ, বিভিন্ন চীনা ভাষা আৰু দোৱানে গোটেই অঞ্চলটো মুখৰ কৰি তুলিছে। ... সিংগাপুৰৰ বেঙ্ক, চৰকাৰী অফিছ, এইবোৰৰ নিশাৰ প্ৰহৰী সৰহ ভাগেই আমাৰ শিখ মানুহ, মুৰত পাগুৰী, মুখত দাড়ি। আমাৰ এই জাতিটো পৃথিৱীৰ কোন দেশত নাই। যথেষ্ট কৰ্মক্ষম জাতি। দিনৰ ভাগত এইবোৰ অঞ্চলত প্ৰায়েই চকুত পৰে ভাৰতীয় মানুহ, নিজৰ নিজৰ কামত ব্যস্ত। ভাৰতীয় মানুহৰ ভিতৰত তামিল, মালয়লী, পাঞ্জাবী ইত্যাদি মানুহেই সৰহ। ইয়াবে সৰহ সংখ্যক মানুহ ব্যৱসায়-বাণিজ্যত ব্যস্ত।

সিংগাপুৰৰ প্ৰায় দেড় নিজুত জনসংখ্যাৰ শতকৰা পাঁচজনহে খ্ৰীষ্টান। বাকীবোৰ বৌদ্ধধৰ্ম্মী, হিন্দু, শিখ, পাৰ্ছী, ইহুদী ইত্যাদি। নতুন ইহুদী-ৰাষ্ট্ৰ ইজৰাইল স্থাপন হ'লত পৃথিৱীৰ নানা দেশৰ প্ৰবাসী ইহুদী নতুনকৈ জন্ম পোৱা নিজৰ বাস-ভূমিলৈ গল। ব্ৰিটিশ সাম্ৰাজ্যৰ ক'তো ইহুদীৰ ওপৰত অত্যাচাৰ-উৎপীড়ন হোৱা নাছিল। স্বাধীন ভাৰততো ইহুদীসকলে একে মৰ্য্যাদাকে পাইছিল। তথাপি ভাৰতৰ পৰাও বহুত ইহুদী ইজৰাইলৈ গ'ল। ইজৰাইল ভ্ৰমণ কালত সেইখন দেশত এনে ধৰণৰ ভাৰতীয় ইহুদী বহুতো লগ পাই আহিছোঁ। সিংগাপুৰৰ ইহুদীসকল নতুন বাসভূমি ইজৰাইললৈ নগ'ল। তেওঁলোক সিংগাপুৰতে থাকিল। .. ...ওপৰত কৈ অহা প্ৰত্যেক বৰ্ণ-গোষ্ঠীৰে সাংস্কৃতিক প্ৰকাশ সুকীয়া। কিন্তু সকলোৰে মাজত যি সহন-শীলতা প্ৰৱৰ্ত্তমান, সেই সহনশীলতাই দেশখনক মৰ্য্যাদা দিছে। এই সহন-শীলতা অটুট ৰাখিব পৰাৰ ওপৰতে দেশখনৰ ভৱিষ্যত নিৰ্ভৰ কৰিছে।...... সিংগাপুৰবাসী চীনাসকলৰ মাজত কোনো কোনো তীব্ৰ মাওপন্থী মানুহ আছে। সেইদৰে পশ্চিমীয়া শক্তিবৰ্গৰ শকত এটা অংশ সমৰ্থকো আছে। সেই বুলি চীন দেশৰ কৃতকাৰ্য্যতাক নিজৰ কৃতকাৰ্য্যতা বুলি নভবা এজনো চীনা মানুহ সিংগাপুৰত নাই। আমেৰিকাৰ যুক্তৰাষ্ট্ৰতো বহু সংখ্যক চীনা মানুহ আছে। নিউয়ৰ্ক চহৰত আনকি সিংগাপুৰত থকাৰ দৰে চীনা-চহৰ বুলি অঞ্চল এটাও আছে। তালৈকো গৈছোঁ। আমেৰিকাৰ চীনাসকলৰো সিংগাপুৰৰ চীনাসকলৰ দৰে একে ভাৱ।

প্ৰাচীন চীনাসকলৰ কথা এৰিছোঁ। সিংগাপুৰত চীনা মানুহৰ ঢৌ নামিল, কেতিয়া? ব্ৰিটিশৰ আমোলত সিংগাপুৰ যেতিয়া ঠন ধৰি উঠে, ব্যৱসায়-বাণিজ্যৰ পথাৰখন যেতিয়া মুকলি হয়, সেইটো সময়ত। ১৯৬০ চনৰ পিয়লৰ সময়ত এইষাৰ কথা স্পষ্ট হৈ পৰিল। প্ৰকৃতপক্ষে সিংগাপুৰ আৰু মালয়ছিয়াত চীনা মানুহৰ বসতি যেনেদৰে ঘন, পৃথিৱীৰ আন কোনো অনা-চীন দেশত এনে তৰহৰ উদাহৰণ পাবলৈ নাই। সিংগাপুৰত বৰ্ত্তমান অধিবাসী চীনা মানুহৰ শতকৰা পচানব্বৈজন এইখন দেশত ওপজা। বিদেশত বসবাস কৰা চীনা মানুহৰ সেই সেই দেশৰ সামাজিক বা অৰ্থনৈতিক জীৱনলৈ

উল্লেখণীয় ভাবে অবিহণা যোগোৱা উদাহৰণ বৰ বেচি পাবলৈ টান। সিঙ্গাপুৰত বৰ্তমান যিবোৰ নতুন চীনা মানুহৰ অভ্যুদয় হৈছে, সেইবোৰ মানুহৰ কথা সুকীয়া। ৰেফোল্স চাহাবৰ একেষাৰ মন্তব্য এইখিনিতে প্ৰণিধানযোগ্য। "From the number of Chinese already settled and the peculiar attraction of the place for that industrious race, it may be presumed that they will always form the largest part of the community." চীনা মানুহ স'চাই কৰ্ম্মদক্ষ, পৰিশ্ৰমী মানুহ। য'তেই নেথাকক লাগিলে, চীনা মানুহ চীনা হৈয়েই থাকিল। কেৱল অসমতহে অসমীয়া ছোৱালী বিয়া কৰোৱা দুই চাৰিজন চীনা মানুহ তাহানিয়েই অসমীয়া হৈ গৈছে। তেওঁলোকৰ ল'ৰা-ছোৱালী আজি হাড়ে-হিমজুৱে অসমীয়া।

সিঙ্গাপুৰৰ টাইগাৰ বাম্ বোলা উদ্যানখনৰ কথা পিছত উল্লেখ কৰিম। এই উদ্যানখনৰ গুৰিলৈকে চীনা মানুহৰ বসতি। সিফালে ভাৰতীয় মানুহৰ বসতি—ইয়াৰ মানুহে এই অঞ্চল ডোখৰত "ক্ষুদ্ৰ ভাৰত" বুলি কয়। দক্ষিণ-পূব এছিয়াত আমাৰ দক্ষিণ ভাৰতৰ তামিল মানুহৰ প্ৰাদুৰ্ভাৱ অধিক। কেতিয়াবা মই ভাবোঁ, দক্ষিণ ভাৰত আৰু আমাৰ দেশৰ পুৰ্বাঞ্চলৰ আদিম অধিবাসীসকলহে আচল ভাৰতীয়। বাকীবোৰ অৰ্থাৎ উত্তৰ ভাৰতীয় মানুহখিনি ইতিহাসৰ স্তৰে স্তৰে বাহিৰৰ পৰা অহা মানুহ। আৰ্য্যসকল মধ্য এছিয়াৰ মানুহ জানো নহয়? এজন পণ্ডিতে শ্ৰীৰামচন্দ্ৰক আদিতে ইৰাণৰ মানুহ বুলি অভিহিত কৰা কথাষাৰো জানোঁ। দক্ষিণ ভাৰত আৰু পুৰ্বাঞ্চলৰ আদিম অধিবাসীসকল আমাৰ উত্তৰাঞ্চলৰ বাসিন্দাসকলতকৈ প্ৰাচীন। এইসকল মানুহেই ভাৰতীয় সংস্কৃতি আৰু জীৱনধাৰা প্ৰাঞ্জল কৰি ৰাখিছে। উত্তৰ ভাৰতৰ মানুহ সোনকালেই বিজতৰীয়া হয়। ইয়াৰ অলেখ উদাহৰণ দিব পাৰি। দক্ষিণ ভাৰতৰ মানুহ নহয়। অতীজত এই সকলেই সাগৰ বগাই দক্ষিণ-পূব এছিয়াত ভাৰতীয় সংস্কৃতি জীৱন্ত কৰি ৰাখিছিল।

এইখিনিতে প্ৰশ্ন হয়ঃ সিংগাপুৰলৈ এই ভাৰতীয় মানুহবোৰ আহিবলৈ পালে কেনেকৈ? অতীজত অহাখিনি ব্যৱসায়-বাণিজ্য, সাম্ৰাজ্য বিস্তাৰ ইত্যাদিৰ কাৰণে আহিছিল। পিছত অহাখিনি আমাৰ অসমৰ চাহ বাগিছাত কোনো কোনোৱে জীৱিকা বিচাৰি অহাৰ দৰে সিঙ্গাপুৰ আৰু মালয়ছিয়াৰ ৰবৰৰ বাগিছাত জীৱিকা বিচাৰি আহিছিল। এইসকলৰ বংশধৰসকল এতিয়াও আছে। যোৱা শতিকাৰ শেষ ভাগত ওপৰত কৈ অহা এই বনুৱা শ্ৰেণীৰ মানুহখিনি আহিছিল। ইয়াৰ উপৰিও, পঞ্জাবৰ পৰা অহা শিখ মানুহো আছে। এই সকল সিঙ্গাপুৰলৈ দেশৰ বাণিজ্য-বিস্তাৰৰ যুগত আহে। দাৰোৱান, পুলিচ বিভাগ ইত্যাদিত কাম কৰাৰ বাহিৰেও এওঁলোকৰ সৰু-সুৰা ব্যৱসায়-বাণিজ্য আদিও আছে। দোকান-পোহাৰ আছে। কম পৰিমাণে হলেও, এইখন দেশত পাৰ্ছী, পাঠান, বঙালী আদিও আছে। সিঙ্গাপুৰত অৱস্থিত ৰামকৃষ্ণ মিছনলৈকো গৈছিলোঁ। এই অনুষ্ঠানটোৱে স্থানীয় মাউৰা ল'ৰা-ছোৱালীক শিক্ষা আৰু নিৰাপত্তা প্ৰদান কৰি মহৎ কাম কৰিছে। মিছনৰ পৰিৱেশ সম্পুৰ্ণৰূপে ভাৰতীয় আধ্যাত্মিক পৰিৱেশ।

সিঙ্গাপুৰৰ যিটো আলিৰ দাঁতিত "ক্ষুদ্ৰ ভাৰত" অৱস্থিত, সেই আলিটোৰ নাম চেৰাংগুণ আলি। ইয়াৰ কাষ চাপিলেই "ভাৰতীয়, ভাৰতীয়" গোন্ধ পায়। লণ্ডন চহৰত গাৰ'ব ষ্ট্ৰীট নামেৰে এটা আলি আছে। এই আলিটোত লগ পোৱা পাঁচজন মানুহৰ ভিতৰত তিনিজন ভাৰতীয়। ওচৰৰ চাৰি আলিৰ যাতায়ত নিয়ন্ত্ৰণ কৰা পুলিচজনক সুধিলেই ক'ব ঃ "সোঁহাতে যাব। তাৰ পিছত বাওঁ হাতে ঘুৰিব। ভাৰতীয় ভাৰতীয় গোন্ধ পাবই।" ইংৰাজ মানুহ কম কথাৰ মানুহ, পুলিচ আৰু টেক্সী ড্ৰাইভাৰ অৱশ্যে নহয়। সিঙ্গাপুৰত সেইদৰে চেৰাংগুণ আলি পালেই হল, সেইয়া যে ভাৰতীয় মানুহৰ এলেকা তৎক্ষণাত ওলাই পৰিব। কেৰাহীৰ তপত ঘিঁউ, মচলা দিয়া আঞ্জা ইত্যাদিৰ গোন্ধৰ পৰাই ঠাই ডোখৰৰ বিষয়ে দূৰৈৰ পৰাই ধৰিব পাৰি, মানুহ লগ নেপালেও হ'ল। ব'দত শুকাবলৈ মেলি থোৱা ৰঙীন শাৰীবোৰ দেখিলতো কথাই নাই। সেলেঙি লগাই খাওঁ বুলিলে ইয়াৰ দোকানত পাণ-চুপাৰিও পায়। তামোল এখন খাওঁ বুলি এনে ধৰণৰ দোকান এখনত সোমাই-ছিলোঁ। দোকানীয়ে পাণ এখন দিলে। তাত অলপ চেনীও ছটিয়াই দিলে। তামোলৰ লগত জানো চেনী খাই আৰাম আছে? বহুদিনৰ অভিজ্ঞতাৰ পৰা কৈছোঁ, ফুলগুৰি নাইবা মঙ্গলদৈৰ মুখত খোৱা ধপাতেৰে সৈতে পাক লগাই খোৱা অসমীয়া তামোলখনৰ সমান একো হ'ব নোৱাৰে। ......এই অঞ্চলত ভাৰতীয় সংস্কৃতি কেনেকৈ ৰক্ষা কৰা হৈছে, সেই বিষয়ে যথাস্থানত উল্লেখ কৰিছোঁ। আমাৰ দক্ষিণ-ভাৰতৰ ৰুক্মিনী দেৱীৰ কলা-ক্ষেত্ৰত নৃত্য-গীত শিকি থকা সিঙ্গাপুৰৰ ভাৰতীয় ছোৱালী এজনীক দিল্লীত লগ পাইছিলোঁ। সিঙ্গাপুৰৰ চেৰাংগুণ আলিটোৰ কথা যেতিয়া কওঁ, তাইৰ চকুহাল উজ্জ্বল হৈ পৰা দেখিছিলোঁ। তাই কৈছিলঃ "আমাৰ ঘৰ তাতেই।"......

সিঙ্গাপুৰৰ এই ভাৰতীয় অঞ্চলটোত হিন্দুৰ মন্দিৰ এটাও আছে। মন্দিৰটোৰ নাম মৰিআমান। ইয়াত মানুহৰ কি যে সমাৱেশ। মন্দিৰ দৰ্শন কৰা দূৰৰ কথা, ওচৰ চাপোঁতেই ককালৰ বিষ উঠি যায়। ডেকা মানুহৰ কথা সুকীয়া—এতিয়া বুঢ়া হৈছোঁ, সেই কাৰণেই আহুকাল। যি ধৰ্ম্মত মন্দিৰ দৰ্শনৰ জৰিয়তে পাপ-পুণ্য আৰ্জনৰ বিচাৰ কৰা হয়, সেইটো ধৰ্ম্মত এনে-দৰে মন্দিৰৰ দুৱাৰ দলিত নৰনাৰীৰ সমাগম হোৱাটো একো আচৰিত কথা নহয়। মন্দিৰৰ চোতালত চকুত পৰিল, মাখনবৰণীয়া শিলেৰে নিৰ্মিত ষাঁড় গৰু এটাৰ মূৰ্তি, দেখাত জীৱন্ত যেন লাগিলেও স্পন্দনহীন। অলপ দূৰৈত দেখিলোঁ, এজনী কলী গাই। জীৱন্ত গাই। পৰম তৃপ্তিত তাই ঘাঁহ পাগুলি আছে। মনত ভাব হ'লঃ তাই বাৰু মন্দিৰৰ চোতালৰ এই মাখনবৰণীয়া ষাঁড় গৰুটোৰ বিষয়ে কি ভাবিছে? এনে এক অকামিলা ষাঁড়। তাইৰ চাগৈ পৰম বিতৃষ্ণাত মনটো ভৰি পৰিছে। ......মন্দিৰটোৰ কেউঁপিনে দেৱাল, আমাৰ কাশীৰ বিশ্বনাথ মন্দিৰৰ লেখীয়া অৱশ্যে নহয়। আহল-বহল, বেচ ঠাই আছে। মন্দিৰৰ দেৱালৰ দাঁতিয়ে বিধে বিধে কিছুমান মূৰ্তি। কিছুমান দেৱ-দেৱীৰ, কিছুমান জীৱ-জন্তুৰ, হস্তী আদিৰ মূৰ্তি। ভিতৰ ফালে এটা শিৱলিঙ্গ দেখিলোঁ। খোঁপাত ফুল, গাত নানা ৰঙৰ শাৰী, গাভৰুহঁতে সেইটো স্পৰ্শ কৰিবলৈ যত্ন কৰিছে। শিৱলিঙ্গ যৌন-সৌষ্ঠৱৰ প্ৰতীক।......

ওপৰত বহিৰাগত চীনা আৰু ভাৰতীয় মানুহৰ বিষয়ে কিছু কথা উনুকিয়ালোঁ। এতিয়া সিংগাপুৰৰ খিলঞ্জীয়া মানুহ মালয়সকলৰ বিষয়ে দুআষাৰ কথা ক'ব খুজিছোঁ। বিশ্লেষণ কৰি চালে দেখা যায়, মালয়সকল বহু জাতিৰ সংমিশ্ৰণ। এই বিষয়ে নৃতত্ত্ববিদসকলৰ মত সুস্পষ্ট। এওঁলোক যাভা, সুমাত্ৰা, বৰ্ণিঅ' আদি অঞ্চলৰ জনজাতীয় মানুহৰ সংমিশ্ৰিত সন্তান। সিংগাপুৰৰ খিলঞ্জীয়া মালয় ৰাইজৰ প্ৰত্যেকজনেই ইছলামপন্থী মানুহ। এওঁলোক সংখ্যাৰ পিনৰ পৰা তাকৰীয়া। আনহাতে এওঁলোক ইণ্ডোনেছিয়াৰ পৰা আৰম্ভ কৰি মধ্য এছিয়া, দাক্ষিণ ৰুছিয়া, মধ্য প্ৰাচ্য ইত্যাদি আগুৰি আফ্ৰিকা পৰ্য্যন্ত পৰিব্যাপ্ত বিশাল মুছলীম ঐতিহ্যৰ বংশধৰ। সিংগাপুৰৰ মালয়সকল কৃষক নাইবা মাছমৰীয়া' মানুহ। মালয় মানুহৰ ভাষা যেনেকৈ কোমল, মাতো তেনেকৈ কোমল। এওঁলোক স্বাভাৱিকতে সঙ্গীতপ্ৰিয় মানুহ। পানীৰ লগত যাৰ সম্বন্ধ, স্বভাৱতে সি সংগীতপ্ৰিয় হবলৈ বাধ্য। সঙ্গীত উদাৰ মনৰ পৰিচয়। পানীৰ বহল উদাৰতাই মনৰ উদাৰতাক সুতীক্ষ্ন কৰি সঙ্গীতৰ বাবে প্ৰয়োজনীয় যি অনুপ্ৰেৰণা, সেই অনুপ্ৰেৰণা যোগায়।...... ব্যক্তিগত ব্যৱহাৰৰ পিনৰ পৰা মালয়-মানুহৰ আচৰণ অত্যন্ত মাধুৰ্য্যপূৰ্ণ।

লোক-গীতৰ প্ৰতি মোৰ সহজাত এক দুৰ্ব্বলতা আছে। লোক-গীত মানৱ-বুৰঞ্জীৰ সৌষ্ঠৱশালী সম্পদ। ইজৰাইললৈ যাওঁতে সেইখন দেশৰ লোক-গীতৰ সম্ভেদ লৈছিলোঁ, ইয়াতো লৈছোঁ। স্কটলেণ্ডলৈ বা ৰুছিয়ালৈ যাওঁতে, সেইবোৰ দেশৰো লোক-গীতৰ সম্ভেদ লৈছিলোঁ। মালয়সকলৰ "পণ্টুন" নামেৰে এবিধ অতি জনপ্ৰিয় লোক-গীত আছে। কোনো কোনো ক্ষেত্ৰে এইবোৰক আমাৰ ডাকৰ বচন আৰু কোনো কোনো ক্ষেত্ৰত আমাৰ বনগীতৰ সৈতে ৰিজাব পাৰি। ডাকৰ বচন লোকবস্তু যদিও ইয়াক লোক-গীতৰ পৰ্য্যায়ত অন্তৰ্ভুক্ত কৰিব নোৱাৰি। ডাকৰ বচনত ছন্দোৱদ্ধ ব্যৱহাৰিক অভিজ্ঞতাৰ পৰিচয় আছে। এনে পৰিচয় কোনো কোনো "পেণ্টুন" লোক-গীততো আছে। এই কাৰণেই "পণ্টুন" লোক-গীতৰ কথা কওঁতে কোনো কোনো ক্ষেত্ৰত আমাৰ ডাকৰ বচনৰ লেখীয়া বুলি অভিহিত কৰিছোঁ। তলত বনগীত জাতীয় এযোৰা "পণ্টুন" গীতৰ উদাহৰণ দিলোঁ।

(১)

"তোমাৰ ওঁঠৰ পৰা নিগৰি পৰা
শব্দৰাজি যেন মৌ-জোলা,
সম্মোহিত কৰে, লগে লগে
প্ৰতাৰণাৰ আঁচনিও তৰে।"

(২)

"প্ৰণয় ৰাগ জীয়াই আছে
ওঁঠত তোমাৰ
অন্তৰত নহয়।"

পূৰ্বাণিকলীয়া মালয় নাৰীয়ে "কেবায়া" বোলা এবিধ সাজ পিন্ধে। আজিৰ আধুনিক নাৰীয়ে "কেবায়া" পৰিত্যাগ কৰিছে। তাৰ পৰিবৰ্ত্তে এওঁলোক জিঁয়া পাখিৰ লেখীয়া পাতল একোটা ব্লাউজ পিন্ধে। ব্লাউজ আৰু ইয়াৰ তলত আঠুলৈকে ওলমি পৰা একোখন স্কাৰ্ট জাতীয় চুটি মেখেলা পিন্ধে। দক্ষিণ-পূব এছিয়াৰ আন অঞ্চলত বেলাৰ দৰে এই মেখেলাবোৰক "সাৰং" বোলে। বৰ্তমান এই "সাৰং" বস্তুটো ইমান পাতল হৈছে যে তাৰ তলত পিন্ধা চুটি "আন্দাৰৱেৰ" বস্তুটোৰ সীমাৰেখা কোন পিনেদি কেনেকৈ গৈছে দূৰৈৰ পৰাই ধৰিব পাৰি। এইটোও এটা ফেছন। নাটকত "চাচ্‌পেন্স" ৰখাৰ দৰে "চাচ্‌পেন্স" ৰাখি নাৰী-দেহৰ সৌষ্ঠৱ প্ৰকাশ কৰিব পৰাটোৱেই হৈছে বৰ্তমান সভ্যতাৰ লক্ষণ। এই ক্ষেত্ৰত পৃথিৱীৰ কোনো দেশৰে নাৰী পিছ পৰি থকা নাই।

আজি প্ৰাচ্যৰ মহিলা-সমাজত চকুত লগাকৈ ন পুৰণিৰ সংঘাত হৈছে। এই সংঘাত আমাৰ দেশতো নোহোৱাকৈ থকা নাই। এদিন গুৱাহাটীৰ ফাঁচী বজাৰত এনে সংঘাতৰ জীৱন্ত এক উদাহৰণ পাইছিলোঁ। এগৰাকী বয়সস্থা ভদ্ৰ মহিলা, পৰিধানত মেখেলা, চাদৰ আৰু কেঁচ দিয়া ৰিহা। লগত এজনী গাভৰু ছোৱালী, সম্ভৱতঃ ভদ্ৰ মহিলাৰ জীয়েক। তাইৰ সাজসজ্জা অত্যাধুনিক ভাবে "উন্নত" ধৰণৰ। উন্নত স্তনদেশ আৱৰি থ্ৰী কোৱাটাৰছৰ এটা ব্লাউছ, ইমান পাতল যে ভালকৈ নেচালে ব্লাউছটোৰ অৱস্থানৰ বিষয়ে ধৰাটো টান। সেই দৃশ্যটো দেখি মনত মোৰ ধাৰণা হৈছিলঃ "মাক আৰু জীয়েক, দুয়ো গৰাকীয়ে দুটা যুগৰ প্ৰতিনিধিত্ব কৰিছে।" ......এইদৰে সমগ্ৰ প্ৰাচ্য জুৰি আজি ন পুৰণিৰ সংঘাত চলিছে। বহু ক্ষেত্ৰত তথাকথিত নতুন পুৰণিক পৰাস্ত কৰি আগবাঢ়ি গৈছে। সিংগাপুৰত নিজকে প্ৰগতিশীল বুলি ভবা বন্ধু এজনে কৈছিল ঃ "ভাৰতীয় নাৰীৰ শাৰীত নাইবা চীনা ছোৱালীহঁতৰ চাংহাই গাউনত প্ৰকাশ পোৱা কমনীয়তা মালয় নাৰীৰ সাজ যোৰত পাবলৈ নাই। কিন্তু মালয় নাৰীৰ সাজযোৰে পুৰুষৰ চকুত যি যৌন-সম্মোহনৰ সৃষ্টি কৰে, তেনে আবেদন ভাৰতীয় নাৰীৰ শাৰীত নাইবা চীনা নাৰীৰ চিয়াংশ্যাম বোলা সাজযোৰত পাবলৈ নাই।" পুৰুষৰ প্ৰাণত যৌন-সম্মোহন সৃষ্টি কৰাৰ মানসৰেই আদিম নগ্ন-সমাজত নাৰীৰ দেহসজ্জাৰ হেনো উৎপত্তি হৈছিল, এইবুলি এইছ, জি, ৱেলছে কোৱা কথাষাৰ মোৰ মনত আছে। নাৰী-দেহৰ সাজসজ্জাৰ এইটোৱেই যদি বুৰঞ্জীসম্মত আদৰ্শ হয়, তেন্তে আপত্তি কৰিব লগা কিটো থাকিব পাৰে? বহুৰূপীও মানুহ, আন মানুহো মানুহ। দুয়োটাৰ মাজত মূলগত পাৰ্থক্য ক'ত?

আমাৰ দৰে নকৈ স্বাধীন হোৱা দেশসমূহ ভ্ৰমণ কৰি মোৰ এক ধাৰণা হৈছে—সাম্ৰাজ্যবাদী পশ্চিমীয়া শক্তিবৰ্গৰ শাসনৰ অন্ত পৰাৰ লগে লগে, ভাৰতকে আদি কৰি, একালৰ এই উপনিৱেশবোৰত পশ্চিমীয়া সংস্কৃতিয়ে আজি যেনেদৰে বিচাৰহীন ভাবে বিস্তাৰ লাভ কৰিবলৈ লৈছে, সেইটোহে হৈছে সবাতোকৈ ডাঙৰ কথা। আজি এনেকৈয়ে নকৈ স্বাধীন হোৱা দেশসমূহৰ সংস্কৃতিৰ প্ৰতি বিপদ্জনক এক প্ৰত্যাহ্বান সৃষ্টি হৈছে। এই প্ৰত্যাহ্বানৰ

সমুখত তিষ্ঠি থাকিব পৰাটোৱেই হৈছে বৰ্তমান ডাঙৰ সমস্যা। মই ভাবো —এই প্ৰত্যাহ্বানৰ পৰিণতি স্বৰূপে হয়তো দেশজ সংস্কৃতি লুপ্ত হব নাইবা তাৰ পৰিবৰ্ত্তে নতুন এক সংশোধিত সংস্কৃতিয়ে জন্ম পাব। প্ৰত্যেক সংস্কৃতিৰে নিজস্ব এক আত্মকেন্দ্ৰী সৌষ্ঠৱ আছে—গতিকেই কোনো সংস্কৃতি কেতিয়াও সৰহ দিনৰ কাৰণে বিজতবীয়া হৈ থাকিব নোৱাৰে।

এতিয়া সামান্য ভাবে সিঙ্গাপুৰৰ সমুদ্ৰতীৰস্থ টিলা এটাৰ ওপৰত অৱস্থিত টাইগাৰ বাম্ বোলা উদ্যানখনৰ কথা উল্লেখ কৰিব খুজিছো। এই উদ্যানখন ধনী চীনা কৃষক এজনৰ দান। মানুহজনৰ নাম আছিল অ'-বুনহ'। দ্বিতীয় মহাসমৰৰ ঠিক আগে আগে এই চীনা কৃষকজনে এক নিযুত মালয় ডলাৰ ব্যয় কৰি এই উদ্যানখন নিৰ্মাণ কৰায়। সিঙ্গাপুৰ দ্বীপৰ পছিম অঞ্চলৰ যি ডোখৰ ঠাইত এই উদ্যানখন অৱস্থিত, সেই ডোখৰ ঠাইত পাছিৰ পাংজান বোলে। আনকি সিঙ্গাপুৰৰ শিক্ষিত মানুহেও কয়ঃ "এইখন এখন বিত্তোপন বাগিছা,— a fascinatingly beautiful park." এয়া কলাবস্তু বিচাৰৰ প্ৰতি অনুৰাগ নহয়, তথাকথিত "জাতীয়" প্ৰেমৰহে উদ্‌গীৰণ। উদ্যানখন তন্নতন্নকৈ চোৱাৰ পিছত ধনৰ অপৰ্য্যাপ্ত প্ৰয়োগে কলাবস্তুক কেনেকৈ তুলসী তললৈ নিয়ে, সেইষাৰ কথা মনত বাঢ়িয়াকৈ প্ৰতিভাত হ'ল। তাহানি ইংৰাজীতে লেখা প্ৰবন্ধ এটাত এনেদৰে মন্তব্য কৰিছিলোঃ "ধনীৰ কলা-চৰ্চা ঐশ্বৰ্য্যৰ বিপুল ঘোষণা।" মনৰ মাজত এইষাৰ কথা দকৈ আকৌ পোখা মেলি উঠিল।

উদ্যানখন অৱস্থিত টিলাটোৰ যি ডোখৰ অঞ্চল সাগৰৰ পাৰলৈ ক্ৰমাৎ এঢলীয়া হৈ আহিছে, সেইডোখৰত—কেউপিনে নিমজ ঘাঁহনি—কিছুমান জীৱন্ত আকৃতিৰ মূৰ্ত্তিৰ সমাৱেশ চকুত পৰে। এই মূৰ্ত্তিবোৰৰ প্ৰায়বোৰেই টেক্‌নিকলাৰৰ। এই মূৰ্ত্তিবোৰত কাহিনীগত এক যোগসূত্ৰ নথকা নহয়। এইবোৰৰ জৰীয়তে প্ৰাচীন কিছুমান চীনা আখ্যানক নীৰৱ দৃশ্য-কাব্যৰে ৰূপ দিয়া হৈছে। উদ্যানখনৰ মাজে মাজে মাৰ্বল পাথৰৰে নিৰ্মিত কিছুমান বুদ্ধৰ মূৰ্ত্তিও আছে। ইয়াৰে এটা অতি বিশাল। উদ্যানৰ ঠায়ে ঠায়ে মানুহটোৰ সমান কিছুমান ভেকুলী বেং দেখি আচৰিত হৈছিলো। একালত সিঙ্গাপুৰত যে ভালেমান পিতুনি আছিল, তাৰেই জাননী নেকি? সাঁতোৰা পুখুৰীও আছে—কৃত্ৰিম পুখুৰী অৱশ্যে। সেই পুখুৰীবোৰত সাঁতুৰি থকা অৱস্থাত কিছুমান জলকুঁৱৰীৰ মূৰ্ত্তিও আছে। নিৰ্মাণ কৌশলৰ পিনৰ পৰা বস্তুবোৰ নিখুঁত যদিও সেইবোৰত কলা সৃষ্টিৰ স্বাক্ষৰ নাই। মনত মোৰ ভাব হৈছিল—এই কদাকাৰ মূৰ্ত্তিবোৰৰ মাজত নিৰলে তপস্যা কৰি থকা বুদ্ধদেৱৰ যদি তপোভঙ্গ হয়, তেও' চকু মেলি চাই যেতিয়া এইবোৰ দেখিব, তেতিয়া? এই অৱস্থাত মহাতপস্বীজনৰো থং নুঠাকৈ কেতিয়াও নেথাকে।......

উদ্যানখনত বিশাল আকৃতিৰ এটা টেকীয়াপতীয়া বাঘৰ মূৰ্ত্তি আছে। কিয় কব নোৱাৰো, তাৰ ঠেং এটা খোৰা। ইয়াৰ কিবা প্ৰতীকী অৰ্থ আছে

যদিও বহুতেকে সুধি-একো সমুচিত উত্তৰ নেপালোঁ। বাঘটো দেখিলে ভয় নেলাগে, যেচেবালে পুতো হে জন্মে। সাগৰৰ বুকুৰ বহু দূৰৈৰ পৰাই এই বাঘটো জিলিকি থকা দেখি। ......সিংগাপুৰ চৰকাৰে আমাক যিথন ভ্ৰমণ-আঁচনি কৰি দিছিল, সেই আঁচনিত টাইগাৰ বাম উদ্যান নাছিল। একেলগে এদিন দুপৰীয়া আহাৰ কৰোঁতে সিংগাপুৰৰ এগৰাকী মন্ত্ৰীয়ে নিজৰ ফালৰ পৰাই আমি টাইগাৰ বাম উদ্যান চাবলৈ গৈছিলোঁ বুলি জানি সুধিলেঃ উদ্যানখন কেনে পালে? মই কলোঁঃ "The million-dollar gardens are an obscenity of ugliness" মন্তব্য ফাকি চোকা হৈছিল। মন্ত্ৰীজনে সমৰ্থন জনাই কলেঃ "আপুনি ঠিক কৈছে। মানুহজনে ইমানবোৰ ধন ব্যয় কৰি কি যে বস্তু এটা নিৰ্মাণ কৰিলে।"

কিবা এক শৃংখলাৰ মাজেদি স্বাধীন সিংগাপুৰক গঢ়ি তুলিবলৈ দেশৰ ৰাষ্ট্ৰ-নায়কসকলে যত্ন কৰাৰ প্ৰমাণ পাই আহিছোঁ। পোনতে বৰ্তমানৰ বৈদেশিক মন্ত্ৰী ৰাজৰত্নম দেশৰ সংস্কৃতি-বিষয়ক মন্ত্ৰী আছিল। এওঁৰ আমোলত সংস্কৃতিৰ প্ৰকাশক ৰাষ্ট্ৰীয় এক অনুশাসনৰ অন্তৰ্ভুক্ত কৰিবলৈ যত্ন কৰা হৈছিল। সেইবুলি নতুন শিল্পকলাই কেনে ৰূপ লোৱাটো উচিত, সেই বিষয়ৰ দিগ্‌বলয় নিৰ্মিত হোৱা নাছিল। কলাবস্তুক নিয়ন্ত্ৰণ কৰিব লাগিব—সিংগাপুৰ-ৰাষ্ট্ৰৰ নায়কসকলে এই অনুপ্ৰেৰণা কমিউনিষ্ট চীনৰ পৰা আহৰণ কৰিছিল। টেষ্ট টিউবত উন্নত কলাবস্তুৰ জন্ম সম্ভৱপৰ নহয়। এইযাৰ কথা সিংগাপুৰৰ ৰাষ্ট্ৰ-নায়কসকলে উপলব্ধি কৰা নাছিল কিয়, সেইযাৰ কথা বুজিব পৰা নাই।......

সংশোধন অভিযানৰ প্ৰথম পদক্ষেপ স্বৰূপে পাছিমীয়া সংস্কৃতিৰ বিপক্ষে এওঁলোকে বিপ্লৱ অনুষ্ঠিত কৰিছিল—পাছিমীয়া সংস্কৃতিক এওঁ-লোকে 'yellow culture' আখ্যা দিছিল। জাজসংগীত আৰু ৰক্ এন' ৰ'ল নৃত্যক শ্বেতবৰণ দানবৰ বস্তু বুলি ঘোষণা কৰা হৈছিল। নতুন এক নৈষ্ঠিক পৰিবেশ গঢ়ি তোলাটোৱেই আছিল এই অভিযানৰ মূল উদ্দেশ্য। কাপোৰেৰে আবৃত অৱস্থাতো পৰোক্ষভাৱে হ'লেও কোনো নাৰীয়ে স্তনযুগলৰ অস্তিত্বৰ বিষয়ে ইংগিত দিব নোৱাৰিব। এইখিনিতে এজন বন্ধুৱে কোৱা কথা এষাৰ উল্লেখ কৰিব খুজিছোঁঃ কাপোৰেৰে আবৃত যদিও স্তনযুগলৰ ইংগিত স্পষ্ট হোৱা হেতুকে এবাৰ এগৰাকী শিল্পীক মঞ্চত অৱতীৰ্ণ হব খোজোঁতেই বাধা দিয়া হৈছিল। ইয়াৰ পৰিণতি কি হ'ল, শিল্পী গৰাকীয়ে সংযত ভাবে সাজপাৰ পিন্ধি মঞ্চত অৱতীৰ্ণ হল নে সেই দিনাৰ কাৰণে অভিনয় স্থগিত থাকিল, সেই বিষয়ে বন্ধুজনে একো সন্তোষজনক উত্তৰ দিব নোৱাৰিলে। মনত ভাব হ'লঃ এইটো জোখেৰে জুখিবলৈ গ'লে বৰ্তমান যুগৰ পৃথিবীৰ দেখোন প্ৰায়বোৰ যুৱতীয়েই অশ্লীল। স্তনযুগলৰ ইংগিত-ধৰ্মী প্ৰদৰ্শন আজিৰ নাৰী-সমাজৰ এক মুখ্য কামনা।......

নিয়ন্ত্ৰণৰ প্ৰয়োজন আছে যদিও একমাত্ৰ নিয়ন্ত্ৰণৰ জৰীয়তে মানুহৰ ৰুচি-অভিৰুচি গঢ়ি তুলিব নোৱাৰি। সিংগাপুৰৰ চহৰৰ প্ৰাণ কেন্দ্ৰত কিমান-

বোৰ নৈশ-ক্লাব আছে, সেইবোৰত কিমান যুৱতী নাৰীৰ বেহা চলিছে, নেদেখিলে বুজিব নোৱাৰি। স্পন্দিত স্তন-দেশ আৰু স্পন্দিত কটি-দেশৰ জৰীয়তে পৃথিৱীৰ আন দেশৰ নাৰী জীয়াই থকাৰ দৰে সিঙ্গাপুৰতো এনে উপায়েৰে ভালেমান নাৰী জীয়াই থকাৰ উদাহৰণ আছে। গতিকে ৰঙ্গমঞ্চত এনেবোৰ নিয়ন্ত্ৰণ প্ৰয়োগ কৰাতকৈ চহৰৰ নৈশ-ক্লাবসমূহত কৰাটোহে অধিক সমীচিন হব। সিঙ্গাপুৰৰ নৈশ-ক্লাব এটাত মুক্তভাৱে অনুষ্ঠিত হোৱা বিদেশী জাহাজৰ দুজন নাৱিক আৰু দুজনী যুৱতী ছোৱালীৰ কুকুৰ-ধেমালি নিজ চকুৰে দেখি আহিছোঁ। এই বিষয়ে আৰু অধিক লেখিব নোখোজোঁ। সহজাত মানৱীয় স্পৃহাক ৰাষ্ট্ৰীয় অনুশাসনে জানো নিয়ন্ত্ৰণ কৰিব পাৰে? খবৰ লৈ জানিলোঁ, এজোজন ছোৱালীয়ে নৈশ-ক্লাবত পুৰুষৰ সৈতে মাজ-নিশালৈকে নাচি মাহে তিনিশ মালয় ডলাৰতকৈ কম উপাৰ্জন নকৰে। আৰু এটা কথা শুনি আচৰিত হ'লোঁঃ এই ছোৱালীবোৰৰ সৰহ ভাগেই হেনো বিবাহিতা।

"কেবাৰেট্" আদি পাছিমীয়া নৃত্য পৃথিৱীৰ যেই কোনো দেশতে উপভোগ কৰিব পাৰি। ইয়াৰ বাবে সিঙ্গাপুৰত অপৰ্য্যাপ্ত ভাবে যোগাৰ আছে' সিঙ্গাপুৰলৈ আহিছোঁ যেতিয়া মালয় নৃত্য উপভোগ নকৰাকে প্ৰত্যাবৰ্ত্তন কৰাটো উচিত নহ'ব। এনেবোৰ জাতীয় নৃত্যৰ জৰীয়তেহে দেশ এখনৰ প্ৰাণ-স্পন্দনৰ সম্ভেদ পোৱাটো সম্ভৱ। আচলতে মালয় সকলৰ জাতীয় নৃত্যটোৰ নাম হৈছে ৰংগিং। দুৰ্ভাগ্যবশতঃ এই নৃত্যটো চাবলৈ সুবিধা নেপালোঁ। তাৰ পৰিৱৰ্ত্তে আধুনিক মালয় নৃত্য চালোঁ। এই নৃত্য-টোৰ নাম হৈছে বাৰুহ্ যোগীং। মোৰ ধাৰণা, আধুনিক নৃত্য যিমানেই চিত্তাকৰ্ষক নহওক লাগিলে, ক্লাছিকেল নৃত্যৰ মাদকতা ই কেতিয়াও সৃষ্টি কৰিব নোৱাৰে। ভাৰতনাট্যম বা আমাৰ দশাৱতাৰ নৃত্যৰ কাষ কোনো আধু-নিক নৃত্যই জানো চপাটো সম্ভৱ? আজি কিছুদিনৰ আগতে দিল্লীৰ ৰাষ্ট্ৰ-পতি ভৱনত যামিনী কৃষ্ণমূৰ্তিৰ কুচিপদী নৃত্য চাইছিলোঁ—ইয়াৰ কাষ কোনোৱে আধুনিক নৃত্যই চাপিব পাৰে বুলি মই নেভাবোঁ। এতিয়া আকৌ মালয় নৃত্যটোলৈ উলটি আহিব খুজিছোঁ। ইয়াত যোগ দিয়া ছোৱালীহ'তৰ সাজ হৈছে সাৰং আৰু পাতল ব্লাউছ। ছোৱালীবোৰ লাহী, ককাল খামুচীয়া, কটি-দেশ পুৰঠ, বেচ আকৰ্ষণীয়। মঞ্চত এজাক যেনিবা পখিলাহে। নৃত্যটোৰ পদ্ধতি হৈছে সাধাৰণ। নাচি নাচি ল'ৰা-ছোৱালীহ'ত ইটোৰ সিটো কাষ চাপি আহে। আধুনিক পাছিমীয়া নৃত্যৰ দৰে নিতম্ব কঁপাই কঁপাই ছোৱালীহ'তে নাচে। ছোৱালীহ'তৰ হাতৰ মুদ্ৰা মনকাৰিবলগীয়া—আমাৰ ভাৰতীয় নৃত্যৰ মুদ্ৰাৰ দৰে এইবোৰ জটিল নহয় নাইবা প্ৰতীকধৰ্মীও নহয়। নৃত্যটো চাই থাকোঁতে এটা ভাবেই হ'লঃ ৰাষ্ট্ৰৰ পিনৰ পৰা আধুনিক কলা-সম্পদৰ পৰা যৌন-আবেদন নিৰ্মূল কৰিবলৈ যত্ন কৰা হৈছে যদিও সিঙ্গা-পুৰৰ মঞ্চত অনুষ্ঠিত এনে ধৰণৰ নৃত্যৰ জৰীয়তে পাঁচ মিনিটৰ ভিতৰতে যিমান যৌন-আবেদনৰ সৃষ্টি কৰা হয়, তেনে যৌন-আবেদন সৃষ্টি দেখোন পাছিমীয়া নৃত্যই এঘণ্টাৰ ভিতৰতো কৰাটো টান।

এইখিনিতে সাংস্কৃতিক জগতৰ কথা এৰিছোঁ। এতিয়া সামাজিক একেষাৰ কথা উল্লেখ কৰিব খুজিছোঁ। যেতিয়াই কিবা এটা বস্তু নিয়ন্ত্ৰণ কৰা যায়, তেতিয়াই ই পোহৰৰ পৰা এন্ধাৰলৈ যায়। বুজ লৈ জানিলোঁ, গোপনীয় ভাবে বেশ্যাবৃত্তিত লিপ্ত থকা ছোৱালীৰ সংখ্যা সিঙ্গাপুৰত দুহেজাৰজনী। এয়া পুলিচৰ ৰিৰ্পোট। পুলিচৰ কণা চকুত ধৰা নপৰা, এনে ব্যৱসায়ত লিপ্ত থকা ছোৱালীৰ সংখ্যা আৰু বেচি। আধুনিক সমাজত আৰু এবিধ নতুন ধৰণৰ বেশ্যাৰ আবিৰ্ভাৱ হৈছে—সেইবোৰক "ক'ল্‌গাৰ্ল" বোলে। অধিক মৰ্য্যাদাসম্পন্ন উপাধি। নিউয়ৰ্ক, মস্কো, চিদনী, সিঙ্গাপুৰ য'তেই নহওক লাগিলে, এবিধ নাৰী সদায়েই এবিধ নাৰী। বহু সময়ত বেশ্যাবৃত্তিৰ ঘাই ক'ৰণ অৰ্থনৈতিক বুলি কোৱা হয়। মই ভবাত, এইটোৱেই একমাত্ৰ কাৰণ হব নোৱাৰে। ইয়াৰ অন্তৰালত মনস্তাত্বিক আৰু প্ৰকৃতিগত কাৰণো আছে।......

বৰ্তমান সিঙ্গাপুৰৰ ৰাজকীয় দল পিপোলছ্ একছন পাৰ্টীয়ে আইনৰ জৰীয়তে দেশত বেশ্যাবৃত্তি বাৰণ কৰিছে। এনেদৰে বাৰণ কৰিয়েই তেওঁলোক ক্ষান্ত থকা নাই—বেশ্যাৰ পুনৰ সংস্থাপনৰ কাৰণেও আঁচনি প্ৰস্তুত কৰি লৈ তেওঁলোক কামত লাগিছে। এইখিনিতে সিঙ্গাপুৰত শুনি অহা ঘটনা এটা উল্লেখ কৰিব খুজিছোঁ। এজনী বেশ্যা। তাইৰ ৰূপ আৰু যৌৱন, উভয়েই আছে। পি, এ, পি, ৰাজনৈতিক দলৰ বেশ্যা পুনৰসংস্থাপন আঁচনি অনুসাৰে সৰহ দৰ্মহাৰ ভাল চাকৰি এটাত ছোৱালীজনীক নিযুক্ত কৰা হৈছিল। তাই শুদ্ধ হৈছে বুলি ভাবি দলৰ সম্পাদকজন নিশ্চিত হৈ আছিল। তাই কিন্তু ব্যৱসায়টো এৰা নাছিল। নিশা গোপনে গ্ৰাহকসকলক তৃপ্ত কৰিয়েই থাকিল। এইষাৰ কথা শুনিছিল যদিও পোনতে দলৰ সম্পাদকজনে বিশ্বাস কৰা নাছিল। তেওঁ ভাবিছিল, ছোৱালীজনীৰ অৰ্থনৈতিক সমস্যা সমাধান হৈছে যেতিয়া তাই আৰু বিপথে নেযায়। তথাপি বন্ধু এজনৰ নেৰানেপেৰা অনুৰোধত এনিশা তেওঁ মানুহ এজনৰ ঘৰত ওলালগৈ। তাত সেই ছোৱালীজনী—এজন পুৰুষৰ মন যোগোৱাত ব্যস্ত। ৰাজনৈতিক দলৰ সম্পাদকজন স্তম্ভিত হ'ল। গভীৰ বেদনাত তেওঁ মাথোন কবলৈ ধৰিলে : "তুমি, তুমি এইটো কাম কিয় কৰিছা?" মানুহৰ কিছুমান প্ৰবৃত্তিৰ গুৰিতে একমাত্ৰ অৰ্থনৈতিক কাৰণেই বুলি ভবাটো মাৰাত্মক ভুল। বিশ্লেষণ কৰি চালে দেখা যায়, এনে ধৰণৰ কথাত গান্ধীজীহে স'চা, মাৰ্ক্স নহয়।......

ব্যৱসায়-বাণিজ্যৰ ব্যস্ততাৰ কথা বাদ দিলে বাহিৰৰ পৰা দেখাত সিঙ্গাপুৰৰ বায়ুমণ্ডল তেনেই স্থবিৰ, শান্ত যেন অনুমান হয়। ৰাজনীতিৰ ঢৌৱে যেন এই সমুদ্ৰবেষ্টিত দ্বীপটোক স্পৰ্শ কৰা নাই, এনে যেন ধাৰণা হয়। বাস্তৱ ক্ষেত্ৰত এই ধাৰণা কিমানদূৰ শুদ্ধ, সেই বিষয়ে চিন্তা কৰি চাবলগীয়া। দ্বীপটোত ৰাজনীতিৰ উখল-মাখল যথেষ্ট আছে, এইষাৰ কথা অস্বীকাৰ কৰিব নোৱাৰি। মালয় ভাষাত একেষাৰ কথা আছে : "বাহিৰৰ পৰা দেখাত জলাশয় শান্ত যেন লাগিব পাৰে, সেইবুলি ঘঁৰিয়াল নাই বুলি কোৱা টান।" সিঙ্গাপুৰৰ ৰাজনৈতিক সমুদ্ৰত ঘঁৰিয়াল নাই নাইবা হাঙৰো

নাই, সেইবুলি উথল-মাথল নাই বুলি কব নোৱাৰি। এইবাৰ কথাৰ প্ৰমাণ পাবলৈ আমাৰ সৰহ সময় লগা নাছিল। বাতৰি-যোগানিয়াৰৰ এখন মেলত যি কেইটা প্ৰশ্ন কৰা হৈছিল—সম্ভৱতঃ মোক বিৰোধী দলৰ মানুহ বুলি জানিয়েই—প্ৰত্যেকটোৱেই আছিল ৰাজনৈতিক প্ৰশ্ন। মালয়ছিয়াত ৰাজনীতিৰ যেনে ধৰণৰ উথল-মাথল অনুভৱ কৰিলোঁ, তেনে উথল-মাথলৰ পৰিচয় সিংগাপুৰত অৱশ্যে পোৱা নাছিলোঁ। মালয়ছিয়াৰ ডাঙৰ সমস্যা হৈছে ইণ্ডো-নেছিয়াৰ সংঘাতকামী মনোভাব। সিংগাপুৰৰ তেনে সমস্যা নাই যদিও ই সম্পূৰ্ণ মুক্তও নহয়।......

দক্ষিণ-পূৱ এছিয়াৰ কেইবাখনো দেশ খৰচি মাৰি ভ্ৰমণ কৰিলোঁ। এদিন সন্ধিয়া সিংগাপুৰৰ পৰা বিদায় ললোঁ। এই বিদায় কেৱল সিংগাপুৰৰ পৰাই নহয়, সমগ্ৰ দক্ষিণ-পূৱ এছিয়াৰ পৰা। নিশা দুই বজাত আমি বম্বে পালোঁহি। নিশাৰ নিস্তব্ধতা ভেদি সাগৰৰ গোজৰ্ণি কাণত পৰিলহি—সেই যে সাগৰ, যাৰ বৰ্ণনা গ'গাৰ্বাটিয়ে এনেদৰে দিছেঃ "The lisping, unsoilable, whispering sea". বম্বে তেতিয়া নিদ্ৰাদেৱীৰ কোলাত লালকাল। সাগৰ-খনৰ বাহিৰে কোনো সাৰে থকা নাই। আলিৰ আৰ্চ্চিত বিজুলী চাকিৰ পোহৰ। অলপ দূৰত ঘোপমৰা অন্ধকাৰ।

"পোহৰতকৈ এন্ধাৰ ভাল।
জীৱনৰ অগ্ৰগতিত ৰামেশ্বৰৰ সেতুৰ বান্ধ।
শংকা কিহৰ?
নতুন পুৱাৰ কেঁচা পোহৰত আশাৰ জুই।
আমাৰ চকুত ভীখাৰ শাণ।

